# ৰজনীকান্ত বৰদলৈ : জীৱন আৰু সাহিত্য

ডক্টৰ মন্দিৰা গোস্বামী




বনলতা
গুৱাহাটী-১, ডিব্ৰুগড়-১

RAJANIKANTA BARDALOI · JIWAN ARU SAHITYA—A Critical Study of Rajanikanta Bardaloi and his writings prepared by Dr Mandira Goswami, M A., Ph. D, Lecturer in Assamese, Kanya Mahavidyalaya, Guwahati and Published by Sri Makhan Hazarika, Banalata, New Market, Dibrugarh, 1992 Price Rs. 30 00 only.

---

প্ৰকাশক ঃ
শ্ৰীমাখন হাজৰিকা
বনলতা
নতুনবজাৰ, ডিব্ৰুগড়-১
অসম

শাখা ঃ
পাণবজাৰ
গুৱাহাটী-১

প্ৰথম প্ৰকাশ ঃ
মে-১৯৯২

মূল্য ঃ ৩০.০০ টকা।

মুদ্ৰক ঃ
শ্ৰীতুলসীচৰণ বক্সী
নেচনেল প্ৰিণ্টিং ওৱাৰ্কচ্
৩৩ডি, মদন মিত্ৰ লেন,
কলিকতা-৭০০ ০০৬

পূজনীয়া মা

শ্ৰীযুক্তা হৈমৱতী দেৱীৰ

কৰকমলত

'Research is essentially an investigation, a recording and an analysis of evidence for the purpose of gaining knowledge.'

—*Robert Ross.*

# আগকথা

আধুনিক অসমীয়া সাহিত্যত ৰোমাণ্টিক তথা ৰমন্যাসৰ যুগটোৱে হ'ল আটাইতকৈ ঐশ্বৰ্য্যশালী যুগ। এই যুগৰ অসমীয়া কবি-সাহিত্যিক সকলক বিশেষভাৱে অনুপ্ৰাণিত কৰিছিল তাহানি কলিকতাত থকা প্ৰবাসী অসমীয়া ছাত্ৰসকলৰ দ্বাৰা গঠিত 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' নামৰ অনুষ্ঠানটিয়ে। ইয়াৰ সভ্যসকলে কলিকতাত পঢ়া-শুনা কৰাৰ লগে লগে নিয়মীয়াকৈ অসমীয়া ভাষা-সাহিত্যৰ চৰ্চা কৰিছিল আৰু দেশী-বিদেশী সাহিত্যিকসকলৰ আদৰ্শ লৈ অসমীয়া সাহিত্যৰ নানা দিশত বিবিধ ৰচনা যুগুত কৰিবলৈ লৈছিল। সেই প্ৰচেষ্টাৰে সুফল 'জোনাকী' কাকত। অসমীয়া সাহিত্যত এই কাকতখনৰ অৱদান মহাকালেও মচিব নোৱৰা এক সাক্ষৰ। এই জোনাকীৰ পাৰিপাৰ্শ্বিকতাত ৰজনীকান্ত বৰদলৈয়ে অসমীয়া সাহিত্য চৰ্চা কৰিবলৈ, বিশেষকৈ অসমৰ সমাজ-সংস্কৃতিৰ পটভূমিত এলানি উপন্যাস লিখিবলৈ সংকল্প লৈছিল। বৰদলৈ মূলতঃ ঔপন্যাসিকৰূপেই পৰিচিত আৰু আজিও এই বিষয়ত তেওঁ শ্ৰেষ্ঠ আসন অধিকাৰ কৰি আছে। দৰাচলতে বৰদলৈকে অসমীয়া সাহিত্যৰ প্ৰথম সাৰ্থক ঔপন্যাসিকৰ সন্মান দিয়া হয়।

বৰদলৈয়ে উপন্যাসৰ উপৰিও আন ভালেমান প্ৰবন্ধ লিখি গৈছে। অসম সাহিত্য সভাকে ধৰি অসমৰ কেবাটাও উল্লেখযোগ্য অনুষ্ঠানৰ সভাপতিৰ আসনৰপৰা সাৰুৱা অভিভাষণো দি গৈছে। আকৌ ইংৰাজীতো কিছু মূল্যবান প্ৰবন্ধ প্ৰকাশ কৰি গৈছে। এইদৰে বিচাৰ কৰি চালে বৰদলৈৰ লিখনিৰাজিৰ মাজত নানা বিষয়ৰ মৌলিক প্ৰবন্ধ, অনুবাদ, ভাষণ-বক্তৃতা, চিঠি-পত্ৰ, কাকতৰ সম্পাদকীয়, উপন্যাস, ভ্ৰমণ-কাহিনী আদি বহু ৰচনা পোৱা যায়। আকৌ বৰদলৈৰ ব্যক্তিগত জীৱন কাহিনীও বহু সংঘাট আৰু দুৰ্য্যোগপূৰ্ণ। আনকি চৰকাৰী চাকৰীত থকা কালতো ইংৰাজ বিষয়াৰ মইমতালিৰ বাবে তেওঁৰ কিছু লটি-ঘটি হৈছিল। তথাপি তেওঁ কৰ্তব্যত অৱহেলা কৰা নাছিল, বৰং ন্যায় আৰু আদৰ্শত বেছি দৃঢ়তাৰেহে খোপনি পুতিবলৈ যত্ন কৰিছিল। ফলত আগতে তেওঁৰ ওপৰত ক্ষুন্ন হোৱা ইংৰাজ বিষয়াই নিজেই তেওঁৰ ব্যক্তিত্ব আৰু ন্যায়-নিষ্ঠতাৰ শলাগ লবলৈ বাধ্য হৈছিল।

এই গৰাকী লব্ধপ্ৰতিষ্ঠ সাহিত্যিকৰ লিখনি বিশেষকৈ উপন্যাস আদি সকলো দিশৰ পৰা অনুকৰণীয় হৈ আছিছে। আচৰিত কথা বৰদলৈৰ উপন্যাস বাদ দিলে বিশ্ববিদ্যালয়ৰ স্নাতক বা স্নাতকোত্তৰ মহলাৰ পৰা আৰম্ভ কৰি সৰ্বভাৰতীয় বা সেই লেখীয়া পৰীক্ষাৰ কোনো পাঠ্যক্ৰমেই আজি সম্পূৰ্ণ হৈ নুঠে। বৰদলৈৰ উপন্যাস অসমীয়া সাহিত্যত আজি ক্লাছিকৰূপে পৰিগণিত হৈছে।

অসমীয়া ৰমন্যাস যুগৰ প্ৰতি গৰাকী কৃতী সাহিত্যিকৰ ব্যক্তিগত জীৱন তথা

ব্যক্তিত্ব আৰু সাহিত্য সম্ভাৰৰ সমীক্ষামূলক আলোচনা হলেহে অসমীয়া সাহিত্যৰ প্ৰকৃত মূল্যায়ণ সম্ভৱ হৈ উঠিব। লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, ৰঘুনাথ চৌধাৰী, যতীন্দ্ৰনাথ দুৱৰা আদি কিছুসংখ্যক কবি-সাহিত্যিকৰ বিষয়ে এনেকুৱা গভীৰ অধ্যয়ন হৈছে। বৰদলৈৰ উপন্যাস সম্পৰ্কে ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে পোণ প্ৰথমে যি নিৰ্ভৰ-যোগ্য আলোচনাৰ অৱতাৰণা কৰি গৈছে সেই সুৰতে সুৰ মিলাই আন কেবাজনেও কিছু কিছু আলোচনা কৰিবলৈ প্ৰয়াস পাইছে, কিন্তু ৰজনীকান্ত বৰদলৈৰ জীৱন তথা ব্যক্তিত্ব আৰু সমূহ ৰচনাৰাজিৰ ওপৰত তেনেকুৱা গৱেষণামূলক চিন্তা-চৰ্চা আজিও হৈ উঠা নাই। সেই কথালৈ লক্ষ্য ৰাখিহে এই কামত হাত দিয়া হৈছে। তাতে আকৌ কলেজ বিশ্ববিদ্যালয়ৰ শিক্ষকতাৰ কাম কৰিবলে কিছু গভীৰ চিন্তা-চৰ্চা অৰ্থাৎ গৱেষণা কাৰ্য্যত মনোনিবেশ কৰাটোৱো দৰ্কাৰ, ইয়াৰ অবিহনে আচলতে শিক্ষকৰ জীৱনেই বৃথা। সেই কথাকে সাৰোগত কৰি "ৰজনীকান্ত বৰদলৈঃ তেওঁৰ জীৱন আৰু সাহিত্যিক অৱদান" বিষয়টিৰ ওপৰত গৱেষণা-গ্ৰন্থ প্ৰস্তুতিৰ ৰীতি অনুসৰি এখনি গৱেষণা-গ্ৰন্থ যুগুত কৰিবলৈ মানস কৰা হ'ল আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত কটন কলেজৰ অসমীয়া বিষয়ত স্বীকৃতিপ্ৰাপ্ত গৱেষণাৰ একমাত্ৰ তত্বাৱধায়ক ড° হেমন্তকুমাৰ শৰ্মা, এম. এ, পি-এইচ-ডি দেৱৰ তলত পাঁচ বছৰ মানৰ আগতেই ডক্টৰেটৰ বাবে গৱেষণা আৰম্ভ কৰা হ'ল।

এই গৱেষণা গ্ৰন্থ যুগুত কৰোঁতে ড° শৰ্মা চাৰৰ পৰা পোৱা দিহা-পৰামৰ্শ আৰু শ্ৰমৰ কোনো তুলনা নহয়। পুথিৰ পাণ্ডুলিপিৰ প্ৰতিটো পৃষ্ঠা মনযোগেৰে পঢ়ি চাই মোক কেৱল উৎসাহিত কৰিলে বুলিলেই নহ'ব, আচলতে মোক আজীৱন ঋণী কৰিলে বুলিলেহে উচিত কোৱা হব। আন এগৰাকী আগশাৰী গৱেষণাপ্ৰেমী শিক্ষাবিদ গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ মুৰব্বী ৰবীন্দ্ৰ নাথ ঠাকুৰ অধ্যাপক ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী দেৱৰ বুধি-ভাৰসাৰ কথাও এই প্ৰসঙ্গত কৃতজ্ঞতাৰে স্মৰণ কৰিব লাগিব। ইয়াৰ উপৰিও দুগৰাকী লব্ধপ্ৰতিষ্ঠ সাহিত্যিক আৰু কৃতি শিক্ষাবিদ গুৱাহাটী বিশ্ববিদ্যালয়ৰ এমেৰিটাছ প্ৰফেছাৰ ড° সত্যেন্দ্ৰনাথ শৰ্মা আৰু ড° প্ৰফুল্ল দত্ত গোস্বামী দেৱৰ নামো এই প্ৰসঙ্গতে কৃতজ্ঞচিত্তে উল্লেখ কৰিব লাগিব।

বিশ্ববিদ্যালয়ৰ সেই গৱেষণা গ্ৰন্থৰে অন্যতম ৰূপান্তৰ এই গ্ৰন্থখনি। ঠাই বিশেষে পুথিত বহল আলোচনাৰ কেতবোৰ বিষয় আছিল যদিও বিদ্যায়তনিক দৃষ্টিকোণৰ পৰা বিচাৰ কৰি সেই ব্যাখ্যাৰ পৰা বিৰত থকা হ'ল। কিয়নো আমাৰ উদ্দেশ্য হ'ল পণ্ডিত, গৱেষক, শিক্ষাবিদ তথা চিন্তাশীল ব্যক্তিৰ দৃষ্টি আকৰ্ষণ কৰা আৰু সৰ্বোপৰি ছাত্ৰ-ছাত্ৰীক এনেকুৱা কামৰ প্ৰতি আকৃষ্ট কৰা।

আন এটা কথা কোৱা উচিত হ'ব পুথিখনিৰ প্ৰকাশ সম্পৰ্কে। ডিব্ৰুগড়ৰ 'বনলতা' প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰী শ্ৰীমাখন হাজৰিকাই ইয়াৰ প্ৰকাশৰ দায়িত্ব লবলৈ নিজে আগবাঢ়ি অহাটো অতি আনন্দৰ কথা, আৰু সেই হিচাপেই তেওঁৰে ভাতৃ শ্ৰীমান অনন্ত

হাজৰিকাই পুথিৰ পাণ্ডুলিপি নি লাগি-ভাগি যথা সময়ত ছপা কৰি উলিওৱা বাবে তেওঁলোকৰ আটাইৰে শলাগ লোৱাৰ লগতে প্ৰতিষ্ঠানটোৰ দ্ৰুত উন্নতি কামনা কৰিলোঁ।

অৱশ্যে পুথিত ছপাখানাৰ ভূতৰ ভুমুকি মৰাকৈ ধৰি দুই এটা ত্ৰুটি থাকি গ'ল। ইয়াৰ বাবে সহৃদয় পাঠক-পাঠিকা সকলৰ ওচৰত ক্ষমা মাগিছোঁ, তদুপৰি পৰৱৰ্তী সংস্কৰণত সেইবোৰ আঁতৰ কৰিব পাৰিম বুলি আশা কৰিছোঁ।

ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰী প্ৰমুখ্যে অসমীয়া পঢ়ুৱৈৰ মাজত পুথিখনিৰ সমাদৰ হলেই এই কষ্ট সাৰ্থক হোৱা বুলি ভাবিম।

মন্দিৰা গোস্বামী।

# কৃতজ্ঞতা স্বীকাৰ

আমাৰ এই গ্ৰন্থৰ আধাৰ গবেষণা-গ্ৰন্থখনিৰ প্ৰণয়নত বিশেষকৈ গৱেষণা কালত তলত উল্লেখ কৰা অনুষ্ঠান আৰু ব্যক্তি সকলৰ পৰা বহু বিষয়ত বিশেষভাৱে সহায় সহযোগিতা পাইছিলোঁ আৰু সেইবাবে সেই সকলোৰে প্ৰতি এই প্ৰসঙ্গতে কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষ, কটন কলেজৰ অসমীয়া বিভাগৰ শ্ৰেষ্ঠ কৰ্ণধাৰ ড° হেমন্তকুমাৰ শৰ্মা, গুৱাহাটী বিশ্ববিদ্যালয়ৰ এমেৰিটাছ প্ৰফেছাৰ ড সত্যেন্দ্ৰনাথ শৰ্মা আৰু ড° প্ৰফুল্লদত্ত গোস্বামী, জৱাহৰলাল নেহৰু অধ্যাপকৰ আসনত থকা অসমীয়াৰ মুৰব্বী ড শ্ৰীমতী নিৰ্মলপ্ৰভা বৰদলৈ আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ৰীডাৰ ড° ভীমাকান্ত বৰুৱা, ভুমভুমা কলেজৰ অধ্যক্ষ শ্ৰীবৰ্বান চৌধুৰী আৰু প্ৰবক্তা শ্ৰীমতী ইৰা চৌধুৰী, কন্যা মহাবিদ্যালয়ৰ অধ্যক্ষ শ্ৰীঅনন্ত শৰ্মা আৰু শ্ৰীমতী গীতা শৰ্মা প্ৰমুখ্যে সহকৰ্মী অধ্যাপক-অধ্যাপিকা সকল, মোৰ পূজনীয়া বাইদেউ শ্ৰীযুতা প্ৰতিমা দেৱী, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পঞ্জীয়কৰ কাৰ্য্যালয়-সহকাৰী শ্ৰীনগেন দাস আদিৰ নাম বিশেষ উল্লেখযোগ্য। এই প্ৰসঙ্গতে মোৰ পুত্ৰদ্বয় শ্ৰীমান সৌৰীন্দ্ৰনাৰায়ণ গোস্বামী আৰু শ্ৰীমান জ্যোতীন্দ্ৰনাৰায়ণ গোস্বামীৰ নামো উল্লেখ কৰা উচিত হব।

এই বিষয়ৰ পূৰ্ব প্ৰকাশিত আৰু অপ্ৰকাশিত গ্ৰন্থকাৰ সকলৰ নামো স্মৰণ কৰিব লাগিব। কিয়নো সেই পূৰ্বসূৰী সকলৰ জোৰৰ পোহৰতে এই গ্ৰন্থ ৰচনা কৰিবলৈ মনত বল পাইছিলোঁ।

# সূচীপত্র



ৰজনীকান্ত বৰদলৈ

জন্ম | মৃত্যু
২৪ নৱেম্বৰ, ১৮৬৭ চন | ২৫ মাৰ্চ, ১৯৪০

## প্ৰথম অধ্যায়

## ১·০ অৱতৰণিকা

১.১ ৰজনীকান্ত বৰদলৈ অসমীয়া সাহিত্য জগতৰ এগৰাকী আগশাৰীৰ সুসাহিত্যিক (১৮৬৭-১৯৪১)। আচলতে অসমীয়া ভাষাত সৰ্বশ্ৰেষ্ঠ ঐতিহাসিক উপন্যাস ৰচোঁতা সকলৰ ভিতৰত ৰজনীকান্ত বৰদলৈ নিঃসন্দেহে অদ্বিতীয় ব্যক্তি। তেখেতৰ ককাকৰ জ্যেষ্ঠ ভাতৃ[১] মানৰ দুৰ্ধৰ্ষ আক্ৰমণৰ বলি হৈছিল আৰু ভায়েক ককায়েক আদি আনসকল লোক স্বইচ্ছাৰে প্ৰাণৰ ভয়ত দেশ এৰি ভটিয়াই নৱদ্বীপ[২] পাইছিল গৈ। বহু কালৰ পিছত পুনৰ স্বদেশলৈ উভতি আহি অ'ত ত'ত কৈ[৩] শেষত গুৱাহাটীত আশ্ৰয় লৈছিল। ৰজনীকান্ত বৰদলৈৰ গুৱাহাটীতে জন্ম হৈছিল যদিও শেষ জীৱনত তেওঁ ডিব্ৰুগড়তে নিগাজী হৈছিল।[৪] এওঁৰ পিতৃ—নৱনাথ বৰদলৈয়ে চৰকাৰী চাকৰি কৰিছিল। দেশৰ এক ৰাজনৈতিক সন্ধিক্ষণত যথেষ্ট লাটি-খাটিৰ সন্মুখীন হৈ সংঘাতপূৰ্ণ জীৱন যাপন কৰা উপৰিপুৰুষৰ সেই কথাই বৰদলৈৰ অৱচেতন মনত মাজে মাজে ভুমুকি মাৰিছিল। সেইবাবেই বোধহয় দেশৰ উঠি অহা ডেকা চামক তথা উত্তৰ পুৰুষৰ মনত স্বদেশপ্ৰেম, স্বজাতিপ্ৰীতি আৰু জাতীয়তাবোধৰ ভাব তীব্ৰতৰ কৰি তুলিবলৈ তেখেতে উপায় চিন্তা কৰিছিল। কলিকতাত শিক্ষা সাং কৰি চৰকাৰী চাকৰিত যোগদান কৰিবলৈ অসমলৈ উভতি অহা মুহূৰ্ততো মনৰ সেই সংকল্পকে ব্যক্ত কৰিছিল।[৫]

বৰদলৈৰ দেশান্তৰ হোৱা উপৰি পুৰুষৰ লোকে নৱদ্বীপলৈ গৈ সংস্কৃত শাস্ত্ৰ অধ্যয়ন কৰিছিল। অধ্যয়নৰ অন্তত অসমলৈ উভতি আহি পিতাকে চৰকাৰী চাকৰি কৰি জীৱিকা প্ৰৱৰ্তন কৰাৰ উপৰিও গাওঁ আৰু চহৰৰ মাজত সুন্দৰভাৱে সম্পৰ্ক ৰক্ষা কৰি চলিছিল, পুতেককো গ্ৰাম্য জীৱনৰ সেই সকলো অভিজ্ঞতা লাভৰ সুবিধা দিছিল। বৰদলৈয়ে ইংৰাজ আমোলত নৱ প্ৰৱৰ্তিত স্কুলীয়া শিক্ষালৈ উচ্চ শিক্ষাৰ্থে কলিকতালৈ গৈছিল। তাত গৈ কলেজত ভৰ্তি হোৱাৰ উপৰিও জোনাকী যুগৰ কাণ্ডাৰীসকলৰ লগত একান্তভাৱে সহযোগিতা কৰিছিল। হেমচন্দ্ৰ-গুণাভিৰামে অসমীয়া ভাষা সাহিত্যৰ যি উৰ্বৰা কঠিয়াতলী নিৰ্মাণ কৰিছিল তাতে 'বেজ-হেম-মাজিউ' এই ত্ৰিমূৰ্তিৰ প্ৰচেষ্টাত[১] জোনাকী যুগত অসমীয়া সাহিত্যৰ নতুন ফচলৰ বীজ অংকুৰিত হৈছিল।

---

১ দ্ৰষ্টব্য—এই গ্ৰন্থৰ ২, ১, ৭।

২ ঐ ।

৩ ঐ ।

৪ দ্ৰষ্টব্য—এই গ্ৰন্থৰ ২, ১, ৮।

৫ দ্ৰষ্টব্য—এই গ্ৰন্থৰ ২, ১, ৮।

৬ বেণুধৰ শৰ্মা ৰচনাৱলী, ২য় খণ্ড, পৃ. ২৬৪—২৭০।

সিযেই অসমীয়াৰ চকু মোকলাই দিছিল আৰু সকলো ক্ষেত্ৰতে অসমীয়া ডেকা-গাভৰুৱে প্ৰগতিৰ পথত খোজ দি আগবাঢ়িবলৈ সক্ষম হৈছিল। বিশেষকৈ সাহিত্য চৰ্চাৰ ক্ষেত্ৰত পশ্চিমীয়া ৰোমাণ্টিক ধাৰাই অসমীয়া সাহিত্যক নতুন প্ৰেৰণা যোগাইছিল। সেই ত্ৰিমূৰ্তিৰ নেতৃত্বত গঢ়লৈ উঠা অসমীয়া সাহিত্যৰ নতুন পৰিবেশত, ৰজনীকান্তৰ শৰীৰত যেন নতুন দেও চৰিল। হাতত তুলি লোৱা কাগজ-কলম মৃত্যু কাললৈকে অব্যাহত থাকিল আৰু অতি নিষ্ঠা সহকাৰে এলানি উপন্যাস ৰচনা কৰি দেশত এক অক্ষয় কীৰ্তি ৰাখি গ'ল। জোনাকী যুগৰ দেও লগা বতাহে ৰজনীকান্তৰ মনত দিয়া অসীম প্ৰেৰণাৰেই ফল এই উপন্যাসসমূহ।

১২. পদ্মনাথ গোহাঞিবৰুৱাই 'ভানুমতী', 'লাহৰী' আৰু লক্ষ্মীনাথ বেজবৰুৱাই 'পদুমকুঁৱৰী' উপন্যাস ৰচনা কৰিছিল। নতুন সাহিত্য সম্ভাৰেৰে আমাৰ সাহিত্য ভঁড়াল ওপচাই পেলাব লাগিব এইয়ে আছিল তেওঁলোকৰ সংকল্প।[৭]। তেওঁলোকে সেই দিশত আৰু বেছিদূৰ আগ নাবাঢ়িল, কিন্তু ৰজনীকান্ত সেই একেটা বিষয়, অৰ্থাৎ উপন্যাসতে লাগি থাকিল। এই ক্ষেত্ৰত তেখেত কেৱল কৃতকাৰ্য্য হোৱাই নহয়, সৰ্বকালৰ সৰ্বোৎকৃষ্ট ঔপন্যাসিক ৰূপে সাহিত্যৰ বুৰঞ্জীত এখনি স্থান অধিকাৰ কৰি সুখ্যাতি ৰাখি থোৱা বুলি কলেহে সঁচা কোৱা হব।

১৩ ৰজনীকান্তৰ জীৱন কালত অসম আছিল বৃটিছৰ পৰাধীন। আহোম শাসনৰ অন্ত পেলাই বৃটিছ শাসন প্ৰৱৰ্তিত হৈ ক্ৰমশঃ সেই পৰাধীনতাৰ শিকলিৰ বন্ধন দেশত কপ্‌কপীয়া হোৱাৰ উপক্ৰম হৈছিল। তাতে আকৌ ভুতৰ ওপৰত দানহ ওলাল, স্কুল কাছাৰী আদিৰ পৰা স্থানীয় সৰবৰহী জনসহযোগী শ্ৰেষ্ঠ ভাষা অসমীয়াক আঁতৰ কৰি তাৰ ঠাইত অসমৰ গাতে লাগি থকা বঙলা ভাষা বলেৰে জাপি দিয়া হ'ল।[৮] ৰজনীকান্তই সৰুতে এই বঙলাৰ পাঠ্য-পুথি আওৰাই বিদ্যাভ্যাস কৰিবলগীয়া হৈছিল। অৱশ্যে পিছলৈ স্কুলীয়া পৰ্য্যায় আৰু অন্যান্য ক্ষেত্ৰতো বোনিবা তাৰ পৰিৱৰ্তন ঘটিল। দেশত সেই সময়ত ৰাজনৈতিক বিৱৰ্তনৰ লগতে সাংস্কৃতিক ক্ষেত্ৰত, সমাজৰ অন্যান্য দিশত, শিক্ষাদি বিষয়ত সুকীয়া পৰিবেশ আৰু ধ্যান-ধাৰণাৰ সূত্ৰপাত হৈছিল।

'মান-মৰাণৰ আক্ৰমণ আৰু প্ৰাকৃতিক দূৰ্যোগাদিৰ মাজত অসমৰ ৰাইজ কিছুকাল বিপন্ন হৈ থকাৰ পিছত ইউৰোপীয় আধুনিক শিক্ষা পদ্ধতিৰ প্ৰৱৰ্তন আছিল এক আকস্মিক ঘটনা। সেই ঘটনা প্ৰবাহৰ গইনা লৈয়ে শান্তি আৰু প্ৰগতিকামী অসমীয়া লোকে নিজ নিজ অভিৰুচি অনুসৰি কৰ্মক্ষেত্ৰত প্ৰবৃত্ত হৈছিল। গাৱঁলীয়া ৰাইজে খেতি-বাতিত, ব্যৱসায়ীয়ে বেহা-বেপাৰ, সমাজ সংগঠকে সমাজৰ কামত, সত্ৰাদিত সন্ত-মহন্তসকলে সত্ৰীয়া ধৰ্ম-সংস্কৃতি, দেৱ-দেৱালয়, মঠ-মন্দিৰৰ লোকে সেইবিলাকৰ

---

৭ প্ৰাগুক্ত গ্ৰন্থ, পৃ: ২৭৮—২৯৩।

৮ দ্ৰষ্টব্য—এই গ্ৰন্থৰ ৩, ৬।

পৰম্পৰাগত ঐতিহ্য ৰক্ষাৰ আৰু উঠি অহা চামে আধুনিক শিক্ষা লাভৰ বাবে চেষ্টা-ওপৰা লগাইছিল। মুঠতে অসমৰ জাতীয় জীৱনৰ সকলো ক্ষেত্ৰতে এক নতুন চেতনাৰ ৰতাহে বাৰুকৈয়ে আলোড়ণৰ সৃষ্টি কৰিছিল। বৃটিছ শাসনৰ এই কালছোৱাত দেশে সুস্থিৰতা লাভৰ পথত আগবঢ়াৰ লগে লগে ভাষাৰ ক্ষেত্ৰত যি অস্থিৰতাই দেখা দিছিল তাৰ পৰিৱৰ্তন ঘটাত বিশেষভাৱে উপকৃত হৈছিল। উক্তৰ পুৰুষ আৰু তেওঁলোকেও অসমীয়া ভাষা-সাহিত্যৰ উন্নতিকল্পে মন-প্ৰাণ সঁপি দিবলৈ কৃতসংকল্প হৈছিল। কলিকতালৈ বুলি উচ্চ শিক্ষাৰ্থে যোৱা ছাত্ৰসকলে সেই বাবেই অসমীয়া সাহিত্য চৰ্চাকো তেওঁলোকৰ সেই সময়ৰ দৈনন্দিন কাৰ্য্য তালিকাৰ অন্তৰ্ভুক্ত কৰি লৈছিল।[৯] অঃ ভাঃ উঃ সাঃ সঃ অনুষ্ঠানটি তাৰেই সাক্ষী।

১৪ অসমীয়া ভাষা-সাহিত্যৰ উন্নতিকল্পে যে কলিকতীয়া আটাইবিলাক অসমীয়া ছাত্ৰ-ছাত্ৰীয়ে মনোযোগ দিছিল তেনে নহয়, তাৰপৰা আঁতৰি থকা ছাত্ৰও বহুত আছিল। তদুপৰি বৃটিছ প্ৰশাসকক নানা সময়ত সহায়-সহযোগিতা কৰি ব্যক্তিগত লাভ আদায় কৰা লোকৰো অভাৱ নাছিল। অৱশ্যে তাৰ মাজতো দুই এক লোকে দেশৰ হকেও কাম কৰিছিল। বংগদেশৰ বংকিমচন্দ্ৰ চট্টোপাধ্যায় সেই যুগত বৃটিছ চৰকাৰৰ বিচাৰকৰ পদত থাকি বংগবাসীক জাতীয়ভাৱৰ দ্বাৰা উদ্বুদ্ধ কৰিবলৈ যিদৰে এলানি উপন্যাস লিখিছিল সেই একেদৰে আমাৰ ইতিহাস আৰু জনজাতিৰ পৰা সমল আহৰণ কৰি ৰজনীকান্তয়ো এলানি উপন্যাস ৰচনা কৰি সকলোৰে প্ৰিয়ভাজন হৈছিল। অন্যান্য ৰচনাৰ তুলনাত বৰদলৈৰ উপন্যাস আছিল অধিক উৎকৃষ্ট। তেওঁৰ প্ৰবন্ধসমূহক এই উপন্যাসৰ বিষয়বস্তু আৰু ভাবধাৰাৰ আনুষংগিক ৰচনা বোলাহে যুগুত।

১৪১ বৰদলৈয়ে চৰকাৰী চাকৰিত থকা সময়ত অসমৰ বহু ঠাইৰ সমাজ-জীৱনৰ লগত ঘনিষ্ঠ পৰিচয় হোৱাৰ সুযোগ লাভ কৰিছিল। অসমৰ বহু ঠাইৰ গাওঁ-ভুঁই আদি ফুৰি ভিন্ন-বিষয়ৰ নানা কিতাপ পঢ়ি, সত্ৰীয়া সংস্কৃতি আৰু অন্যান্য ঐতিহ্যবাহক বহু কথাৰ পৰা সাহিত্যৰ সমল গোটাই নিজেও সাহিত্য চৰ্চা কৰিলে আৰু উত্তৰপুৰুষৰ বাবেও নতুন আদৰ্শ ৰাখি থৈ গ'ল। জোনাকীৰ পিছত অন্যান্য কেবাখনো আলোচনীৰ লগত জড়িত হোৱাৰ উপৰিও তেখেত ভালেমান জাতীয় অনুষ্ঠানৰ লগতো ঘনিষ্ঠভাৱে জড়িত হৈ পৰিছিল। মিৰি সম্মিলনি, চুটীয়া সম্মিলনি, শংকৰদেৱ, হৰিদেৱ, দামোদৰদেৱ আদি বৈষ্ণৱ মহাপুৰুষসকলৰ তিথি আদিৰ উৎসৱ সমিতিৰ লগত তেখেতৰ সুন্দৰ সম্পৰ্ক গঢ়ি উঠিছিল। তদুপৰি নাট্যাভিনয় অৰ্থাৎ থিয়েটাৰ অনুষ্ঠানৰ বিশেষকৈ ডিব্ৰুগড় নাট্য সমিতিৰ তেখেত আছিল অন্যতম কৰ্ণধাৰ।[১০] এই বিলাকৰ জৰিয়তে সুখ্যাতি লাভ কৰাৰ উপৰিও অসম সাহিত্য সভাৰ সভাপতিৰ নিচিনা সম্মানজনক আসনতো তেখেত অধিষ্ঠিত হৈছিল। চৰকাৰী চাকৰিৰ উপৰিও চাহ

৯ শৰ্মা, বেণুধৰ, ১৯৬৭, অৰ্ঘ্যাৱলী, পৃ ১৭—৩২।
১০ ৰজনীকান্ত বৰদলৈ জন্ম-শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ, পৃ. ৫—৮।

বাগিছা চলাই স্বাধীন ব্যৱসায়লৈ তেখেতে মন মেলিছিল।[১১] ব্যৱসায়ত কিন্তু তেখেত কৃতকাৰ্য্য হব নোৱাৰিলে। আন সকলো ক্ষেত্ৰতে সুখ্যাতিৰে কাৰ্য্য পৰিচালনা কৰি তেখেতে আমাক বহুতো অৱদান দিয়াৰ লগতে নিজৰ কাৰ্য্যদক্ষতা আৰু কৃতিত্বৰ চানেকি ৰাখি থৈ গ'ল। সেই বাবেই তেখেত আমাৰ সকলোৰে বৰেণ্য পুৰুষ আৰু অনুকৰণীয় সাহিত্যিক।

১৪২ বৰদলৈৰ বিবিধ ৰচনাৰাজিয়ে সুন্দৰভাৱে প্ৰমাণ দিয়ে যে তেখেতে নানা বিষয়ৰ বিস্তৃত অধ্যয়ন কৰিছিল, তাৰ উদাহৰণৰ অভাৱ নাই। গাঁৱলীয়া অনাখৰী লোকৰ মুখত শুনা এটা গীতৰ আঁৰ ধৰি বৰদলৈয়ে বহু প্ৰশ্ন কৰি 'দন্দুৱা-দ্ৰোহ'ৰ সমল বিচাৰি উলিয়ালে।[১২] একেদৰে সৰভোগ-বিজনী অঞ্চলৰ লোককথা, কিংবদন্তীৰ পম খেদি 'মনোমতী' উপন্যাসৰ আঁচনি যুগুত কৰি বহু যত্ন কৰি এখনি চমতকাৰ উপন্যাস লিখিলে। এই প্ৰচেষ্টাৰ আঁৰত আছে বৰদলৈৰ লোক-সংস্কৃতিৰ প্ৰতি থকা প্ৰবল অনুৰাগ। আজিৰ দিনত বিদ্যায়তনিক দৃষ্টিভংগিৰে চাবলৈ গ'লে এনেকুৱা লোকক লোক-সংস্কৃতিৰ গৱেষক আখ্যা দিব লাগিব। সেইদৰে 'খাম্বা-থোইবীৰ সাধু' গ্ৰন্থ খনিয়েও বৰদলৈক এজন উন্নত পৰ্য্যায়ৰ 'ফোকলোৰিষ্ট' ৰূপেই চিনাকী দিয়ে। আকৌ 'মিৰি-জীয়ৰী' উপন্যাসৰ পৰিকল্পনা, কাহিনী-উপস্থাপন, মিচিং সমাজৰ সৰলতাপূৰ্ণ একুৰীয়া জীৱন যাত্ৰাৰ কথাযো বৰদলৈৰ অসম চিন্তাৰ এক নতুন দিশৰ সন্ধেদ দিয়ে। তদুপৰি অজনজাতীয় লোকেই যে দেশীয় জনজাতিবোৰৰ কল্যাণৰ হকে কাম কৰিব লাগে, সেই সকলো বিলাককে বুকুত সাৱটি লৈ অসমৰ সমাজ-সংস্কৃতিত ফাট মেলিব নোৱাৰাকৈ নিকপকপীয়া বন্ধনৰ ব্যৱস্থা কৰিব লাগে সেই কথাও সঁকিয়াই দিয়ে। এইয়া বৰদলৈৰ দূৰদৰ্শিতাৰে এক অতি ডাঙৰ দৃষ্টান্ত।

১৪৩ অসম সাহিত্য সভাৰ সভাপতিৰূপে থকা কালতো ভাষা-সাহিত্যৰ হকে তেখেতে যি অৰিহণা দি গৈছে সিযো সামান্য নহয়। আকৌ অসমত বৈষ্ণৱ সম্প্ৰদায়ৰ গুৰু কেইজনৰ অনুগামী সকলৰ মাজত অপ্ৰত্যাশিতভাৱে মূৰ দাঙি উঠিব ধৰা বিৰোধ ভাৱ যে আমাৰ উন্নতিৰ অন্তৰায় হব সেই কথালৈ দৃষ্টি দিযো তেখেতে প্ৰবন্ধাদি লিখি গৈছে। উপন্যাসৰ পাততো সুবিধা বুজি তাকেই সুন্দৰভাৱে প্ৰকাশ কৰিছে। এই বিলাকেও বৰদলৈৰ দূৰদৃষ্টি সম্পন্ন বিচাৰ-বুদ্ধিৰ বিচক্ষণতাৰ পৰিচয় দিয়ে। আকৌ এডোৱাৰ্ড গেইট আদি বৃটিছ চাহাবসকলৰ[১৩] সংস্পৰ্শত থাকি তেখেতে নিজে উপকৃত হোৱাই নহয় আমাৰ বাবেও গুণী-জ্ঞানী লোকৰ সংস্পৰ্শত কেনেভাৱে কাম কৰিব লাগিব তাৰ কিছু আদৰ্শ ৰাখি গৈছে। আজি আমাৰ দেশখনৰ পুৰণি সকলো কথাৰ বিষয়ে আমি সকলো সময়তে জানিবলৈ চেষ্টা কৰিব লাগে, বিশ্ববিদ্যালয়ৰ ডিগ্ৰীযেই

১১ প্ৰাগুক্তগ্ৰন্থ, পৃ. ১৬।
১২ 'দন্দুৱা-দ্ৰোহ'ৰ পাতনি, পৃ. '০২—'০৩।
১৩ ৰজনী-বৰদলৈ ৰচনামালা, পৃ. ১১৯-১২০।

নহয়। ৰজনীকান্তৰ ব্যক্তিগত জীৱন আৰু তেওঁৰ সাহিত্য-কৰ্মই সঁচাকৈয়ে আমাৰ জীৱনত এক গভীৰ তাৎপৰ্য্যপূৰ্ণ স্থান দখল কৰি আছে।

১৫ **প্ৰয়োজনীয়তা:** ৰজনীকান্ত বৰদলৈ অসমৰ ভাষা-সাহিত্যৰ সৰ্বোত্তম অৰাজনৈতিক জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ সভাপতি সকলৰ ভিতৰত এগৰাকী অনুকৰণীয় ব্যক্তি। তেখেতৰ জন্মৰ শতবৰ্ষ পূৰ্ণ হোৱা সময়ত অসম সাহিত্য সভাই বিভিন্ন পত্ৰিকা, আলোচনী আদিৰ পাতত সিঁচৰিত হৈ থকা ৰচনাসমূহ সংগ্ৰহ কৰি একেলগে থুপাই 'ৰজনী বৰদলৈ ৰচনামালা' নাম দি গ্ৰন্থ আকাৰে উলিয়াইছে (১৯৬৭)।[১৪] একে সময়তে 'ৰজনীকান্ত বৰদলৈ প্ৰতিভা' নামৰ এখনি গ্ৰন্থও[১৫] প্ৰকাশ কৰি উলিযাইছে। ডিব্ৰুগড় সাহিত্য সভাৰ যোগেদি কেন্দ্ৰীয়ভাৱে আয়োজন কৰা এই শতবৰ্ষ উৎসৱ সমিতিয়ে এখনি স্মৃতি গ্ৰন্থও ছপা কৰি উলিযাইছে।[১৬] বৰদলৈৰ আনবোৰ উপন্যাস সময়ে সময়ে প্ৰকাশিত হৈ আছে। এই জনা ব্যক্তিৰ শতবাৰ্ষিকী উৎসৱ অসমৰ বহু ঠাইত উদ্‌যাপিত হৈছে। বৰদলৈৰ প্ৰতি যথাযোগ্য শ্ৰদ্ধা আৰু সন্মান প্ৰদৰ্শন কৰা হৈছে যদিও বহুতেই উপলব্ধি কৰে যে বৰদলৈৰ বিষয়ে সকলো দিশ সামৰি চিন্তা কৰাৰ ক্ষেত্ৰত এতিয়াও কিছু অভাৱ আছে। তেখেতৰ সামগ্ৰিক ৰচনাৱলী আৰু জীৱন কাহিনী একেলগে ক'তো পোৱা নাযায়।

১৫১ ৰজনীকান্ত বৰদলৈ এজন লোক-সংস্কৃতিৰ প্ৰতি যথেষ্ট শ্ৰদ্ধাশীল ব্যক্তি, অসমৰ জনগোষ্ঠী আৰু ইতিহাস জনা লোক, অসমৰ শৈৱ-শাক্ত আৰু বৈষ্ণৱ ধৰ্মৰ বিষয়ে বহু জ্ঞান থকা লোক, সাধু-সন্যাসী তান্ত্ৰিক লোকৰ লগতো তেখেতৰ গভীৰ সম্পৰ্ক আছিল। আনহাতে নিজে কিন্তু বহু দেৱ-দেৱীৰ পূজাৰ প্ৰতি আছিল বিমুখ। ঘৰত পত্নীয়ে প্ৰতিমা আনি সুন্দৰ ভাৱে লক্ষ্মীপূজা কৰিছিল, তাত তেওঁ বিৰোধিতা নকৰিছিল।[১৭] বৰং সেই পূজাৰ প্ৰসাদ গ্ৰহণহে কৰিছিল। অন্য কোনো ধৰ্মৰ প্ৰতি তেওঁৰ সমূলি বিদ্বেষভাৱ নাছিল, এক উদাৰ ভাব পোষণ কৰিছিল। অসমীয়া ভাষাৰ প্ৰতি বৰদলৈৰ আছিল প্ৰগাঢ় প্ৰীতি আৰু জাতিটোৰ প্ৰতিও সততে কাম কৰাৰ দুৰ্বাৰ স্পৃহা। অসমৰ বিভিন্ন থলুৱা কথিত ভাষাৰ প্ৰতিও তেখেতৰ অসীম-প্ৰীতি আছিল।

---

১৪ ৰজনী বৰদলৈৰ 'দুস্প্ৰাপ্য ৰচনাসমূহ অৰ্থাৎ নানা ঠাইত সিঁচৰিত হৈ থকা ৰচনাখিনি অসম সাহিত্য সভাই ডঃ হেমন্ত কুমাৰ শৰ্মাৰ দ্বাৰা সম্পাদনা কৰি গ্ৰন্থাকাৰে 'ৰজনী বৰদলৈ ৰচনামালা' নাম দি ১৯৬৭ চনত ছপাই উলিয়াইছে। ইয়াত 'ৰাধা-ৰুক্মিণীৰ ৰণ', 'খাম্বা-থোইবীৰ সাধু' গ্ৰন্থ দুখনিও আছে। শৰ্মা ডাঙৰীয়াই প্ৰবন্ধবোৰ সংগ্ৰহ কৰি সুন্দৰভাৱে থুপুৱাই কৰিছে যদিও মূল লেখাৰ ওপৰত কোনো হাত ফুৰাবৰ যত্ন কৰা নাই মাত্ৰ দুই এঠাইত পাদটীকাৰ সহায়ত মন্তব্য দিবলৈ যত্ন কৰিছে। অনুপৰি "পৰিশিষ্ট" শিৰোনামাত তেখেতে বৰদলৈৰ সকলোবোৰ ৰচনাৰ এটা তালিকা ৰচনাৰ ক্ৰম অনুসৰি দাঙি ধৰিছে।

১৫ এইখনি বীৰেন্দ্ৰ বৰকটকীৰ দ্বাৰা সম্পাদিত আৰু অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত, এই গ্ৰন্থখনিতো চৈধ্যগৰাকী প্ৰবন্ধ লিখকৰ চৈধ্যটা প্ৰবন্ধ আৰু বৰদলৈৰ গ্ৰন্থপঞ্জীৰ তালিকা এটা দিয়া হৈছে।

১৬ ৰজনীকান্ত বৰদলৈ জন্ম শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ।

১৭ " প্ৰাগুক্ত গ্ৰন্থ।

১.৫.২. গুৰুৱা গীত-পদ, ঢুলীয়া, ওজাপালি, ভাওনা, থিয়েটাৰ, যাত্ৰাদলৰ প্ৰতিও আছিল আন্তৰিক শ্ৰদ্ধা। দেশীয় নদ-নদী, পৰ্বত-পাহাৰ, হাবি-বননি, খাদ্যাদি সকলোৰে প্ৰতি তেওঁৰ প্ৰবল অনুৰাগ আছিল। সেই কথা উপন্যাসৰ নানা ঠাইত প্ৰকাশ পাইছে।[১৮] এইদৰে দেখা যায় ৰজনী কান্ত জাতে-পাতে, হাড়ে-হিমজুৰে আছিল এজন সহজ-সৰল ধৰ্মভীৰু অসমীয়া লোক আৰু সততে তেওঁ আছিল অসম সচেতন ব্যক্তি। ভ্ৰমণ কৰিবলৈ অসমৰ বাহিৰলৈ যাওঁতেও তেওঁৰ চকুৰ আগত ভাহি উঠিছিল অসমখন, অসমৰ চিত্ৰৰূপ।[১৯] এইজনা সাহিত্যিকৰ গদ্যশৈলী, ৰচনা সম্ভাৰৰ ভাষা-তাত্বিক বিশ্লেষণ, ৰচনা সম্ভাৰত থলুৱা সংস্কৃতি, জনজাতি আৰু লোক-বিশ্বাস ইত্যাদি ভালেমান বিষয়ৰ বিশ্লেষণনাত্মক অধ্যযনৰ বহু থল আছে। সেইবিলাক কথালৈ লক্ষ্য কৰিযে ৰজনীকান্ত বৰদলৈৰ জীৱন কাহিনী আৰু ৰচনা সম্ভাৰৰ আলমত এই অধ্যয়নৰ প্ৰযোজন উপলব্ধি কৰা হৈছে। বৰদলৈ সম্পৰ্কে ইতিমধ্যে যিবিলাক অধ্যযন হৈছে তাৰ সকলোতে সকলোদিশ সামৰি সামগ্ৰিক ভাৱে অধ্যযন কৰাৰ প্ৰচেষ্টাৰ অভাৱ দেখা যায়। ব্যক্তিগত ভাৱে সেই কথা উপলব্ধি কৰিযেই এই অধ্যযন হাতত লোৱা হৈছে।

১.৬ **পদ্ধতি :** ঐতিহাসিক পদ্ধতিৰ সহাযত এই আলোচনা যুগুত কৰিবলৈ চেষ্টা কৰা হৈছে যদিও ঠাই বিশেষে বৰ্ণনামূলক পদ্ধতিৰো আশ্ৰয লোৱা হৈছে।
বৰদলৈৰ সমগ্ৰ ৰচনাৱলীৰ তালিকা প্ৰস্তুত কৰি প্ৰতিটো বিষয়ৰ ৰচনা সমূহৰ পৰিচযমূলক বৰ্ণনা যুগুত কৰা হৈছে। তদুপৰি ঠাই বিশেষে[২০] প্ৰযোজন অনুসৰি তুলনামূলক দৃষ্টি ভংগিৰো সহায লোৱা হৈছে, বিশেষকৈ বৰদলৈয়ে আন সাহিত্যিকৰ দ্বাৰা কি ভাৱে অনুপ্ৰাণিত হৈছিল, তেখেতৰ ৰচনাত ক'ত কেনেভাৱে আন লিখকৰ প্ৰভাৱ* চকুত পৰে সেইবোৰ কথাৰ বিশ্লেষণত তুলনামূলক পদ্ধতিৰ সহায় লোৱা হৈছে। মূলতঃ ঐতিহাসিক পদ্ধতিৰ প্ৰযোগত এই গ্ৰন্থখনি যুগুতাবলৈ প্ৰযাস কৰা হৈছে।

১.৬.১ ৰজনীকান্ত বৰদলৈৰ জীৱন-কাহিনী তেওঁৰ পূৰ্বপুৰুষৰ ইতিবৃত্তসহ ব্যক্তিগত জীৱন আৰু সাহিত্য ৰাজিৰ বিষযে এতিযালৈকে যিখিনি পৰ্য্যালোচনা হৈছে সেইখিনি বৰদলৈৰ ব্যক্তিত্ব আৰু প্ৰতিভা সম্পৰ্কে যথেষ্ট নহয। তেখেতৰ পাৰিবাৰিক জীৱন সম্পৰ্কে যি আলোচনা পোৱা যায় সি অতি সামান্য, যি দুই এটা প্ৰবন্ধ প্ৰকাশিত হৈছে তাতো ঘৰুৱা জীৱনৰ খুটি-নাটি ভালেমান কথা, বৈবাহিক জীৱনৰ কথা, চাকৰি জীৱনৰ কথা ইত্যাদি বিষযত গতানুগতিক ভাৱে দিয়া অতি সংক্ষিপ্ত বিৱৰণহে পোৱা যায়। বৰদলৈৰ ব্যক্তিগত জীৱনৰ বিভিন্ন উল্লেখনীয় দিশবোৰৰ বিষযে অসমীয়া

১৮ দ্ৰষ্টব্য—এই গ্ৰন্থৰ ৰচনাৰ পৰিচয় অধ্যায়।
১৯ দ্ৰষ্টব্য— পূৰ্বীৰ বৰ্ণনা'ত শোৱালকুচিৰ চিত্ৰ।
২০ দ্ৰষ্টব্য—এই গ্ৰন্থৰ ৰচনাৰ পৰিচয় অধ্যায় ( ব্যক্তিত্ব আৰু প্ৰতিভা সম্পৰ্কে )।
* দ্ৰষ্টব্য—এই গ্ৰন্থৰ ৪.১৫।

পাঠকে আজিকোপতি বহু কথা জানিবলৈ সুযোগ পোৱা নাই। সেই একেদৰে তেখেতৰ সাহিত্য সৃষ্টি সম্পৰ্কেও ভালেমান কথা আজিও পোহৰলৈ অহা নাই।

এই গ্ৰন্থৰ বিস্তাৰিত আলোচনাত সাধ্যানুসাৰে উল্লিখিত এই বিষয় সামৰি সামগ্ৰিক-ভাৱে সকলো কথা শৃংখলাবদ্ধভাৱে দাঙি ধৰিবলৈ যত্ন কৰা হৈছে।

১.৬.২. বৰদলৈৰ জীৱন-কাহিনীৰ বিষয়ে অধ্যয়ন কৰোঁতে বহু অসুবিধাৰ সম্মুখীন হবলগীয়া হৈছে। বৰদলৈৰ বিষয়ে অ'ত ত'ত ছেগাচোৰোকাকৈ উল্লেখ কৰা কিছু বৰ্ণনা নাইবা তেখেতৰ বিষয়ে আনৰ জীৱনী বা জীৱন সোঁৱৰণত সন্নিবিষ্ট হৈছে যদিও সিবিলাক সকলোতে গতানুগতিকতা ৰক্ষা কৰাহে দেখা যায়। তদুপৰি প্ৰায়-খিনিতে একেকথাৰে পুনৰুক্তি ঘটিছে। এই সন্দৰ্ভত বৰদলৈ ডাঙৰীয়াৰ, পুত্ৰ, বোৱাৰী[২১], নাতি[২২], আদিৰ পৰা বহু কথা সংগ্ৰহ কৰা হৈছে। বৰদলৈক ব্যক্তিগত ভাৱে লগ পোৱা লোকৰ পৰাও[২৩] অভিনয় আদি সম্পৰ্কে কিছু তথ্যপাতি আহৰণ কৰা হৈছে।

১ ৬ ৩ বৰদলৈৰ ৰচনা সমূহৰ মূল পাণ্ডুলিপি ক'তো পোৱা নগ'ল। সাহিত্য প্ৰকাশৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থ সমূহ, আলোচনীত প্ৰকাশিত ভ্ৰমণ কাহিনীমূলক ৰচনা আদিয়েই বৰদলৈৰ সাহিত্যকৃতি সম্পৰ্কে আলোচনাৰ বাবে প্ৰধান সমল। অৱশ্যে সাহিত্য সভাৰ নগাঁও অধিবেশনত প্ৰদান কৰা অভিভাষণটিহে পোৱা গৈছে, স্বকীয়াভাৱে আন ভাষণটোৰ পোৱা নগ'ল। অৱশ্যে তেখেতৰ দুখনমান চিঠি লক্ষ্মীনাথ বেজবৰুৱাৰ পত্ৰলেখাত সন্নিবিষ্ট হৈছে। হাতে লিখা এখনি চিঠিৰ 'ফটো মুদ্ৰণ' ( Photostat ) পৰিশিষ্টত সন্নিবিষ্ট কৰা হৈছে। এই সকলোবোৰ ৰচনা, আৰু বৰদলৈ সম্পৰ্কীয় আনুষঙ্গিক বিবোৰ ৰচনা আছে, এই আটাইবোৰ ঘাইকৈ দুভাগত বিভক্ত কৰি লোৱা হৈছে ঃ সেয়া হৈছে—(ক) মুখ্য বা অন্তৰঙ্গ সমল আৰু (খ) গৌণ বহিৰঙ্গ সমল।

১.৬ ৩ ১ (ক) মুখ্য বা অন্তৰঙ্গ সমল ঃ সাহিত্য প্ৰকাশৰ দ্বাৰা প্ৰকাশিত বৰদলৈ ডাঙৰীয়াৰ উপন্যাসৰাজি, সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত 'ৰজনী বৰদলৈ ৰচনামালা'ৰ অন্তৰ্গত বৰদলৈয়ে লিখা নিজৰ ৰচনাখিনি, সাহিত্য সভাৰ ভাষণমালাৰ প্ৰথম খণ্ডৰ অন্তৰ্গত বৰদলৈৰ অভিভাষণখনি, 'আৱাহন', 'আলোচনী' আদিত প্ৰকাশিত বৰদলৈৰ নিজৰ ৰচনাখিনি। ইয়াৰ উপৰিও বেজবৰুৱাৰ পত্ৰলেখাৰ অন্তৰ্গত বৰদলৈৰ চিঠি আৰু সাহিত্যৰ বুৰঞ্জীৰ লেখক ডিম্বেশ্বৰ নেওগ আৰু পণ্ডিত তীৰ্থনাথ শৰ্মালৈ লিখা চিঠি দুখনৰ কথাও উল্লেখ কৰিব পাৰি। এই চিঠি দুখন যথাক্ৰমে ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত ৰজনী বৰদলৈ শতবাৰ্ষিকী উৎসৱ সমিতিৰ স্মৃতিগ্ৰন্থ আৰু অসম সাহিত্য সভাৰ

২১ শ্ৰীদেৱকুমাৰ বৰদলৈ আৰু শ্ৰীমতী পুষ্পপ্ৰভা বৰদলৈ।

২২ শ্ৰীপ্ৰশান্ত বৰদলৈ।

২৩ শ্ৰীলক্ষ্মীকান্ত দত্ত আৰু শ্ৰীশশীপ্ৰসাদ দত্ত, শ্ৰীনাৰংগধৰ বাৰুখোৱা।

প্ৰাক্তন সভাপতি অধ্যাপক উপেন্দ্ৰনাথ লেখাৰুৰ 'উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈ' গ্ৰন্থত সান্নিবিষ্ট হৈছে। এইখিনিয়েই হ'ল মাইকৈ মুখ্য সমল বা অন্তৰঙ্গ সমল।

১.৬.৩.২ (খ) **গৌণ বা বহিৰঙ্গ সমল ঃ** বৰদলৈৰ পুত্ৰ-বোৱাৰী, নাতি আৰু তেখেতক লগ পোৱা ডিব্ৰুগড়ৰ কেইগৰাকীমান লোকৰ পৰা সংগ্ৰহ কৰা বৰদলৈ সম্পৰ্কীয় তথ্য-পাতি, কটন কলেজৰ অসমীয়াৰ অধ্যাপক ডক্টৰ হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনমালা'ৰ অন্তৰ্গত ভূমিকা, ৰজনীকান্ত বৰদলৈ শতবাৰ্ষিকী উৎসৱ সমিতিৰ স্মৃতিগ্ৰন্থ, অসমীয়া সাহিত্যৰ বুৰঞ্জীসমূহ, বৰদলৈ সম্পৰ্কে যুগুত কৰা সাহিত্য প্ৰতিভা, বৰদলৈৰ বিষয়ে আলোচনা কৰা অন্যান্য গ্ৰন্থ আৰু বিভিন্ন আলোচনীত প্ৰকাশিত প্ৰবন্ধ আদিয়ে প্ৰধান। থূলমূলকৈ, বৰদলৈৰ জীৱন আৰু সাহিত্যৰ বিষয়ে অ'ত-ত'ত থকা কিম্বা স্বকীয়া গ্ৰন্থৰূপে যুগুত কৰা সৰু ডাঙৰ বিবিধ গ্ৰন্থ। এই শিতানৰ গ্ৰন্থৰাজিকো আকৌ দুভাগত বিভক্ত কৰিব পাৰি— গৌণ আৰু পৰিপূৰক সামগ্ৰী। গৌণ বোলোঁতে বৰদলৈৰ ৰচনা আনে সম্পাদনা কৰা নাইবা পত্ৰিকা আলোচনী আদিৰ পাতত সিঁচৰিত অৱস্থাত থকা বৰদলৈৰ ৰচনা। আনহাতে পৰিপূৰকবোলোঁতে বৰদলৈৰ বিষয়ে আন সাহিত্যকে যুগুত কৰা আলোচনা বা বিশ্লেষণমূলক প্ৰবন্ধ।

১.৬.৪ এই বিলাকৰ পৰা আহৰণ কৰা তথ্য-পাতিৰ ওপৰত নিৰ্ভৰ কৰিলেও সকলো ক্ষেত্ৰতে ব্যক্তিগত চিন্তা আৰু বিচাৰৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হৈছে। অৱশ্যে তাকে কৰিবলৈ যাওঁতে উল্লিখিত আটাইবিলাক সমলৰ আশ্ৰয় লোৱা হৈছে। পূৰ্বসুৰীসকলৰ চিন্তা, মতামতেও আমাৰ ব্যক্তিগত চিন্তা আৰু বিশ্লেষণত যথেষ্ট সহায় কৰিছে।

## ২.০০ ৰজনীকান্ত বৰদলৈৰ জীৱন আৰু ব্যক্তিত্ব

২.১ **জীৱন-কাহিনী:** লব্ধপ্ৰতিষ্ঠ অসমীয়া ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ অসমীয়া ভাষা-সাহিত্যৰ প্ৰসাৰ আৰু উন্নতিকল্পে দেহে-কেহে কাম কৰা জোনাকী যুগৰ নিষ্ঠাৱান সু-সাহিত্যিক সকলৰ ভিতৰত অন্যতম। অসমৰ পুৰণি সমাজ-ব্যৱস্থা, ধৰ্ম-সংস্কৃতি আৰু অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা আৰু অনুৰাগৰ সাক্ষ্য বহন কৰে বৰদলৈৰ উপন্যাস সমূহ আৰু অন্যান্য ৰচনা ৰাজিয়ে। কলেজত পঢ়ি থকাকালতেই তেওঁ বংগৰ বংকিমচন্দ্ৰ চট্টোপাধ্যায়ৰ দৰে উপন্যাস লিখাৰ যি সংকল্প লৈছিল পিছৰ কালত চৰকাৰী বিষয়াৰূপে অতি গুৰুত্বপূৰ্ণ কামৰ দায়িত্ব নিয়াৰিকৈ পালন কৰা সময়তো সেই কথা পাহৰা নাছিল আৰু সাহিত্য চৰ্চাকে সাধনা হিচাবে লৈ এনানি উচ্চ পৰ্যায়ৰ ঐতিহাসিক উপন্যাস লিখি অসমীয়া উপন্যাসিকৰ মাজত সৰ্বোচ্চ আসন লাভ কৰিবলৈ সক্ষম হৈছিল। 'ঐতিহাসিক পটভূমিত আমাৰ সমাজখনক বুজিবলৈ যত্ন কৰাই হ'ল বৰদলৈৰ উপন্যাসৰ মাই তাৎপৰ্য।'[১] অসমীয়া সাহিত্যৰ আগশাৰীৰ সুপ্ৰসিদ্ধ সমালোচকেও সেই বাবেই বৰদলৈক অতিক্ৰম কৰি যাব পৰা ঐতিহাসিক ঔপন্যাসিক দ্বিতীয় এজন আজিকোপতি ওলোৱা নাই' বুলি দ্বিধাহীন-ভাৱে এক তাৎপৰ্যপূৰ্ণ মন্তব্য দিব পাৰিছে।[২]

এই গৰাকী কৃতী সাহিত্যিকৰ জীৱন-কাহিনী কিন্তু যথেষ্ট সংঘাতপূৰ্ণ। শিশু-কালতেই দেউতাকক হেৰুৱাই বহুতো দুখ-কষ্টৰ মাজেদি ডাঙৰ দীঘল হৈয়ো মোমায়েক দুৰ্লভ আৰু মাকৰ অভিভাৱকত্বৰ বাবে ৰজনীকান্তই জীৱনৰ পিছল বাটতো খোপনি ৰাখিব পাৰিছিল আৰু যথা সময়ত কলিকতালৈ গৈ কলেজীয়া শিক্ষা গ্ৰহণ কৰিব পাৰিছিল। কলিকতাত থকাৰ সময়ত তেওঁ আন প্ৰবসুৱা অসমীয়া সকলৰ দৰে জন্মভূমি আৰু মাতৃভাষাৰ হকে কাম কৰিবলৈ দৃঢ় সংকল্প লৈছিল। আৰু সেই কথা বৰদলৈয়ে জীৱনত কাহানিও পাহৰা নাছিল। জোনাকী যুগৰ এইগৰাকী ব্যক্তি নিঃসন্দেহে এক অনুকৰণীয় সাহিত্যিক।

২.১.১ ১৮৬৭ চনৰ ২৪ নবেম্বৰত গুৱাহাটীৰ কুকুৰমুতা গাৱঁত[৩] বিজয়খড়ি বংশৰ সুপুৰুষ নৰকান্ত শৰ্মাৰ ঘৰত ৰজনীকান্ত বৰদলৈৰ জন্ম হয়। সংগীতজ্ঞ দুৰ্বাদত্ত চাংকাকতীৰ জীয়েক আছিল নৰকান্তৰ চতুৰ্থ গৰাকী ভাৰ্য্যা আৰু ৰজনীকান্তৰ মাতৃ। এগৰাকী এগৰাকীকৈ তিনি গৰাকী পত্নী নিঃসন্তান হৈ ঢুকোৱাৰ পিছত তেওঁৰ

---

১ নেওগ, মহেশ্বৰ, অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ. ৩০৪।

২ শৰ্মা, সত্যেন্দ্ৰনাথ, অসমীয়া উপন্যাসৰ ভূমিকা, পৃ. ৭১।

৩ বৰ্তমানৰ হেদায়েতপুৰৰ অধিকাংশৰ উপৰিও গান্ধীবস্তীৰ পশ্চিমাংশ এই গাৱঁৰ এলেকাধীন আছিল।

দেউতাকে চতুৰ্থ গৰাকীৰ পাণি গ্ৰহণ কৰে। এইবাৰ তেওঁলোকৰ কুলগুৰু দক্ষিণপাট সত্ৰৰ অধিকাৰ বাসুদেৱ গোঁসাই প্ৰভুৰ আশীৰ্বাদত ক্ৰমে এই ভাৰ্যাৰ ফালৰ পৰা নৱকান্তৰ পাঁচোটি পুত্ৰ লাভ হয়। ৰজনীকান্ত আছিল তেওঁলোকৰ জেষ্ঠ পুত্ৰ।[৪] নৱকান্তৰ মাক টিপিৰী দেৱী আছিল ৰুদ্ৰৰাম উজীৰৰ ভাগিন ছোৱালী। সেই সূত্ৰে ৰুদ্ৰৰাম উজীৰৰ লগত তেওঁলোকৰ পৰিয়ালৰ মিতিৰালি গাঢ় হৈ উঠিছিল। সেই সময়ত সহীপত থকা, স্পষ্টভাৱে যুক্তি দৰ্শাব পৰা লোকে গোচৰীয়া-পদকীয়াৰ হকে কাছাৰীত চাহাবক দুই চাৰি কথা ক'ব পৰা জনেই উকীল-ৰূপে পৰিগণিত হৈছিল। ৰুদ্ৰৰাম আছিল তেনেকুৱা উকীল। তেওঁৰ মাটি-বৃত্তিও আছিল, তিনিখন মৌজাৰ ৰাজহতোলা জমিদাৰীও আছিল। তেনে এজন প্ৰতিপত্তি থকা লোকৰ সান্নিধ্যৰ বলতেই হ'বলা নৱকান্তই অসমত নতুনকৈ প্ৰৱৰ্তন হোৱা ব্ৰিটিছ শাসনত বিষয়বাব পাইছিল। প্ৰথমে জেনকিন্স চাহাবৰ তলত মাটিৰ জৰীপ কাৰ্য শিকি মাহে দহ টকীয়া দৰমহাত গুৱাহাটীৰ কমিচনাৰ অফিচত মহৰি ৰূপে সোমাই গুৱাহাটীত পিয়লৰ কাম কৰে। গুৱাহাটীৰ সেযে জাছিল প্ৰথম ছেটলমেণ্ট আৰু তাৰ ওপৰতে নিৰূপণ হৈছিল, এইদৰে কাম কৰি শেষত তেওঁ চিলঙৰ চীফ কমিচনাৰ অফিচত মাহে যাঠি টকীয়া দৰমহাৰ দায়িত্বপূৰ্ণ পদবীলৈ প্ৰমোচন পায়। নৱকান্তই সেই কামতে থাকি অৱসৰ লৈ তিনিবছৰ কাল পেন্সন ভোগ কৰি আকস্মিকভাৱে কলেৰাত আক্ৰান্ত হৈ চিৰদিনৰ বাবে চকু মুদিলে।

২১২. পিতৃ বিয়োগৰ সময়ত ৰজনীকান্তই ন-বছৰ বয়সত ভৰি দিছিল মাত্ৰ, হঠাৎ দেউতাক ঢুকোৱাত তেওঁ অভিভাৱকহীন হৈ পৰিল। অৱশ্যে দেউতাকে পূৰ্বৰ ভেটি-মাটিৰে সৈতে বৰ্তমানৰ কুলহাটীৰ বাউসী গাৱঁত থাট-পাম আৰু বেলতলা নুনমাটিতো থাট-পাম ৰাখি গৈছিল। তদুপৰি ইংৰাজৰ অনুকৰণত চাহ বাগিছা খুলিবলৈ সেই সময়ত নগাঁৱলৈ যোৱা চৰকাৰী আলিৰ কাষত ডিগাৰুৰ ফালে কিছু মাটি-বাৰী কিনি সৰু এখন বাগিছাও[৫] পাতিছিল। কিন্তু দেউতাকৰ মৃত্যু হোৱাৰ পিছত এই থাট-পাম, মাটি-বাৰী আদি চোৱা-চিতা কৰা লোকৰ অভাৱৰ বাবে তেওঁ কিছু অভাৱ-অভিযোগৰ সন্মুখীন হৈছিল। তাতে আকৌ ঘৰুৱা কাম-কাজ কৰা লগুৱা-লিগিৰীবোৰো এজন এজনকৈ আঁতৰি গৈছিল। সেইবাবে মাকৰ ঘৰুৱা কাম-কাজৰ লেঠা মাৰোঁতেই সময় গৈছিল। গতিকে পুতেকহঁতৰ পঢ়া-শুনা বা আন ঘৰুৱা কাম আদিত চকু ৰাখিবলৈ তেওঁ সময় নাপাইছিল।

২১৩ কুকুৰমুতালৈ অহাৰ আগতে ৰজনীকান্তৰ ককাদেউতাকে হাজোৰ ওচৰৰ বৰ্তমান কুলহাটীৰ বাউসী গাৱঁত কৰি থোৱা থাট-পামত স্থায়ীভাৱে বসবাস কৰিবলৈ

---

৪ 'ৰজনীকান্ত বৰদলৈ জন্ম শতবাৰ্ষিকী সোৱঁৰণী গ্ৰন্থ'ৰ অন্তৰ্গত লক্ষ্মীকান্ত দত্তৰ প্ৰবন্ধ, পৃ. ১—১৬; আৰু 'ৰজনী বৰদলৈ ৰচনামালা'ৰ অন্তৰ্গত 'আত্মজীৱন চৰিত্ৰ' প্ৰবন্ধ, পৃ. ১০১।

৫ পূৰ্বোক্ত গ্ৰন্থ' পৃ. ৪।

৬ শৰ্মা, হেমন্ত, ৰজনী বৰদলৈ ৰচনামালা গ্ৰন্থৰ অন্তৰ্গত 'আত্মজীৱন চৰিত' প্ৰবন্ধ, পৃ. ১১৩।

লৈছিল, কিন্তু দেউতাকৰ দিনত চাকৰিৰ সা-সুবিধাৰ কথা চিন্তা কৰি গুৱাহাটীৰ কুকুৰমুতা (বৰ্তমান হেদায়েৎপুৰ) গাৱঁলৈ আহিল যদিও বাউসীৰ মাটি-বাৰী খাট-পামৰূপে থাকি গ'ল। ল'ৰাৰ জাতকৰ্মাদিৰ সময়তহে কেৱল বাউসীলৈ গৈছিল। ৰজনীকান্তৰ চুড়াকৰণ বাউসীৰ ঘৰতে বৰ আড়ম্বৰেৰে পতা হৈছিল। নিশা ঢুলীয়াৰ ভাওঁ, কুস্তি-কাৱাজ, থিয়নাম আদিৰ আয়োজন কৰিছিল। 'কামৰূপীয়া ঢুলীয়াৰ ভাওঁ এটা চাবলগীয়া বস্তু'।[৬] তাৰ এমাহ মানৰ পিছতেই কুকুৰমুতালৈ আহি সাত্বিক পূজাৰী শশধৰ দেৱশৰ্মাৰ হতুৱাই সৰস্বতী পূজা এভাগ কৰি কাঠৰ ফলিত ৰজনীকান্তৰ বিদ্যাৰম্ভ কৰায়। এইদৰে ককাকে আন দুজন সম্পৰ্কীয় ভায়েকৰ লগত সেই পূজাৰী গৰাকীৰ ওচৰত ঘৰতে পঢ়ুৱাই ইংৰাজী স্কুলৰ শেষৰ অৰ্থাৎ লাষ্ট ক্লাছত ভৰ্তি কৰায়, বাকী দুজনক ককাদেউতাকে বঙলা স্কুলতহে ভৰ্তি কৰালে। শিক্ষকসকল বহুত জনা-বুজা যোগ্য ব্যক্তি হলেও স্কুলত পঢ়ুৱাওঁতে অসমীয়া আৰু বঙলা ভাষাৰ সান-মিহলি ঘটি এক নতুন বাকভংগীৰ সৃষ্টি হৈছিল।[৭]

২১৪ ল'ৰাকালত কুকুৰমুতা গাৱঁই আছিল ৰজনীকান্তৰ খেলাধুলা আৰু ভাল-বেয়া সকলোবোৰ কামৰ বিলাসক্ষেত্ৰ। সেই কালত কুকুৰমুতাৰ উত্তৰে আছিল নগাঁৱলৈ যোৱা চৰকাৰী পথ আৰু এখন বিল, দক্ষিণেও আছিল গৰু চৰোৱা পথাৰ আৰু এখন বিল। তাৰ সিপাৰে পাহাৰ, পশ্চিমে গুৱাহাটী চহৰ। উত্তৰে নৱগ্ৰহ পাহাৰ আৰু পূবেত সৰু বস্তিৰ গাতে লাগি থকা নৱগ্ৰহ মন্দিৰৰ দাঁতিত প্ৰকাণ্ড ৰজাদিনীয়া নচুকীয়া পুখুৰী।[৮] বৰ্তমানৰ শিলপুখুৰী তাৰেই অৱশেষ। ইয়াৰ উত্তৰ পাৰত আছিল ছটা বৰটোপ আৰু আন এটা প্ৰকাণ্ড শিল। সেই শিলটোৰ গাত 'বন্দিত প্ৰচণ্ড কোডণ্ড কাণ্ড যমদণ্ড দণ্ডিত'[৯] এই কথাখিনি লিখি আধাপোতাকৈ ৰখা বাবে এই পুখুৰীটোক শিলপোতা পুখুৰীও বোলে। এই কুকুৰমুতাতে নৰকান্তকে আদি কৰি আঠ ঘৰমান মানুহৰ ঘৰ। ল'ৰাকালত ইয়াত ডাঙৰ দীঘল হলেও ভাটি বয়সত ৰজনীকান্তৰ বাসস্থান আছিল উজানবজাৰৰ মানিকচন্দ্ৰ মাইনৰ স্কুলৰ উত্তৰ কাষত বৰ্তমান কাৰ্জাত পৰিয়াল থকা ঠাইত।

২১৫· ল'ৰাকালত ৰজনীকান্তৰ লগৰীয়াবোৰ আছিল আন পিছ পৰা সম্প্ৰদায়ৰ অশিক্ষিত লোকৰ পঢ়া-শুনা নকৰা ল'ৰা। সততে নানা দুষ্টালি কৰি ভাল পোৱা এই ল'ৰা জাকৰ লগত মিলি-জুলি শৈশৱ কাল কটোৱা বাবে তেওঁ কেতিয়াবা নিন্দা আৰু অপমান পাব লগীয়া হৈছিল, কিন্তু তাৰ মাজতো পঢ়া শুনাৰ প্ৰতি তেওঁৰ ধাউতি অটুট আছিল। সেইদৰে নিজৰ যত্ন, দুৰ্লভ মোমায়েক আৰু বিধৱা মাকৰ গভীৰ মৰম-স্নেহৰ মাজত সজ গতি-গোত্ৰৰ বাবে সকলোৱে চকুত পৰা[১০] ৰজনীকান্তই

---

৭ প্ৰাগুক্ত গ্ৰন্থ, পৃ· ১১৩-১১৬।

৮ প্ৰাগুক্ত গ্ৰন্থ, পৃ ১০৭-১০৮।

৯ প্ৰাগুক্ত গ্ৰন্থ, পৃ ১০৮।

১০ ৰজনীকান্ত বৰদলৈ জন্ম-শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ, পৃ· ৫।

সোতৰ বছৰ বয়সত (১৮৮৫ চনত) গুৱাহাটী চেমিনেৰীৰ (বৰ্তমান কলেজিয়েট) পৰা এণ্ট্ৰেন্স পৰীক্ষাত পাছ কৰে। সেই সময়ত অসমত কোনো কলেজ নথকাত অসমীয়া ল'ৰাৰ উচ্চশিক্ষাৰ বাবে এক মাত্ৰ ঠাই আছিল কলিকতা, তালৈ যাবলৈকো বহুত টকা-পইচাৰ প্ৰয়োজন। অসমৰ চীফ কমিছনাৰ চাৰ এলিয়ট চাহাবে খৃষ্টীয় ১৮৮১ চনত উচ্চ শিক্ষাৰ বাবে এটা কুৰি টকীয়া জলপানী প্ৰৱৰ্তন কৰে। সৌভাগ্য-ক্ৰমে ৰজনীকান্তই সেই জলপানীটো লাভ কৰাত উচ্চ শিক্ষাৰ উদ্দেশ্যে কলিকতালৈ যোৱাৰ সুবিধা হয়। তাত তেওঁ মেট্ৰ'পলিটান ইন্‌ষ্টিটিউটত পঢ়িবলৈ লয় আৰু যথাসময়ত ১৮৮৭ চনত প্ৰথম বিভাগত এফ, এ মহলাত উত্তীৰ্ণ হয়। ইয়াৰ পিছত তেওঁ চিটি কলেজত বি, এ শ্ৰেণীত ভৰ্তি হয় আৰু একে সময়তে কলিকতা মেডিকেল কলেজতো নাম ভৰ্তি কৰি বৃত্তিৰ বাবে অসম চৰকাৰৰ ওচৰত আবেদন জনায়। মেডিকেল কলেজত ২য় বাৰ্ষিকলৈ প্ৰমোচন পোৱাৰ পিছত যেতিয়া তেওঁ জানিবলৈ পালে যে একে সময়তে এজন ছাত্ৰই দুটা বৃত্তি ভোগ কৰিব নোৱাৰে, তেতিয়া তেওঁ বিমোৰত পৰিল। সেই নিয়মৰ বাবেই তেওঁৰ মেডিকেল কলেজৰ বৃত্তিৰ দৰ্খাস্ত নামঞ্জুৰ হ'ল। ফলত ৰজনীকান্তই লগে লগে মেডিকেল কলেজ পৰিত্যাগ কৰে।[১১] ১৮৮৯ চনত তেওঁ বি, এ মহলাত উত্তীৰ্ণ হয়। পুনৰ আইন কলেজত ভৰ্তি হ'ল যদিও ঘৰৰ মাটি-বাৰী, খাট-পাম আদি ভালদৰে চলোৱা টান হৈ পৰাত একমাত্ৰ সেই ঘৰুৱা জঞ্জালৰ বাবেই তেওঁ কলিকতা এৰি গুৱাহাটীলৈ গুচি আহিবলৈ বাধ্য হ'ল।[১২] সিমানতে তেওঁৰ শিক্ষা জীৱনৰো অন্ত পৰিল।

২১৬ কলিকতাত থকা সময়ত তেওঁ নানা লোকৰ সান্নিধ্যলৈ আহি বহু অভিজ্ঞতা সঞ্চয় কৰিছিল। অসম আৰু অসমীয়া ভাষা-সাহিত্য, শিক্ষা-দীক্ষা আদিৰ ক্ষেত্ৰত অসমীয়া লোকৰ দুৰ্দশাৰ বিষয়েও তেওঁ ভালকৈয়ে উপলব্ধি কৰিছিল। সেই কাৰণেই অন্যান্য প্ৰবাসুৱা অসমীয়া সকলৰ লগ লাগি 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' গঠন কৰি জন্মভূমি আৰু মাতৃভাষাৰ উন্নতিৰ হকে অহোপুৰুষাৰ্থ কৰিবলৈ সংকল্প লৈছিল। তাত চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, ৰমাকান্ত বৰকাকতি, ৰত্নধৰ বৰুৱা, ঘনশ্যাম বৰুৱা আদি অসম-প্ৰেমী লোকৰ ঘনিষ্ঠতালৈ আহি মাতৃভাষাৰ উন্নতিৰ হকে কাম কৰিবলৈ মনত বহুত উৎসাহ উদ্দীপনা পাইছিল। ইয়াৰ আন এটা কাৰণ আছিল তেওঁৰ পূৰ্বপুৰুষৰ লগত বিশেষভাৱে থকা আহোম ৰজাঘৰৰ যোগাযোগ। ৰজনীকান্তৰ পূৰ্বপুৰুষ সমুদ্ৰ-খাঁড় দৈৱজ্ঞ বিজয়খাঁড়ঠালৰ লোক। পূৰ্বপুৰুষৰ বংশ তালিকা এটি তলত দিয়া হ'ল ঃ—

১১ প্ৰাগুক্ত গ্ৰন্থ, পৃ ৬।
১২ প্ৰাগুক্ত গ্ৰন্থ, পৃ ৬।

## বংশলতা*




২১৭ ৰজনীকান্ত বৰদলৈৰ ককাকহঁতৰ আদি ঠালটোৱে উজনিৰ দিহিং অঞ্চলত স্থায়ীভাৱে বসবাস কৰিবলৈ লৈছিল বাবে এওঁলোকক দিহিংগীয়াখড়িৰ বংশৰ বুলিও কয়।[১৩] তেওঁৰ ককাক তুৱাৰাম দেৱশৰ্মাই দৈৱজ্ঞ-ব্ৰাহ্মণৰ কাৰ্য্যপন্থা অনুসৰি জ্যোতিষ শাস্ত্ৰৰ মতে গণনা আৰু বৈগুণৰ প্ৰতিকাৰৰ বাবে স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহ ৰাজপাটত থকাৰ সময়ত স্বৰ্গদেৱসকলক দিহা-পৰামৰ্শ দি উজনিৰ দিহিং অঞ্চলত

---

* ৺কীৰ্তিনাথ বৰদলৈদেৱে তেওঁৰ 'সন্দীপিকা' গ্ৰন্থত দিয়া ৰজনীকান্ত বৰদলৈৰ পূৰ্বপুৰুষৰ এই বংশলতা ৰজনীকান্ত বৰদলৈ জন্ম-শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থৰ পৰা উদ্ধৃত কৰা হৈছে।

১৩ ৰজনীকান্ত বৰদলৈ জন্ম-শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ, পৃ. ৩।

বসবাস কৰিছিল। মানৰ আক্ৰমণৰ সময়ত তেওঁলোকে আন বহুলোকৰ দৰে নাৰ্মানিৰ ফালে ভটিয়াই আহিছিল। তুলাৰামো আহিল, কিন্তু তেওঁৰ ককাকক কচুৱনিৰ মাজত লুকাই থকা অৱস্থাতে মানে কাটিলে। তুলাৰাম ভটিয়াই গৈ নদীয়া-শান্তিপুৰ পালেগৈ।[১৪] তেওঁ তাতে কেইবছৰমান থাকি শাস্ত্ৰ অধ্যয়ন কৰি ইংৰাজৰ শাসন প্ৰৱৰ্তন হোৱাত অসমলৈ আহি বঙালীৰ বাং অঞ্চলত থাকিবলৈ ল'লে। তাতেই তেওঁ বিয়াও কৰালে। ৰজনীকান্তৰ পিতৃ নৰকান্ত বঙালীৰ বাং অঞ্চলতে ওপজে। কিছুকাল পিছত তুলাৰামে বাং এৰি আহি হাজোৰ বাউসীত নিগাজীকৈ বসবাস কৰিবলৈ ল'লে। দৰাচলতে আহোম স্বৰ্গদেৱ সকলৰ অনুগ্ৰহত কনৌজৰ পৰা ৰংপুৰ শিৱসাগৰতে থিতাপি লৈ মানৰ অত্যাচাৰত নাৰ্মান অসমলৈ উৰ্ফাৰি আহি শেষত গুৱাহাটীৰ স্থায়ী বাসিন্দা হ'ল। জীৱনৰ বিয়লি পৰত তেওঁ ডিব্ৰুগড় পালেগৈ।

২১৮ . কলিকতাত 'জোনাকী' (১৮৮৯) কাকতৰ আত্মপ্ৰকাশৰ মূলতে আছিল চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী।[১৫] অৱশ্যে এওঁলোকৰ প্ৰধান সহায় সাৰথি আছিল প্ৰবাসুৱা অসমীয়া বিশেষকৈ ডেকা ছাত্ৰসকল। ৰজনীকান্ত আছিল সিসকলৰ মাজত এজন প্ৰধান ব্যক্তি। তেওঁ কবিতা, গল্প বা আন বিষয়ক প্ৰবন্ধ লিখিব নোৱাৰি Huxley-ৰ ইংৰাজী গ্ৰন্থ 'Human Anatomy'-ৰ অনুবাদ 'শৰীৰ তত্ত্ব' নামৰ প্ৰবন্ধটোকে অঃ ভাঃ উঃ সাঃ সভাৰ বৈঠকত পাঠ কৰিছিল আৰু সেই প্ৰবন্ধটো পিছত 'জোনাকী'ত প্ৰকাশ হৈছিল। সেইটোৱেই তেওঁৰ প্ৰথম প্ৰকাশিত প্ৰবন্ধ। সেই অনুবাদেই তেওঁৰ অসমীয়া সাহিত্য-চৰ্চাৰ প্ৰথম চানেকি। সেই সময়ত কলিকতাত থকা অসমীয়া ছাত্ৰ গুণাভিৰাম বৰুৱা, ৰত্নধৰ বৰুৱা, শিৱৰাম বৰদলৈ, ঘনশ্যাম বৰুৱা এই চাৰিওজনে মিলি চেক্সপীয়েৰৰ 'কমেডি অব এৰৰছ', নাটকখন 'ভ্ৰমৰংগ' নাম দি অসমীয়ালৈ অনুবাদ কৰে।[১৬] 'ভ্ৰমৰংগ'ৰ কলিকতাৰ মিৰ্জাপুৰ ষ্ট্ৰীটত হোৱা প্ৰথম অভিনয়ত ৰজনীকান্তই ভাও লৈছিল। বিষয়-বস্তুৰ ফালৰ পৰা এই নাট যিদৰে নতুন, অভিনয়ৰ কাৰণে তাৰ মঞ্চাদিও আছিল সেইদৰে নতুন কলাকৌশলযুক্ত। অসমীয়া সাহিত্যই নহয় সংস্কৃতিৰ বহল ক্ষেত্ৰত সকলো দিশতে নতুনত্ব সূচনা কৰিবলৈ উঠি পৰি লগা এই ডেকা চামৰ মাজত বৰদলৈও আছিল এজন বিশেষ আগ্ৰহী লোক। কলিকতাত ইংৰাজী উপন্যাস, বংকিমৰ বঙলা উপন্যাস আদি পঢ়ি বৰদলৈয়ে সেইবোৰ ঠাইৰ লগত অসমৰ নদ-নদী, পৰ্বতৰাজিৰ সাদৃশ্য দেখিবলৈ পাইছিল আৰু সেইবোৰ তুলনা কৰি চাবলৈকো প্ৰয়াস পাইছিল। অসমৰ প্ৰকৃতিৰ ৰম্য-কাননৰ স্বাভাৱিক সৌন্দৰ্য্যৰ পটভূমিত অতীত বুৰঞ্জীৰ নানা ঘটনা কল্পনা কৰি উপন্যাস ৰচিব খুজিলে যে যথেষ্ট সমল পোৱা যাব সেই বিষয়ে তেওঁ যথেষ্ট সচেতন হোৱাই নহয়, মনৰ ভিতৰত উপন্যাস ৰচিবলৈ সংকল্পও

১৪ ৰজনী বৰদলৈ ৰচনামালা, পৃ. ১০৫।

১৫ বেণুধৰ শৰ্মা ৰচনাৱলী, ২য় খণ্ড, পৃ. ২৭১।

১৬ ৰজনীকান্ত ব'ৰদলৈ জন্ম-শতবাৰ্ষিকী সোৱৰণী গ্ৰন্থ, পৃ. ৭।

হৈছিল।[১৭] ঘৰুৱা লেঠাত ৰজনীকান্তই কলিকতা এৰি আহিব লগীয়া হোৱাত ৰমাকান্ত বৰকাকতিদেৱৰ আগত হেনো এবাৰ কথা কৈছিল যে স্কটলেণ্ডৰ চাৰ ওৱাল্টাৰস্কট, স্বদেশৰ বংকিমবাবুৰ দৰে তেওঁ নিজেও অসমত এলানি উপন্যাস লিখিব। বৰকাকতীয়ে অৱশ্যে ৰজনীকান্তক সাৱধান কৰি দিছিল যাতে উঠি অহা ডেকা-গাভৰুবোৰৰ চৰিত্ৰ অৱনতিৰ পিনে নিয়া বিধৰ কোনো তুলুঙা উপন্যাস নিলিখে।[১৮] সেই সাৱধান বাণী বৰদলৈৰ সততে মনত আছিল বুলি অনুমান হয়। কিয়নো তেওঁৰ উপন্যাস ৰাজিয়ে ডেকা-গাভৰুৰ মন অনাচৰীয়া বা বিজতৰীয়া কৰিবৰ দৰে কথা, স্বদেশ আৰু স্বজাতিৰ প্ৰতি আকৃষ্ট কৰাৰ লগে লগে মনত ধৰ্মীয় ভাবৰ খলকনি তুলি নৈতিক আচৰণৰ শিকনিহে দিয়ে।

২১৯ ৰজনীকান্ত বৰদলৈ ১৮৯০ চনৰ মাৰ্চ মাহত কলিকতা এৰি গুৱাহাটীলৈ আহিয়েই ৮ এপ্ৰিলৰ দিনাখন ডিষ্ট্ৰিক্ট কমিছনাৰ অফিচত মাহিলি চল্লিশ টকা দৰমহাত চতুৰ্থ কেৰাণীৰ চাকৰিত যোগদান কৰে।[১৯] সেইয়ে তেওঁৰ কৰ্মজীৱনৰ সূচনা। সেই সময়ত পিয়ল আৰম্ভ হোৱাত তাতো কাম কৰিবলগীয়া হয়। তেওঁ বাণী মৌজাত চুপাৰিনটেণ্ডেণ্ট হৈ পিছত গেইট চাহাবৰ অধীনত পিয়ল কাৰ্যালয়ৰ ব্ৰাঞ্চ এছিষ্টেণ্ট হিচাবেও কাম কৰি বিশেষ দক্ষতাৰ পৰিচয় দিবলৈ সক্ষম হৈছিল। তাত কাম কৰাৰ তৃতীয় বছৰত ১৮৯২ চনত তেওঁ প্ৰমোচন পায় আৰু চাবডেপুটি কলেক্টৰ হিচাবে উত্তৰ লক্ষীমপুৰলৈ বদলি হয়। তাতো দুবছৰ কাম কৰাৰ পিছত একে কামতে বৰপেটালৈ বদলি হৈ আহে। বৰপেটাত থকাৰ সময়ত তেওঁ বিজনী অঞ্চললৈও গৈছিল। তদুপৰি বৰপেটাত থকাৰ সময়ত তাতে আশ্ৰম পাতি থকা নগা সন্ন্যাসী এজনৰ সান্নিধ্যলৈ আহি দৰ্শন আৰু ধৰ্মৰ বিষয়ে নানা তৰ্ক-বিতৰ্ক কৰি বৰদলৈ বহু উপকৃত হোৱা বুলি আত্মজীৱনীত উল্লেখ কৰিছে। তেওঁ বিষ্ণু বা কৃষ্ণ ভাৱাপন্ন হৈ মৃত্যুকাললৈকে সেই ভাবাদৰ্শ অটুট ৰখাৰ মূলতে আছিল এই নগা সন্ন্যাসীজনৰ লগত হোৱা শাস্ত্ৰ আৰু ধৰ্মৰ বিবিধ আলোচনা।[২০] তেওঁ ১৮৯৭ চনৰ পৰা প্ৰায় ছবছৰ কাল এখন এখনকৈ কেবাখনো ঠাইলৈ বদলি হোৱাৰ পিছত ১৯০১ চনত ই, এ, চি পদলৈ প্ৰমোচন পোৱাত বিভাগীয় পৰীক্ষাবোৰ দিব লগীয়া হৈছিল। সেই বুলি তেওঁ ছাত্ৰকালতে কৰা সংকল্পৰ কথা কেতিয়াও পাহৰা নাছিল। সেয়েহে তেওঁ অসমীয়া ভাষা-সাহিত্যৰ হকে কিবা কিছু কৰা, বিশেষকৈ এলানি উপন্যাস ৰচনা কৰি উঠি অহা দেশীয় ল'ৰা-ছোৱালীক স্বদেশ ভাবাপন্ন কৰি তোলাটোও তেওঁৰ অন্যতম সংকল্প আছিল।

২২. **বৰদলৈৰ ব্যক্তিত্ব :** আপুৰুগীয়া সাহিত্যিক অৱদানেৰে অসমীয়া সাহিত্য সমৃদ্ধ কৰা সাহিত্যিকসকলৰ ভিতৰত ৰজনীকান্ত বৰদলৈ এগৰাকী বিশেষ ব্যক্তিত্বসম্পন্ন

---

১৭ চন্দ্ৰাদ্ৰোহৰ পাৰ্ভনি, পৃ. ৩২।
১৮ তীৰ্থনাথ শৰ্মালৈ লিখা বৰদলৈৰ ৫।১২।৩৮ তাৰিখৰ 'ঐতিহাসিক চিঠি'।
১৯ ৰজনীকান্ত বৰদলৈ জন্মশতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ, পৃ. ৬।
২০ শৰ্মা, হেমন্তকুমাৰ, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ১২১।

লোক। তেওঁ আছিল ওখ-পাখ, ধীৰ-গম্ভীৰ সদালাপী আৰু সদানন্দ পুৰুষ। অলপ সময় কথা-পাতিয়েই যি কোনো লোকৰ মনত তেওঁ সাঁচ বহুৱাব পাৰিছিল। কিন্তু এইজনা লোকৰ সৰু কালটো আছিল নানা দুখ-কষ্টেৰে ভৰা।

২.২১. স্কুলত পঢ়া কালত গাৱঁত আছিল অশিক্ষিত লোক আৰু সিবিলাকৰ 'সন্ততি সকলে—মিলসিং, কাঞ্চন, গেন্ধেলা, ফেদেলা, জয়মল আদি পঢ়া-শুনা নকৰা এই লৰজাকৰ লগত তেৰোঁ সৰুতে শৰণীয়া-নৱগ্ৰহৰ পাহাৰ বগাই, শিলপুখুৰীত সাঁতুৰি-নাদুৰি খেলি ফুৰিছিল'।[২১] বাৰীৰ টেঙা আম পাৰি আনি পাতত চৰ্কলিযাই লোণ-জলকীয়া সানি লগৰীয়াৰ লগত তৃপ্তিৰে খাইছিল। মাঘৰ বিহুত পাহাৰৰ পৰা কাঠ-বাঁহ কাটি আনি কলঠৰুৱা, পথাৰৰ নৰাৰে মেজি, ভেলাঘৰ সাজি ভোজ-ভাত খাইছিল। গুৰু-গোঁসাই নমনা এই উত্পতীয়া ল'ৰাজাকৰ মাজত থাকিও ৰজনীকান্তই কিন্তু নিজৰ সজ ব্যৱহাৰৰ পৰিচয় দি 'আছুতীয়াকৈ বাইজৰ চকুত ধৰা দিছিল'।[২২] ইয়াৰ গুৰিতে তেওঁৰ বিধৱা পেহীয়েক। তেওঁ বৰদলৈক 'বাছা তপো' বুলি মাতিছিল। ৰজা-ৰাণীৰ কথা, পুৰোবিক্ৰমৰ কথা ইত্যাদি উপদেশপূৰ্ণ সাধু কথাৰে পেহীয়েকে তেওঁৰ ল'ৰাকালৰ মনটো গঢ়িছিল। বৰদলৈৰ ভাষাত 'মোৰ বিধৱা পেহীয়েহে মোৰ শিশু জীৱনৰ লালন পালন কৰা গৰাকী আছিল'।[২৩]

২২২. বৰদলৈ যে সময়ত সমাজৰ সকলোৰে এজন আদৰণীয় আৰু আগশাৰীৰ ব্যক্তি হ'ব তাৰ চিন সৰুকালতেই পোৱা গৈছিল। লগৰীয়াসকলৰ ভাল-বেয়া বুদ্ধি দি নেতৃত্ব বহন কৰিছিল সেই সৰু কালতেই। তদুপৰি তেওঁ সকলো কষ্ট নীৰৱে সহিব পাৰিছিল। গাঁৱৰ সকলোৰে পৰা আশীৰ্বাদ আৰু শুভেচ্ছা পোৱা কথা ভাটি বয়সত বৰদলৈয়ে শ্ৰদ্ধা আৰু গৌৰৱেৰে স্মৰণ কৰি গৈছে—

> "গাঁৱলীয়া মতা-মাইকী মানুহে মোৰ ওপৰত ৰখা সেই ওখ—ভাৱটো আৰু সিফালে দুৰ্লভ মোমাইদেউলৈ ভযটো এই দুটা কথাযে মোৰ শিশু জীৱন অনেক পবিত্ৰ কৰি ৰাখিছিল"।[২৪]

বিদ্যাৰম্ভ কৰা সময়ত সাত্বিক ব্ৰাহ্মণ শশধৰ দেৱশৰ্মাই সৰস্বতী পূজা এভাগ কৰি 'শ্ৰীমান ৰজনী বোপা বৰ বিদ্বান হব' [২৫] বুলি কোৱা কথাষাৰ সময়ত গৈ সফল হৈছিল। স্কুলত পঢ়ি থাকোঁতে এবাধৰাকৈ তিনিবছৰ মান বৰদলৈৰ পঢ়াত ক্ষতি হৈছিল। তেতিয়া দেউতাকৰ অফিচৰ ওপৰৱালাযো খবৰ কৰিবলৈ আহি এই পিতৃহীন ল'ৰাটিক উপদেশ পৰামৰ্শ দি উৎসাহিত কৰিছিল আৰু সেই উৎসাহ-উদ্দীপনাযো পঢ়া-শুনা

২১ ৰজনীকান্ত বৰদলৈ জন্ম-শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থৰ অন্তৰ্গত লক্ষ্মীকান্ত দত্তৰ 'ৰজনীকান্ত বৰদলৈ' প্ৰবন্ধ, পৃ ৫।

২২ প্ৰাগুক্ত গ্ৰন্থ, পৃ ৫।

২৩ শৰ্মা, হেমন্তকুমাৰ (সম্পা), ৰজনী বৰদলৈ ৰচনামালাৰ অন্তৰ্গত –'আত্মজীৱনী', পৃ ১১৪।

২৪ পূৰ্বোক্ত সোঁৱৰণী গ্ৰন্থ, পৃ. ৫।

২৫ ৰজনী বৰদলৈ ৰচনামালা, পৃ. ১১৪।

কৰাৰ ক্ষেত্ৰত তেওঁক বহু প্ৰেৰণা যোগাইছিল।[২৬] আদৰ্শবান ছাত্ৰ হিচাবে চিনাকি দি উচ্চশিক্ষাৰ বাবে কলিকতালৈ গৈ তেওঁ ইলিয়টী বৃত্তি[২৭] ভোগ কৰিবলৈ সমৰ্থ হৈছিল। এইবিলাকতে নিহিত আছিল ৰজনীকান্তৰ তীক্ষ্ণ মেধা আৰু আদৰ্শবাদ ব্যক্তিত্বৰ ভৱিষ্যত সম্ভাৱনা।

২২৩ কলিকতাত পঢ়াকালত চিটি কলেজত বি, এ, পঢ়ি থকা সময়তে তেওঁ মেডিকেল কলেজতো ভৰ্তি হৈছিল, কিন্তু আৰ্থিক অনাটনৰ বাবে প্ৰায় এবছৰৰ মূৰত ডাক্তৰী পঢ়া বাদ দিলে যদিও ছাত্ৰ হিচাপে তেওঁ যে আগশাৰীৰ মেধাসম্পন্ন লʼৰা আছিল তাৰ প্ৰমাণ ৰাখি গৈছে। তাতে আকৌ অঃ ভাঃ উঃ সাঃ ৰ (১৮১০ শক) নিয়মীয়া সভ্য হিচাবে শণিবৰীয়া বৈঠকত সদায় উপস্থিত থাকি অসমীয়া সাহিত্য চৰ্চাৰ অনুশীলনৰ মাজেদি যি সংকল্প লৈছিল তাৰো সাক্ষৰ 'জোনাকী' কাকতে বহন কৰি আছে।

২২৪ বৰদলৈয়ে বিষয়-সম্পত্তি আৰু অন্যান্য আলৈ-আহুকালৰ বাবে কলিকতা এৰিব লগীয়া হৈছিল আৰু অসমত চৰকাৰী চাকৰিত যোগদান কৰিবলৈ বাধ্য হৈছিল। কলিকতা এৰি অহা সময়ত বৰুকাকতীৰ আগত স্কট আৰু বঙ্কিমচন্দ্ৰৰ দৰে এখনি অসমীয়া উপন্যাস লিখি উঠি অহা সকলক অনুপ্ৰাণিত কৰিবলৈ লোৱা সংকল্পয়ো প্ৰমাণ কৰে, তেওঁৰ দেশহিতৈষিতা আৰু স্বজাতিৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা আৰু ভাবানুভূতিৰ কথা। পৰৱৰ্তী জীৱনত সেইকথা আখৰে আখৰে পালন কৰি এখনি চমৎকাৰ উপন্যাস প্ৰণয়ন কৰি যি আদৰ্শ ৰাখি গʼল তাৰ তুলনা নাই। তাতেই বৰদলৈক অসমীয়া সাহিত্য জগতত 'উপন্যাস সম্ৰাট বোলাৰ যুক্তি' বিচাৰি পোৱা যায়।[২৮] বৃটিছ আমোলৰ দিনত ইংৰাজ চাহাবৰ সংস্পৰ্শত থাকি কাম কৰোঁতে নানা সময়ত নানাভাৱে স্বদেশ আৰু মাতৃভাষাৰ কথা চিন্তা কৰিছিল বাবেই ৰজনীকান্ত আজিও এজন অবিস্মৰণীয় পুৰুষ। অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰি সভাৰ জৰিয়তে অসমীয়া জাতি আৰু ভাষাৰ বাবে যি কামৰ আদৰ্শ ৰাখি গৈছে সি তেওঁৰ বিশাল ব্যক্তিত্বৰে পৰিচায়ক।

২২.৫ উপন্যাস ৰচনাতে বৰদলৈয়ে একানপতীয়াভাৱে মনোনিবেশ কৰিছিল যদিও নাটকৰ প্ৰতিও তেওঁ আগ্ৰহী আছিল। ডেকা কালৰেপৰা তেওঁ থিয়েটাৰত অভিনয় কৰিছিল। কলিকতাত পঢ়ি থাকোঁতে 'যোৰহাটৰ ৰমাকান্ত বৰকাকতী, গোলাঘাটৰ ঘনশ্যাম বৰুৱা, শিৱসাগৰৰ গুণাভিৰাম বৰুৱা আৰু নগাঁৱৰ ৰজনীকান্ত বৰদলৈয়ে যুটীয়াভাৱে ছেক্সপীয়েৰৰ 'Comedy of Errors' নাটৰ অনুবাদ 'ভ্ৰমৰংগʼত অভিনয়

২৬ ৰজনীকান্ত বৰদলৈ জন্ম-শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ, পৃ. ৫।

২৭ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৬।

২৮ গোস্বামী, ত্ৰৈলোক্যনাথ, ১৯৭২, সাহিত্য-কলা আৰু তাৰ বিচাৰ, পৃ. ৮২।

কৰি দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰিছিল।[২৯] বৰদলৈয়ে আত্মজীৱনীত কিন্তু ৰমাকান্ত বৰকাকতীৰ নামটো উল্লেখ নকৰি শিৱৰাম বৰদলৈৰ নামহে দিছিল।[৩০] গুৱাহাটীতো ১৮৯২ চনত হোৱা এই অভিনয়ত ভাও লৈ প্ৰশংসা পাইছিল। তাৰ পিছতো চাকৰি কালত ধৰ্মমূলক নাটকৰ অভিনয়ৰ উপৰিও 'সাবিত্ৰী-সত্যৱান'ৰ সফল অভিনয় কৰিলে। লোকনাথ ফুকন আৰু ভৈৰব দাসক লগত লৈ 'কীচক বধ' তিনি দিনৰ ভিতৰতে লিখি যুগত কৰিছিল।[৩১] এইখন আছিল পাঁচ অংকীয়া পৌৰাণিক নাট। ইয়াৰ অভিনয়ত ৰজনীকান্ত আছিল ৰঙ্গমঞ্চৰ অধ্যক্ষ আৰু মঞ্চ পৰিচালনা শিক্ষাৰ শিক্ষক। সমসাময়িক নাট্যামোদী সকলো লোকেই মুক্তভাৱে তেওঁক এজন নিপুণ ভাৱৰীয়াও আছিল বুলি কব খোজে। যিকোনো নাটকৰ ভাওত গলগলীয়া মাতেৰে শ্ৰুতিমধুৰ বচনৰ উপৰিও খোজ-কাটল, চাল-চলন আদি সকলোৰে মঞ্চত শুৱনি এই পুৰুষগৰাকীক দেখি দৰ্শক সকল আনন্দিত হৈছিল। তেওঁৰ শ্ৰুতিমধুৰ বচন আৰু মঞ্চ শুৱনি চেহেৰাই দৰ্শকক মন্ত্ৰমুগ্ধ কৰি ৰখা কথা ডিব্ৰুগড়ৰ বয়সিয়াল লোকৰ মুখত আজিও শুনিবলৈ পোৱা যায়। সমাজৰ য'তেই সম্পৰ্ক তাতেই তেওঁ কিদৰে নিজৰ ব্যক্তিত্বৰ প্ৰভাৱ পেলাইছিল সেই কথাৰ বহু দৃষ্টান্ত আছে।[৩২]

২২৬ বৰদলৈ এটা সময়ত লক্ষ্মীনাথ বেজবৰুৱাৰ লগত অসমৰ বৈষ্ণৱ আন্দোলন আৰু ইয়াৰ গুৰু ধৰোঁতা সকলৰ বিষয়ত মতান্তৰ ঘটিছিল। বাঁহী আৰু 'অসম প্ৰদীপিকা'ৰ পাতত সেই বাদানুবাদ প্ৰকাশ পাইছিল। আগশাৰীৰ দুগৰাকী সু-সাহিত্যিকৰ সেই বিতৰ্ক আছিল কোনো বিশেষ বিষয়ৰ তথ্যভিত্তিক সমালোচনা, ব্যক্তি বা ব্যক্তিগত চৰিত্ৰ হননৰ চেষ্টা তাত অকণো নাছিল, ইয়ো কম ডাঙৰ কথা নহয়। ইমান বাদানুবাদত লিপ্ত হৈয়ো গুৱাহাটী সাহিত্য সভাৰ মঞ্চত বৰদলৈ বেজবৰুৱাৰ দেখা-দেখি হোৱা মাত্ৰে সাৱটি ধৰা দৃশ্যৰ কথা সোঁ সিদিনালৈকে সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকাদেৱে কৈ আছিল।[৩৩] সেইবোৰৰ মাজত বিচাৰি পোৱা যায় বৰদলৈৰ অনুকৰণীয় ব্যক্তিত্ব। সৰুতে দেউতাক, ককায়েক এজন, চাকৰি কালতো পুত্ৰ, ভাতৃ আদি পৰিয়ালৰ কেবাজনো লোকৰ আকস্মিকভাৱে হোৱা অকাল বিয়োগতো তেওঁ ভাগি পৰা নাছিল। চাকৰি কালৰ সকলো সাঁচতীয়া ধন আৰু ধাৰ-ঋণ কৰি চাহ বাগিচা খুলি ব্যৱসায় কৰিবলৈ গৈ কম দিনৰ ভিতৰতে সৰ্বস্বান্ত হৈয়ো তেওঁ ব্যক্তিগত আদৰ্শ আৰু দৃষ্টিভঙ্গী অটুট ৰাখিব পাৰিছিল। এয়া সম্ভৱ হৈছিল তেওঁৰ অসীম ধৈৰ্য্য, দুৰদৃষ্টিসম্পন্ন আধ্যাত্মিক চিন্তা আৰু সমাজত সুপ্ৰতিষ্ঠিত তেওঁৰ

২৯ শৰ্মা, সত্যেন্দ্ৰনাথ, অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃ ৩৭০।

৩০ মোৰ সাহিত্যিক জীৱনৰ অতীত কাহিনী 'অসম সাহিত্য সভা পত্ৰিকা'ত প্ৰকাশিত।

৩১ ৰজনী বৰদলৈ জন্ম-শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ, পৃ ৭।

৩২ বৰদলৈৰ জন্ম-শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থত প্ৰকাশিত লক্ষ্মীকান্ত দত্তৰ প্ৰবন্ধ, পৃ. ৮-১৬।

৩৩ বৰদলৈৰ শতবাৰ্ষিকী উপলক্ষে আয়োজিত অসম সাহিত্য সভাৰ গুৱাহাটীত অনুষ্ঠিত সভাত দিয়া ভাষণ।

ব্যক্তিত্বৰ গুণত। সাহিত্য সভাৰ সভাপতি হিচাবেও তেওঁ আছিল অতি সৰবৰহী লোক।

২২৭ আধ্যাত্মিক চিন্তা আৰু ধৰ্মৰ প্ৰতি বৰদলৈৰ আছিল অসীম শ্ৰদ্ধা। সেইবাবেই প্ৰতিখন উপন্যাসতে ধৰ্মীয় আদৰ্শই এক বিশেষ স্থান পাইছে। প্ৰায়বোৰ উপন্যাসতে অসমীয়া বৈষ্ণৱ ধৰ্মৰ জয়গান গোৱাৰ এক প্ৰচেষ্টা চকুত পৰে। আনকি তান্ত্ৰিক সাধকবো সাত্ত্বিক বৈষ্ণৱীয় দৃষ্টিভংগীৰে সাধন-ভজনৰ যোগেদি সাধনাত সিদ্ধি লাভ কৰা দেখুৱাবলৈ প্ৰয়াস কৰিছে।[৩৪] এই বিলাক বৰদলৈৰ বিশাল আৰু মহত্বপূৰ্ণ ব্যক্তিত্বৰ পৰিচায়ক।

২৩ **বৰদলৈৰ ঘৰুৱা জীৱন**[৩৫] **:** ৰজনীকান্ত বৰদলৈৰ সৰুতে পিতৃদেৱ ঢুকোৱা বাবে মাতৃদেৱী আৰু মোমায়েকৰ তত্বাৱধানত ডাঙৰ-দীঘল হৈছিল। বৰদলৈ আছিল অতি বাধ্য ল'ৰা, সেই হিচাপেই মাক-মোমায়েক আদিৰ পৰামৰ্শক্ৰমে এফ, এ, পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছতেই সাত্বিক পৰিয়ালৰ লোক জয়নাথ বৰদলৈৰ কন্যা স্বৰ্ণময়ী দেৱীক বিয়া কৰায়। বৰদলৈৰ শহুৰেকে গুৱাহাটীৰ কাছাৰীত কাম কৰিছিল। স্বৰ্ণময়ী আছিল ধৰ্মভীৰু পতি-প্ৰাণা তিৰোতা। তেওঁ সকলো কথাতে স্বামীক নিৰ্ভৰ কৰি চলিছিল। তেওঁলোকৰ ঘৰুৱা জীৱন অতি মধুৰ আছিল। বৰদলৈয়েও পৰিবাৰক যথেষ্ট মৰম কৰিছিল আৰু তেওঁৰ সুবিধা-অসুবিধা, সুখ-দুখলৈ বৰ চকু দিছিল। সামান্য কিবা অসুবিধা হলেই তেওঁক ঘৰুৱা কাম-কাজত হাত দিবলৈ নিদিছিল। অসুখ-বিসুখ হলে যে ৰান্ধনী ঘৰলৈকো যাবলৈ নিদিছিল। পৰিবাৰৰ প্ৰতি তেওঁৰ ইমান মৰম আছিল যে বহু সময়ত অসুখ—পাতি হলে তেওঁ নিজে যতন লৈ দৰব-পাতি খুৱাইছিল। ঘৰত ৰন্ধা-বঢ়া কৰিবলৈ বামুণটি ৰাখিছিল। তেখেতে চাকৰি কৰা কালতো শিলচৰ, ধুবুৰী, নগাঁও আদিলৈ বদলি হওঁতে পৰিয়ালকো লগে লগে লৈ ফুৰাইছিল। ইয়াৰ আন এটা কাৰণ, তেখেত অকলশৰীয়া আছিল, ভায়েক-ভনীয়েকৰ অকাল বিয়োগত পৰিয়াল আন ঠাইত দুই-এসপ্তাহৰ বাবেও এৰি যাবলৈ অসুবিধা আছিল।

২৩১ বৰদলৈৰ শহুৰেক আছিল অৱস্থাপন্ন আৰু আঢ্যৱন্ত। সমাজত সম্ভ্ৰান্ত বুলি পৰিচিত এই পৰিয়ালটো প্ৰথমে উজান বজাৰত আছিল, পিছলৈ ছত্ৰাকাৰত ঘৰ-দুৱাৰ সাজিছিলগৈ। আয়ুৰ্বেদ শাস্ত্ৰ বিশাৰদ ৰাধানাথ বৰদলৈয়ে ছত্ৰাকাৰতে কবিৰাজী কৰিছিল। স্বৰ্ণময়ীৰ ককায়েক কেশৱ বৰদলৈ ডিব্ৰুগড়লৈ আহি আমোলা-পটিত মাটিবাৰী কিনি স্থায়ী বাসিন্দা হৈছিল। তেওঁৰ ব্যৱসায় আছিল কাৰবাৰ, বিখ্যাত ভুমভুমা ষ্টোৰ তেওঁলোকেই প্ৰতিষ্ঠা কৰা, সেয়ে ডিব্ৰুগড়ৰ প্ৰথম 'ডিপাৰ্টমেণ্টেল

৩৪ ৰহদৈ লিগিৰী, পৃ ১২২-১৪২।

৩৫ এই বিষয়ক সবহ তথ্য-পাতি বৰদলৈৰ পুত্ৰ শ্ৰীদেৱকান্ত বৰদলৈ আৰু তেওঁৰে পুত্ৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপক শ্ৰীপ্ৰশান্তকুমাৰ বৰদলৈৰ পৰা আহৰণ কৰা হৈছে।

ষ্টোৰ'। পিছত অৱশ্যে এই দোকানখন বিক্ৰি কৰে তড়িৎকুমাৰ দাসক, সেই ষ্টোৰ একে নামেৰে আজিও নদন-বদন অৱস্থাৰে বৰ্তি আছে।

২.৩.২ বৰদলৈৰ খং-ৰাগ কম আছিল। কিন্তু খং যে নুঠিছিল এনে নহয়, কিন্তু তেখেতৰ খং আছিল অতি খন্তেকীয়া। ল'ৰা-ছোৱালী, চাকৰ-নাকৰৰ ওপৰত যে খং প্ৰকাশ নকৰিছিল তেনে নহয়, দুষ্টালি কৰিলে বা বেয়া কাম কৰিলে ভয় খুৱাবলৈ কেতিয়াবা উগ্ৰমূৰ্তি ধৰি ডাবিয়াই খং প্ৰকাশ কৰিছিল, কিন্তু মাৰ-ধৰ কৰিবলৈ বৰ কষ্ট পাইছিল। কোনোবাই দুষ্টালি কৰিলে ধৰ্মীয় কথাৰ প্ৰতি সঁকীয়াই দি সাৱধান কৰি দিছিল।

চাকৰ-নাকৰৰ প্ৰতি তেওঁৰ কেনে মৰম-চেনেহ আছিল তাৰ চিনাকি পোৱা গৈছিল কিছুমান সৰু সৰু কথাত। কোনো চাকৰৰ ঘৰৰ পৰা আপদ-বিপদ বা আন খবৰ আহিলে নিজেই আগধৰি সিহঁতৰ হাতত টকা-সিকা দি খবৰ কৰিবলৈ পঠাই দিছিল। তদুপৰি বন্দৱস্তৰ ভিতৰত নাথাকিলেও নিজেই পূজা-পাৰ্বণ, বিয়া-বাৰু আদিত, কোনো সবাহ বা বিহুৰ সময়ত চাকৰ নাকৰকো ঘৰৰ ল'ৰা-ছোৱালীৰ দৰে পোছাক-পাতি দিছিল। সেইদৰে কম আয়ৰ লোকক বিপদ-আপদত নিজে আগভাগ লৈ টকা-পইচাৰে সহায় কৰি তেওঁ ভাল পাইছিল, কিন্তু সেই কথা আনে ক'ৰবাত কেতিযাবা প্ৰকাশ কৰা বুলি জানিলে মনত বৰ বেজাৰ পাইছিল। তেনে বেজাৰৰ কথা সময়ত প্ৰকাশো কৰিছিল।

২.৩.৪. তেখেতে ঘৰত আলহী-অতিথি ৰাখি বৰ ভাল পাইছিল। কোনো আত্মীয় বন্ধু-বান্ধৱক এসাজ নোখোৱাকৈ যাবলৈ নিদিছিল। তদুপৰি আত্মীয়স্বজনৰ ল'ৰা-ছোৱালী বা জীয়ৰী আদি আহিলে দুই-তিনি দিনলৈ ঘৰত ৰখাৰ উপৰিও যোৱাৰ সময়ত পিন্ধিবৰ বাবে কিবা এখন কাপোৰ দি বৰ আনন্দ পাইছিল। আত্মীয়-মানুহক তেওঁ বৰ সহায় কৰিছিল। উদাহৰণ স্বৰূপে সংগীতজ্ঞ দেবেন্দ্ৰনাথ চাংকাকতিক ('দেহাৰ' নামেৰে-সুপৰিচিত) বেৰী হোৱাইট স্কুলত ডাক্তৰী পঢ়ুৱাইছিল আৰু বৰদলৈৰ পত্নীয়ে তেওঁৰ বিয়া পাতি দিছিল। বংশৰ লৰা-ছোৱালীক এইদৰে সাধ্যানুসৰি সহায় সাৰথি কৰাৰ উপৰিও ঘৰত ল'ৰা-ছোৱালীকো তেনে কাম কৰিবলৈ প্ৰায়ে কৈছিল।

২.৩ ৫. ভিক্ষাৰীৰ প্ৰতিও তেওঁ বৰ উদাৰ আছিল। কেৱল যে বিকলাঙ্গৰ অৰ্থাৎ কণা-কুঁজা-খোৰা আদি ভিক্ষাৰীকে সহায় কৰিছিল এনে নহয়, সকলো ভিক্ষুকেক সহায় কৰাটো আছিল বৰদলৈৰ ধৰ্ম। বহুসময়ত ভোকাতুৰ ভিক্ষাৰীক কিবা এটা খুৱায়ো বৰ তৃপ্তি পাইছিল।

২.৩.৬. চাকৰি কৰা কালছোৱাত তেওঁ কৰ্তব্যৰ প্ৰতি কেতিয়াও অৱহেলা নকৰিছিল। সেইবাবেই তলতীয়া কৰ্মচাৰীৰ পৰা দোপতদোপে উন্নতি কৰি ডেপুটি কমিছনাৰ পৰ্যন্ত পদবী লোৱাৰ সুযোগ পাইছিল। কাৰ্য্যালয়ৰ সৰুবৰ সকলো

কৰ্মচাৰীৰ মাজত তেওঁ বৰ সৰবৰহী আছিল। ওপৰৱালা চাহাবৰ পৰা আৰম্ভ কৰি পিয়ন, চাপ্ৰাচীলৈকে সকলোৱে তেওঁৰ শলাগ লৈছিল, কিন্তু তাৰ মাজতেই তেওঁ কোনো কোনোৰ ঈৰ্ষাৰ পাত্ৰ হৈছিল। চীফ-কমিছনাৰ আৰ্ল, গেইট, ক্লাৰ্কৰ লগত বৰদলৈৰ অতি প্ৰীতি আৰু সৌহাৰ্দ্যৰ ভাৱ আছিল। বৰদলৈয়ে কেবাঠাইতো গেইটৰ কথা সশ্ৰদ্ধভাৱে উল্লেখ কৰি গৈছে, তেওঁৰ সান্নিধ্যলৈ আহিয়েই হেনো বৰদলৈয়ে অসমৰ বুৰঞ্জী তথা সমাজ-সংস্কৃতিৰ বিষয়ে দকৈ চিন্তা কৰিবলৈ প্ৰেৰণা লাভ কৰিছিল। সাহিত্য-চৰ্চাৰ ক্ষেত্ৰত ৰমাকান্ত বৰকাকতিৰ পৰা পোৱাৰ দৰে গেইটৰ পৰাও বৰদলৈ অনুপ্ৰাণিত হোৱা কথাটো মনকৰিবলগীয়া কথা। অৱশ্যে চীফকমিছনাৰ গৰ্ডন চাহাবৰ পৰা তেওঁ সিমান সুবিধা পোৱা নাছিল। ডিব্ৰুগড়ৰ পৰা ধুবুৰীলৈ গৰ্ডন চাহাবেই বদলি কৰাত আগভাগ লৈছিল। তেতিয়া চাকৰিৰ পৰা ইস্তফা দিবলৈ ওলাইছিল, কিন্তু ক্লাৰ্কৰ সুপৰামৰ্শ ক্ৰমে তেওঁ ইস্তফা নিদি দীঘলীয়া ছুটী লবলৈ বাধ্য হৈছিল। সেই সময়তে তেওঁ ডিব্ৰুগড়ৰ ওচৰৰ হাবেলা চাহ বাগিছা কিনিছিল।

২৩৭ সাধু-সন্ন্যাসীৰ প্ৰতি আছিল বৰদলৈৰ অসীম ভক্তি আৰু শ্ৰদ্ধা। এই বিষয়ত তেওঁৰ মন আছিল অতি কোমল আৰু দুৰ্বল। সাধু-সন্ন্যাসী পালেই তেওঁ আলাপ আলোচনাত ব্যস্ত হৈ পৰে আৰু তেতিয়া সময়ৰ জ্ঞানো নাথাকে। কিয়নো আশ্ৰমনিবাসী সাধু-সন্ন্যাসীৰ অভিজ্ঞতা সম্পৰ্কে তেওঁৰ উচ্চ ধাৰণা আছিল। তেনে সন্ন্যাসীৰ পৰা তেওঁ বহুত কথা জানিবলৈ যত্ন কৰিছিল। সাত্ত্বিক অৰ্থাৎ দেখিলেই মনত ৰেখাপাত কৰিব পৰা ব্যক্তিত্বসম্পন্ন সাধু-সন্ন্যাসীৰ ওচৰত বহি বহু তত্ত্বপূৰ্ণ কথা আলোচনা কৰি ভাল পোৱাই নহয়, বহু সময়ত তেনে সন্ন্যাসীক নিজৰ ঘৰলৈ আনি কোঠাত দুৱাৰ বন্ধ কৰি লৈ আলোচনাত ব্যস্ত হৈ পৰিছিল।

২৩৮. বৰদলৈৰ ব্যক্তিগত জীৱনত ধৰ্মৰ প্ৰভাৱ যথেষ্ট। তেওঁ নিজে আছিল মাজুলীৰ মূল দক্ষিণপাট সত্ৰৰ অনুগামী দামোদৰীয়া পন্থৰ লোক। গুৰু-গোঁসাই ব্ৰাহ্মণ-সজ্জনৰ প্ৰতি বৰদলৈৰ আছিল অসীম শ্ৰদ্ধা আৰু ভক্তি আৰু তেনে লোকক সেৱা-শুশ্ৰুষা কৰিবলৈ পালে তেওঁ বৰ ভাল পাইছিল। সেইবুলি তেওঁ দামোদৰীয়া ভিন্ন আন পন্থৰ লোকক হেয় বুলি ভাবিছিল তেনে নহয়; কিন্তু দামোদৰ বা সেই পন্থৰ প্ৰতি কোনোবাই বেয়া ভাব দেখুৱালে তেওঁ যথেষ্ট যুক্তি তৰ্কৰ অৱতাৰণা কৰি তাৰ তীব্ৰ প্ৰতিবাদ কৰিছিল। এই বিষয়ে বেজবৰুৱাৰ লগত বৰদলৈৰ তৰ্ক-বিতৰ্ক আৰু আলোচনা-প্ৰতিবাদৰ কথা সৰ্বজন বিদিত। সেইবুলি তেওঁলোকৰ ব্যক্তিগত জীৱনত পূৰ্বৰ বন্ধুত্বৰ বা প্ৰীতি ভাৱৰ অকনো হীন-দেৰি হোৱা নাছিল। সেইটোৱে এইচাম লোকৰ পৰা অনুকৰণ কৰিবলগীয়া এটি অতি মূল্যবান আদৰ্শ।

২৩৯. বৰদলৈ বৈষ্ণৱপন্থীয় হলেও ঘৰত পূজা-পাতল কৰাত কাকো একো বাধা নিদিছিল। তেনেকুৱা পূজাৰ ভিতৰত আছিল শিৱপূজা, সত্যনাৰায়ণ পূজা, শিৱৰ

একাবৰ্তন পাঠ আদি। অৱশ্যে তেওঁলোকৰ ঘৰত শাক্তপন্থীয় পূজা-সেৱাৰ স্থান নাছিল। সেইবুলি বাহিৰত হোৱা ৰাজহুৱা দুৰ্গাপূজা, সৰস্বতী পূজা, কালি পূজা আদিলৈকো তেওঁ নোযোৱাকৈ নাথাকিছিল আৰু প্ৰসাদো লৈছিল। কিন্তু জীৱ-জন্তু বলিৰ দুৰ্ঘোৰ বিৰোধী আছিল আৰু কোনো ফোঁট নলৈছিল। অৱশ্যে দেৱীক ঈশ্বৰৰে প্ৰতিভু জ্ঞান কৰি তেওঁ সেৱা কৰিছিল। এইটো সাধু-সন্ন্যাসীৰ প্ৰভাৱো হ'ব পাৰে।

২ ৩ ১০ এইখিনিতে উল্লেখ কৰিব পাৰি যে কলিকতাত পঢ়ি থকা কালত বৰদলৈয়ে সময়-সুবিধা পালেই ব্ৰাহ্ম সমাজৰ সভা-সমিতি, আলোচনা, প্ৰাৰ্থনা-সভা আদিলৈ প্ৰায়ে গৈছিল। উদ্দেশ্য আছিল নিজে অধ্যয়ন নকৰাকৈয়ে জ্ঞানী পণ্ডিত লোকৰ পৰা ধৰ্মবিষয়ক তত্ত্বপূৰ্ণ নানা কথা জনাটো, সেই উদ্দেশ্যেৰে ব্ৰাহ্ম সমাজলৈ যাওঁতে অজানিতভাৱে তেওঁ নিৰাকাৰ ধৰ্মৰ প্ৰাৰ্থনা আদিৰ প্ৰতি আকৃষ্ট হৈছিল। ঘৰুৱা পৰিৱেশত ল'ৰা-ছোৱালী, আত্মীয় পৰিজনৰ আগত এইবিলাক কথা কৈ বৰ আনন্দ প্ৰকাশ কৰাৰ লগতে তেনে আচৰণ কৰিবলৈ নাপাহৰিছিল। ব্যক্তিগত জীৱনত তাৰ প্ৰভাৱ পৰিলক্ষিত হৈছিল। নিজ পৰিয়ালৰ গোঁসাই ঘৰত কোনো বিগ্ৰহ, প্ৰতিমা, ধাতুৰমূৰ্তি আদি তেখেতে প্ৰতিষ্ঠা কৰা নাছিল। অৱশ্যে সন্মুখত ঠগাত গীতা আৰু কীৰ্তন এই দুযোখন পুথি একেলগে ৰাখিছিল। সেইবুলি ঘৰৰ কোনো লোকে সেই নীতি অনুসৰণত হীন দেঁঢ় কৰা দেখিলে কাকো তেওঁ বেয়াকৈ একো কথা কোৱা নাছিল। আনকি তেওঁৰ পত্নীয়ে ঘৰত লক্ষ্মীপূজাত প্ৰতিমা স্থাপন কৰোঁতেও তেওঁ হকা বাঁধা নকৰিছিল, বৰং পবিত্ৰভাৱে অন্তৰৰ ভাৱাবেগ আৰু সমস্ত ভক্তি আৰোপ কৰাৰ কাৰণে প্ৰতিমা স্থাপন কৰাটো যদি কোনোৱে দৰকাৰ বুলি ভাবে, তেন্তে সেইটো কৰিবলৈ দিছিল। সেই পূজাত বৰদলৈ উপস্থিত থাকি সেৱা-সন্মান কৰি প্ৰসাদ আদিও লৈছিল। এয়া আছিল ধৰ্মীয় কথাত ঘৰুৱা পৰিৱেশ আৰু সামাজিক পৰিৱেশত প্ৰদৰ্শন কৰা বৰদলৈৰ অকৃত্ৰিম উদাৰতাৰ পৰিচয়। বৰদলৈৰ প্ৰায়বিলাক ৰচনাতে অসমৰ বৈষ্ণৱ ধৰ্মৰ মাহাত্ম্য, গৰিমা, তান্ত্ৰিক ধৰ্মৰ বিভিন্ন কাৰ্য্যকলাপ, সাধু-সন্ন্যাসীৰ জীৱনৰ কথা, তেওঁৰ ব্যক্তিগত ধৰ্মীয় আদৰ্শ আৰু দৰ্শনৰ পৰিচয় সুন্দৰভাৱে প্ৰকাশ পাইছে।

২ ৩ ১১ ধুবুৰীৰ পৰা বদলি হৈ অহাৰ পিছত ডিব্ৰুগড়ত চাকৰিৰ বাকী কালছোৱা কটাবলৈ ঠিক কৰা সময়তে তেওঁক আকৌ তালৈকে বদলি কৰাত বৰদলৈয়ে বৰ দুখ পাইছিল। পৰিবাৰৰ শাৰীৰিক অসুস্থতা, তাতে আকৌ কণিষ্ঠ পুত্ৰৰ অকাল বিয়োগ আদি কাৰণত মনৰ বেজাৰত চাকৰি ইস্তফা দিবলৈ স্থিৰ কৰিছিল, চৰকাৰৰ চাকৰিত কোনো স্বাধীনতা নাই কেৱল গোলামিহে, এনে ধাৰণা লৈ স্বাধীনভাৱে চাহখেতিৰ ব্যৱসায় কৰিবলৈ তেওঁ স্থিৰ কৰিছিল; কিন্তু ওপৰৱালা ক্লাৰ্ক চাহাবৰ পৰামৰ্শক্ৰমে সকলো কথা ভাবি-চিন্তি দীঘলীয়া ছুটী ললে আৰু ডিব্ৰুগড়ৰ পৰা প্ৰায়

পঁয়ত্রিশ মাইল পূৱত মাকুম জংচনৰ ওচৰত ডিব্ৰুগড়ৰে চাহ খেতিয়ক নন্দেশ্বৰ চক্ৰৱৰ্তীৰ পৰা হাবেদা চাহ বাগিছাখন কিনি তাত নিজে থাকিবলৈ ল'লে।[৩৬] সেই সময়ত গান্ধীৰ স্বৰাজৰ আন্দোলন, প্ৰথম বিশ্বযুদ্ধৰ বিশ্বজুৰি হোৱা প্ৰতিক্ৰিয়া, ইংৰাজ চৰকাৰৰ প্ৰতি ভাৰতীয় লোকৰ অবিশ্বাস আদিৰ দ্বাৰা বৰদলৈও কিছু প্ৰভাৱান্বিত হৈছিল। ১৯১৪ চনত বৰদলৈ ডিব্ৰুগড়ৰ চিৰিং চাপৰিত নন্দেশ্বৰ চক্ৰৱৰ্তীৰ গাতে লগা ঠাইত নিজাকৈ মাটি কিনি স্থায়ী ভাৱে বসবাস কৰিবলৈ লয়। নন্দেশ্বৰ চক্ৰৱৰ্তী আছিল তেখেতৰ অতি নিৰ্ভৰশীল আপোন প্ৰতিবেশী, চক্ৰৱৰ্তী অতি সাধাৰণ স্তৰৰ পৰা গৈ এই চাহ খেতিৰ ব্যৱসায়ত দেহমন নিবিষ্ট কৰি সুখ্যাতি অৰ্জন কৰাই নহয়, সকলোৰে বাবে এক আদৰ্শ ৰাখি থৈ গৈছে।[৩৭] সেই হিচাপেই বৰদলৈয়েও চাহ খেতিৰ কামত মনোযোগ দিলে। হাবেদা বাগিছা কিনাৰ এবছৰ নৌহওঁতেই বৰদলৈয়ে পুনৰ চাকৰিত যোগদান কৰিবলৈ বাধ্য হ'ল। চৰকাৰৰ নিয়ম অনুসৰি তেওঁ বাগিছাখন নিজৰ নামত ৰাখিব নোৱাৰা হ'ল আৰু বৰজোঁৱাই প্ৰসন্ন বৰুৱাৰ নামত ৰাখি বাগিছাৰ কাম আন বিশ্বাসী লোকৰ দ্বাৰা চলাবলৈ ধৰিলে। অৱসৰ লোৱাৰ পিছত (১৯১৮) তেওঁ পুনৰ নিজৰ নামলৈ আনি বাগিছাখন ভাল কৰিবলৈ ১৯২০ চনত সীতাৰাম বালোৱাৰ নামৰ মহাজনৰ পৰা ত্ৰিশ হাজাৰ টকা ধাৰে লয়। সেই সময়ত আজিকালিৰ দৰে বেংকৰ ধাৰ-ঋণৰ ব্যৱস্থা নাছিল, ভাৰতৰ অন্যান্য ঠাইত কিবা আছিল যদিও অসমত সেইবোৰ সা-সুবিধা নাছিল। চক্ৰবৃদ্ধি সুদৰ হাৰত লোৱা সেই ঋণৰ উপৰিও ১৯২৮ চনত পুনৰায় ঊনৈশ হাজাৰ টকা আগৰদৰে সীতাৰাম মহাজনৰ পৰা ললে— বাগিছাৰ সম্প্ৰসাৰণৰ বাবে। বাগিছাৰ অৱস্থা কিছু ভাল হ'ল যদিও ধাৰ ঋণ মাৰিব পৰা ধৰণৰ স্বচ্ছল অৱস্থা নহ'ল। শেষত সীতাৰাম মহাজনে বৰদলৈৰ ওপৰত সেই ঋণৰ বাবে মোকদ্দমা কৰিলে। আৰু ঋণৰ সুদে মূলে একলাখ বিৰাশী হাজাৰ টকাৰ হিচাপ দেখুৱাই টকাৰ বিনিময়ত হাবেদা বাগিছাখন ল'লে। বৰদলৈয়ে এইদৰে লোকক বিশ্বাস কৰি জীৱনৰ সমস্ত সাঁচতীয়া ধন বাগিচাৰ নামত ব্যয় কৰি শেষত প্ৰৱঞ্চিত আৰু সৰ্বস্বান্ত হোৱাত তেওঁৰ নিজৰ জীৱনৰ প্ৰতিয়ে ধিক্কাৰ আহিল। লোকক বিশ্বাস কৰা কাৰণে বহুত অনুশোচনাও হ'ল। দুখে-বেজাৰে তেওঁ গুৱাহাটীলৈ গুচি গ'ল আৰু উজান বজাৰৰ কামাখ্যানাথ ঠাকুৰৰ ঘৰৰ পিছফালে থকা ডঃ উমেশচন্দ্ৰ বৰদলৈৰ পৰা অলপ মাটি কিনি লৈ তাতে ঘৰ সাজি গুৱাহাটীয়া হৈ পৰিল। জীৱনৰ প্ৰায় শেষ কাললৈকে তেখেত তাতেই আছিল।

২০১২ বৰদলৈ নাট্যকাৰ নাছিল যদিও নাট্যাভিনয়ৰ প্ৰতি আগ্ৰহী আছিল। নিজে অভিনয়তো অংশ গ্ৰহণ কৰিছিল। নাট মঞ্চস্থ কৰাত পৰিচালকৰ দায়িত্ব লোৱাৰ

৩৬ গোস্বামী, নন্দ (সম্পাদনা), ১৯৭৩, কৰ্মযোগী, পৃ. ৪০।
৩৭ প্ৰাগুক্ত গ্ৰন্থ।

উপৰিও আন আনুষঙ্গিক কামতো তেওঁৰ সহায় কৰাৰ দক্ষতা আছিল।[৩৮] ভিতৰৰ কাৰিকৰী কথাত তেওঁৰ কৌশলপটুতা সমসাময়িক লোকে প্ৰশংসা কৰিছিল। ব্যক্তিগত ভাবে তেওঁ কোনো বাদ্য আদি নবজাইছিল, গায়কো নাছিল, কিন্তু সংগীত অনুৰাগী আছিল। সেই সময়ৰ নাম কৰা সংগীতজ্ঞ উমেশ মুখাৰ্জী, স্যান্যাল, ডাঃ উমেশ দাস আদি সংগীতজ্ঞ সকলক লৈ নিজৰ ঘৰতে মজলিছ বহিছিল। বাগিছাত থকা কালতো তেওঁ মাজে মাজে এনে সংগীতজ্ঞ, বাদ্যকাৰ সকলৰ সহযোগিতাত সংগীতৰ মজলিছ বহুৱাইছিল। এবাৰ কলিকতাৰ বিখ্যাত ক্লেৰিওনেট বাদক গোপাল লাহিৰীক বাগিচাৰ ঘৰত আলহী ৰাখিছিল।[৩৯]

---

৩৮ ৰজনীকান্ত বৰদলৈ জন্ম-শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ, পৃ. ৮।

৩৯ ৰজনীকান্ত বৰদলৈঃ (জীৱনী গ্ৰন্থ), অপ্ৰকাশিত হাতে লিখা গ্ৰন্থ, গ্ৰন্থৰ লেখক শ্ৰীদেৱকান্ত বৰদলৈ।

# ৩.০০ বৰদলৈৰ সমসাময়িক কালৰ অসম

৩১· অসমত ইষ্ট ইণ্ডিয়া কোম্পানীৰ জৰীয়তে ১৮২৬ চনত বৃটিছ শাসনৰ সূচনা[১] ইতিহাসৰ এক অবিস্মৰণীয় ঘটনা। এবাৰবাকৈ মানৰ তিনিটা আক্ৰমণত সৰ্বসাধাৰণ লোকৰ ওপৰত অমানুষিক অত্যাচাৰ চলিছিল। মান আছিল বিদেশী লুণ্ঠনকাৰী। বদন বৰফুকনে ব্যক্তিগত স্বাৰ্থপূৰণৰ বাবে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ গাত সকলো দোষ জাপি দি ব্ৰহ্মদেশৰ ৰজাৰ ওচৰত অসম আৰু ইয়াৰ প্ৰজাসকলক ৰক্ষা কৰিবলৈ বুলি মানক আমন্ত্ৰণ কৰি আনিছিল।[২] সেই সময়ত আহোম ৰজাৰ অৱস্থা অতি শোচনীয়, তেওঁলোকৰ মাজত সিংহাসনৰ বাবে লোভ। ডা-ডাঙৰীয়া সকলৰ মাজত দন্দ্ব-খৰিযাল, হিংসা আৰু পৰশ্ৰীকাতৰতাই গা কৰি উঠিছিল। ফলত সকলোৱে ব্যক্তিগত লাভালাভৰ চিন্তাত ব্যস্ত।[৩] দেশীয় স্বাৰ্থৰ কথালৈ কাৰো সিমান চিন্তা নাছিল। প্ৰজা সকলো নানা দল-উপদলত বিভক্ত। মোৱামৰীয়া বিদ্ৰোহেও সকলোকে জৰ্জ্জৰিত কৰিছিল।[৪] তেনে এটা অস্থিৰ ৰাজনৈতিক পৰিস্থিতিত অসমত বৃটিছ সৈন্যৰ প্ৰৱেশ ঘটে আৰু মানৰ লগত হোৱা ইয়াণ্ডাবু সন্ধিৰ পিছতেই বৃটিছে অসমৰ কৰ্তৃত্ব লাভ কৰে। ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনলৈ যোৱাৰ পিছত অসমৰ ৰাজনৈতিক অস্থিৰতা কিছু পৰিমাণে আঁতৰিল যদিও দেশী ডা-ডাঙৰীয়া সকলৰ অসন্তুষ্টি নাতৰিল।[৫] কিন্তু সাধাৰণ প্ৰজাই মানৰ আক্ৰমণত জৰ্জ্জৰিত হৈ বৃটিছ অহাৰ পিছত দেশত অলপ শান্তি স্থাপিত হোৱাত কিছু শান্তি অনুভৱ কৰিছিল।

৩২ ৰবাৰ্ট ব্ৰুচ চাহাবে অসমত চাহৰ আৱিষ্কাৰ কৰি লৰ্ড বেণ্টিংকৰ নিৰ্দ্দেশত পোন প্ৰথমবাৰৰ বাবে চাহ খেতিৰ প্ৰৱৰ্তন কৰে আৰু '১৮৪০ চনৰ পৰা লক্ষীমপুৰ (বৰ্তমান ডিব্ৰুগড়) জিলাৰ জয়পুৰ অঞ্চলত চাহ খেতিয়ে ব্যাপক অঞ্চল আগুৰি পেলায়'।[৬] এইক্ষেত্ৰত কেপ্টেইন জনকিন্স চাহাবক আহোম ৰজা পুৰন্দৰ সিংহই থলুৱা কছাৰী, ৰাভা, গাৰো আদি বনুৱা দি সহায় কৰিছিল। চাহাবে চোটনাগপুৰৰ পৰা ঢেংগী সম্প্ৰদায়ৰ বনুৱা আনিবলৈকো বাধ্য হৈছিল। অলপ দিনৰ ভিতৰতে

১ ৰাজকুমাৰ, সৰ্বানন্দ : ১৯৮০, ইতিহাসে সোঁৱৰা দুশটা বছৰ, পৃ ৮৮৬।

২ Gait, Sir, E : 1963 : A History of Assam, P 231

৩ ৰাজকুমাৰ, সৰ্বানন্দ, প্ৰাগুক্ত গ্ৰন্থ, পৃ ৮২৬।

৪ প্ৰাগুক্ত গ্ৰন্থ, পৃ ৮৩৭।

৫ বেজবৰুৱা ৰচনাৱলী, ২য় খণ্ড, পৃ. ১১৮।

৬ গোস্বামী, সত্যেন্দ্ৰনাৰায়ণ : 'চাহ মজদুৰ সমাজৰ চমু ইতিবৃত্ত' প্ৰবন্ধ যতীন্দ্ৰনাথ শৰ্মা সম্পাদিত "চাহ বাগিচাৰ সাহিত্য-সংস্কৃতি" গ্ৰন্থ, ১৯৮০।

৭ গোস্বামী, সত্যেন্দ্ৰনাৰায়ণ : পূৰ্বোক্ত প্ৰবন্ধ।

অসমৰ চাহে বিদেশত বিশেষকৈ লণ্ডনৰ বজাৰত 'এক অভুতপূৰ্ব আলোড়ণৰ সৃষ্টি কৰে। তাৰ পৰিণতিয়ে হ'ল 'আসাম টি কোম্পানী'।[৭] 'প্ৰথমবাৰৰ বাবে অসমলৈ ছোটনাগপুৰ আৰু মেদিনীপুৰ জিলাৰ পৰা ১৮৫৯ আৰু ১৮৬০ চনত গিৰমিটিয়া পদ্ধতিত ক্ৰমে ২০৪৯ জন আৰু ৩০৮১ জন মজদুৰ আমদানি কৰা হয়।[৮] এইদৰে চাহ খেতিৰ আৰম্ভণিৰ পৰা ১৮৭০ চনলৈ প্ৰায় পঁয়ত্ৰিশ বছৰৰ ভিতৰত অসমত ঠন ধৰি উঠা চাহ বাগিছাৰ সংখ্যা হয়গৈ ২৬০ খন।[৯] সেইদৰে বিভিন্ন সম্প্ৰদায়ৰ অসমীয়া মজদুৰ আৰু বাহিৰৰ পৰা আমদানি কৰা গিৰমিটীয়া অনা-অসমীয়া মজদুৰ মিলি ১৮৭৫ চনত চাহ মজদুৰৰ সংখ্যা হলগৈ ১,০৮,৪৩০ জন'।[১০] এইদৰে অসমৰ অৰ্থনৈতিক ক্ষেত্ৰত চাহ খেতিয়ে এক গুৰুত্বপূৰ্ণ ভূমিকা ল'লে।

৩৩ আহোম শাসনৰ শেষৰ ফাললৈ 'হাদিৰাচকি' তথা পশ্চিম অসমৰ লগত মাৰোৱাৰ, জয়পুৰ আদিৰ কেঞা বেপাৰীক বেহা-বেপাৰ কৰিবলৈ দিয়া বুলি অনুমান হয়।[১১] 'আজমগঞ্জত (মুৰ্শিদাবাদ) মায়াচিং মেঘৰাজ ব্যৱসায়ী সংস্থাই ঊনৈশ শতিকাৰ প্ৰথম কেইটামান দশকত গুৱাহাটী, তেজপুৰ আদি ঠাইত বেহা-বেপাৰ কৰিছিল"।[১২] জেনকিন্স চাহাবে ১৮৩৯ চনত শদিয়া আৰু মাৰ্ঘেৰিটাৰ বিছাত তেনে বেহা-বেপাৰ দেখিবলৈ পাইছিল। তাত বিশেষকৈ ব্ৰহ্মদেশীয় কাপোৰ আৰু চীন দেশীয় বাচনৰ লগত এইদেশীয় বিবিধ দ্ৰব্যৰ লগত সাল-সলনি কৰা কথাৰো সম্ভেদ পোৱা যায়।[১৩]

৩৪ স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত ভাটিৰপিনৰ পৰা নানা ব্যৱসায় সংক্ৰান্তত অসমলৈ বিশেষ বিশেষ ক্ষেত্ৰত পাৰদৰ্শী কিছুলোকক[১৪] অনা হৈছিল। তেওঁলোকৰ সৰহ ভাগেই জীৱিকাৰ সন্ধান পাই অসমতে নিগাজীকৈ বসবাস কৰাৰ নিদৰ্শনো আছে। বহুতে আকৌ ৰজাঘৰৰ অনুগ্ৰহো লাভ কৰিছিল। তেনে কিছুসংখ্যক লোক বিহাৰ, ৰাজস্থান, বঙ্গদেশৰ পৰা আহি অসমত বসবাস কৰিবলৈ লৈছিল। এনেকুৱা কেইটামান মাৰোৱাৰী পৰিয়ালে অসমীয়াৰ লগত বিয়া-বাৰুত সম্পৰ্ক স্থাপন কৰি অসমীয়া জীৱন আৰু সংস্কৃতিৰ লগত মিলি গৈছিল। বৈষ্ণৱপন্থী নাওৰংৰাম দৰগুৰ নেওগ পৰিয়ালৰ ছোৱালী সোনপাহী আৰু কান্দুৰা বাজখোৱাৰ ছোৱালী—সাদৰীক বিয়া কৰায়।[১৫] সাদৰীৰ ফালৰ চাৰিটা ল'ৰা-ছোৱালীৰ দ্বিতীয়টি ল'ৰাই হৈছে অমৰ

৮ Allen, B C : 1872, Assam District Gazetter

৯ গোস্বামী, সত্যেন্দ্ৰনাৰায়ণ, পূৰ্বোক্ত প্ৰবন্ধ।

১০ Crown, E W : The Whole World, P, 426.

১১ বৰপুজাৰী, হেৰম্বকুমাৰ ঃ ১৯৮৭, অসমৰ নৱ-জাগৰণ ঃ অনা-অসমীয়াৰ ভূমিকা, পৃ ২৯।

১২ আগৰৱালা, তৰুণকুমাৰ ঃ ১৯৭৬, হৰিবিলাস আগৰৱালাৰ আত্মজীৱনী।

১৩ Pemberton, R B Report of the Eastern Frontier, P 27

১৪ Gait, Sir E Ibid, P 186

১৫ হৰিবিলাস আগৰৱালাৰ আত্মজীৱনী, পৃ. ২, পৃ ৪।

শিল্পী জ্যোতি প্ৰসাদৰ ককাক হৰিবিলাস আগৰৱালা। উত্তৰাধিকাৰী সূত্ৰে লাভ কৰা বেহা-বেপাৰৰ সকলো সম্পত্তি তেওঁৰ দিনত বৃদ্ধিহে হৈছিল। হৰিবিলাস আছিল অসমীয়া ভাষা-সাহিত্যৰ এজন মহান পৃষ্ঠপোষক।[১৬] মিছনেৰী সকলৰ অনুকৰণত অসমীয়া ভাষা-সাহিত্যৰ কাম কৰিবলৈ গৈ তেওঁ "কীৰ্তন-ঘোষা", 'বৰগীত', 'গুণমালা'—আদি পুথি ছপাই উলিয়াইছিল। তেওঁৰে পুত্ৰ চন্দ্ৰকুমাৰ আগৰৱালাই পিতৃপুৰুষৰ কাৰ্য্যাৱলী অনুসৰণ কৰি "জোনাকী" কাকত উলিযায়। অসমীয়া সাহিত্যত আধুনিকতাৰ প্ৰতিষ্ঠা কৰা ৰোমাণ্টিক ভাৱধাৰাৰ সূত্ৰপাত কৰা "জোনাকী" আছিল দৰাচলতে 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ' মুখপত্ৰ।

৩ ৬ অসমত ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত ইংৰাজ আমোলত মিছনেৰী সকলে এক গুৰুত্বপূৰ্ণ ভূমিকাত অৱতীৰ্ণ হৈয়ে ক্ষান্ত নাথাকিল, শিক্ষাৰ ক্ষেত্ৰতো তেওঁলোকে এক স্বকীয়া দৃষ্টিভংগী লৈ পাশ্চাত্যৰ অনুকৰণত নতুন শিক্ষা ব্যৱস্থা অনুসৰি ইংৰাজী শিক্ষাৰ প্ৰৱৰ্তনত [৭] উঠি-পৰি লাগিল। এই নতুন শিক্ষা ব্যৱস্থাৰ প্ৰৱৰ্তনো অসমৰ জাতীয় জীৱনত এক সন্ধিক্ষণ। সেই সময়ৰ অসমত আছিল টোল, পঢাশালি আৰু সত্ৰ বিলাকত ধৰ্মীয় আচাৰ-বিচাৰ ভিত্তিক শিক্ষা-ব্যৱস্থা; সেই দেশীয় ব্যৱস্থাৰ শিক্ষাৰ উদ্দেশ্য আছিল পৱিত্ৰ জীৱন যাপনৰ প্ৰস্তুতি, জ্ঞানবৃদ্ধি বা জীৱিকা নিৰ্বাহৰ প্ৰস্তুতি নাছিল। বৃটিছ আমোলত মিছনেৰী আৰু চৰকাৰী ভাৱে প্ৰৱৰ্তন কৰা শিক্ষাব্যৱস্থা আৰু পূৰ্বৰ দেশীয় শিক্ষা-ব্যৱস্থাৰ এইখিনিতে মৌলিক পাৰ্থক্য ধৰা পৰে। ইতিমধ্যে ১৮৩৬ চনত বৃটিছ আমোলত অসমৰ স্কুল আৰু কাছাৰীৰ পৰা অসমীয়া ভাষাক একাষৰীয়া কৰি থৈ বঙলা ভাষাক তাৰ ঠাই দিয়া হ'ল।[১৮] এই কথাত ইংৰাজ বিষয়াৰ তলতীয়া বঙালী চাকৰিয়ালৰ হাত থকা বুলিও অনুমান কৰা হয়।[১৯] এই কথাত অসমজুৰি অসন্তুষ্টিৰ সৃষ্টি হৈছিল যদিও, জনসাধাৰণৰ অৱস্থা ইমান জুৰুলা আছিল যে তাক সংঘবদ্ধভাৱে প্ৰকাশ কৰাৰ সুযোগ পোৱা নাছিল। নাথান ব্ৰাউনৰ নিচিনা লোকেও প্ৰথমে অসমীয়া ভাষাৰ ঠাইত বঙলা ভাষাক প্ৰতিষ্ঠা কৰাত সহায়-সহযোগিতা আগবঢ়াইছিল, কিন্তু যেতিয়া অসমীয়া ভাষা আৰু বঙলা সম্পৰ্কে ভাষাগত সকলো দিশ আয়ত্ব কৰিব পাৰিলে তেতিয়া তেওঁ অনুশোচনা কৰি আক্ষেপৰ সুৰত 'মুক্ত-প্ৰসন্ন-বচন-ভঙ্গী, শুদ্ধ সংস্কৃতিলিপি আৰু শব্দৰ পৰা নিজস্ব বৈশিষ্ট্য'ৰ[২০] কথা উল্লেখ কৰি অসমীয়া ভাষাৰ গুণ-গৰিমাৰ বিষয়ে প্ৰশংসা কৰি গৈছিল। সেই সময়ত শিক্ষাৰ মাধ্যম বঙলা হোৱা বাবে স্কুলীয়া শিক্ষাৰ উন্নতি বাধা-প্ৰাপ্তহে হৈছিল। আনকি ১৮৬১ চনলৈকে এজনো অসমীয়া ছাত্ৰ এণ্ট্ৰেন্স পৰীক্ষাত

১৬ শশী শৰ্মা (সম্পাদিত) চন্দ্ৰকুমাৰ আগৰৱালা প্ৰতিভা।
১৭ Misra T Literature and Society in Assam, p 39
১৮ শৰ্মা, সত্যেন্দ্ৰনাথ: অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃ ২৭৯।
১৯ Baruah, B K History of Assamese Literature, p. 104
২০ Brown, E D. The Whole World Kin, p 426.

উত্তীৰ্ণ হব নোৱাৰাৰ কাৰণ বঙলা ভাষা।[২১] অসমক বংগৰ লগত সাঙুৰি প্ৰশাসনীয় বিষয়ৰ এটা গোট কৰা বাবে অসমৰ শিক্ষা সংক্ৰান্ত বিষয়ত বিস্তৰ ক্ষতি সাধনৰ কথা মিলৰ প্ৰতিবেদনত সুন্দৰভাৱে দিয়া আছে।[২২] অৱশ্যে বঙলা ভাষাক ১৮৭৩ চনত স্কুল-আদালতৰ পৰা আঁতৰাই অসমীয়া ভাষা পুনৰ প্ৰতিষ্ঠা কৰাৰ মূলতে মিলৰ ৰিপোৰ্টৰ সবল যুক্তি বুলি কোৱা হয়।

৩.৭. এই সময়ছোৱা আছিল চিৰাচৰিত পুৰণিৰ অৱসান আৰু নতুন বিশেষকৈ পাশ্চাত্য ৰীতি তথা আধুনিকতাৰ প্ৰতিষ্ঠাৰ এক সন্ধিক্ষণ। বৰদলৈৰ জন্ম এনেকুৱা এটা সন্ধিক্ষণত হোৱা গতিকে তেওঁৰ জীৱনত সেই কালছোৱাৰ সামাজিক চিন্তাধাৰা তথা ভাৱাদৰ্শৰ প্ৰভাৱ বাৰুকৈয়ে পৰিলক্ষিত হয়। বৰদলৈয়ে গুৱাহাটীত ইংৰাজী শিক্ষা গ্ৰহণ কৰি কলিকতালৈ উচ্চ শিক্ষাৰ্থে যাত্ৰা কৰে। সেই সময়ত বংগৰ প্ৰগতিবাদী সমাজৰ ঘনিষ্ঠ সংস্পৰ্শত অসমৰ ছাত্ৰ সকলৰ দ্বাৰা 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' গঠিত হৈছিল। বৰদলৈ নিজে তাৰ এজন সক্ৰিয় সভ্যৰূপে সকলো কথাতে আগ ভাগ লৈ প্ৰকৃতাৰ্থত অসমীয়া ভাষা-সাহিত্যৰ চৰ্চাত মনোনিবেশ কৰিছিল। তেওঁ সংকল্প লৈছিল যাতে দেশীয় লোকক বিশেষকৈ উঠি অহা চামৰ স্বদেশ প্ৰেম আৰু স্বজাতি-প্ৰীতিৰ ভাৱ জগাই তুলিব পাৰে। সেইবাবেই তেওঁ অসমৰ বৈষ্ণৱ ধৰ্ম, জাতীয় আদৰ্শ, প্ৰাকৃতিক সৌন্দৰ্য্য-বিভূতি, বুৰঞ্জীৰ ঘটনাৰ আলমত জাতি হিচাবে বৰ্তি থাকিবলৈ হ'লে কেনে আদৰ্শ লোৱা উচিত সেইবিলাক ফঁহিয়াই এলানি উপন্যাস ৰচনা কৰিবলৈ সংকল্প লৈছিল। জীৱনৰ সকলো স্তৰতে সেই আদৰ্শ আগত ৰাখি কাম কৰিছিল বাবেই সেই দিনতে তেওঁ অসমৰ থলুৱা জনজাতি মিৰি অৰ্থাৎ মিচিং সমাজৰ পটভূমিত এখনি আগশাৰীৰ উপন্যাস ৰচনা কৰিবলৈ সক্ষম হৈছিল। ইয়াৰ উপৰি তেওঁ মণিপুৰৰ খাম্বা-থোইবীৰ আখ্যানৰ আধাৰত উপন্যাস লিখিছিল। আনকি স্কট আৰু বঙ্কিমচন্দ্ৰৰ উপন্যাসৰ আৰ্হি আগত ৰাখি এইদৰে উপন্যাস ৰচনা কৰিলেও তেওঁৰ ৰচনাত অসমৰ ভাষা, অসমৰ জনজীৱন, অসমৰ ধৰ্ম-উৎসৱ, সমাজ-ব্যৱস্থা আদি ৰূপায়িত হৈছে। সমসাময়িক অসমৰ সমাজখনৰ বিবিধ কাৰ্য্যকলাপৰ দ্বাৰা অনুপ্ৰাণিত হৈ বৰদলৈয়ে কেৱল যে উপন্যাস সমূহেই ৰচনা কৰিছিল এনে নহয়, আনবিলাক ৰচনাও সেই প্ৰেৰণাৰে সুফল। ইংৰাজীত লিখা ৰচনাসমূহ হ'ল চাকৰি-কালত ব্যক্তিগতভাৱে কৰা অনুসন্ধানৰ ফল। তাৰ যোগেদি অসমৰ কিছু কিছু বিষয়ত নিজে গভীৰ জ্ঞান আহৰণ কৰাৰ উপৰিও আনকো তাৰ প্ৰতি আকৰ্ষিত কৰিব পাৰিছিল।

৩.৮. 'অৰুনোদই' কাকতৰ যোগেদি মিছনেৰী সকলে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিত বিশেষকৈ ভাষাটোক এটা গঢ় দিবলৈ সমৰ্থ হৈছিল আৰু এই ভাষা আছিল সৰল,

---

২১ Centenary Report, Collegiate School, 1835, p. 21.

২২ Mills, A.J.M. Report on Assam, 1854.

কথিত অসমীয়াৰ ওচৰ চপা ভাষা।[২৩] আনহাতে কিছু সংখ্যক অসমীয়া লোকক খৃষ্টান ভাবাপন্ন কৰি তুলিবলৈকো সক্ষম হৈছিল। মানুহে কোৱা মাতৃ-ভাষাৰ উচ্চাৰণৰ ভেটিত ভাষাটো লিখিবলৈ লৈ সৰল বানানৰ সুত্ৰপাত কৰি ভাষাটোৰ ঐতিহ্যৰ প্ৰতি অৱহেলা প্ৰদৰ্শন কৰিছিল। তাৰ বিপৰীতে থিয় দিছিল হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আদিয়ে। 'জোনাকী' কাকত 'অৰুনোদই'ৰ এই নীতি আৰু আদৰ্শৰ বিপৰীতে মুৰ দাঙি উঠিছিল। বৰদলৈ সেইচাম লোকৰ সহযোগী আছিল। নৱজাগৰণৰ ভাবাবেগৰদ্বাৰা উদ্বুদ্ধ কৰাৰ মূলতে আছিল 'অৰুনোদই' আৰু তাৰ লেখকসকল।[২৪] এইদৰে দেখা যায় যে সমসাময়িক সমাজৰ চিত্ৰ পৰিবেশনৰ দ্বাৰা অসমীয়া সমাজক জাতীয় ভাবৰ চেতনা আৰু ঐক্যৰ প্ৰতি আকৃষ্ট কৰাটোৱেই ৰজনীকান্তৰ সাহিত্যিক জীৱনৰ প্ৰেৰণাৰ মূল মন্ত্ৰ।

৩৯ এই কাল-ছোৱাৰ সৰ্বোৎকৃষ্ট কথা হ'ল শিক্ষিত, অৰ্ধ-শিক্ষিত, অশিক্ষিত শ্ৰেণীৰ অসমীয়া লোকৰ অসম দেশ আৰু অসমীয়া জাতি সম্পৰ্কে এটা সচেতন মনোভাৱৰ জাগৰণ। আহোমৰ শেষ কাল-ছোৱাত দেশ জুৰুলা, মানৰ আক্ৰমণ ভূতৰ ওপৰতে দানহৰ দৰে হ'ল। বৃটিছ অহা সময়ত সকলোৰে থিতাপি লোৱা চেষ্টা। প্ৰচণ্ড ধুমুহাৰ পাচত অসমৰ জীৱনলৈ যেন আহিল এচেৰেঙা ৰ'দ। মিছনেৰীয়ে সেই সময়তে নতুন নতুন কিছুমান ভাৱাদৰ্শৰ দ্বাৰা অসমীয়াসকলক যেন নতুন উদ্দিপনা দিলে। 'অৰুনোদই' কাকতে শিক্ষিত ডেকা চামক সেই বিষয়ে 'পাশ্চাত্য জ্ঞান আৰু চিন্তাৰে পৰিচিত হৈ'[২৫] ভাল বেয়া বুজ লবলৈ পৰোক্ষভাৱে ইংগিত দিয়াৰ উপৰিও মাৰ বান্ধি থিয় হবলৈ প্ৰেৰণা যোগালে। 'অঃ ভাঃ উঃ সাঃ সভা' নতুন অনুষ্ঠানৰ জন্ম হ'ল। কলিকতাত ঠন ধৰি উঠা এই অনুষ্ঠানটোৱে যোগোৱা প্ৰেৰণাকে বহু ৰূপান্তৰৰ পৰিণতি পৰৱৰ্তী 'অসম লিটাৰেৰী সমাজ' তথা 'অসম সাহিত্য সভা'।[২৬] বৰদলৈৰ সাহিত্য সাধনাৰ পবিত্ৰ বেদী আছিল নৱোন্মেষৰ শ্যান্তিজলেৰে বিধোত এক প্ৰেৰণাৰ থলী। সেইকাৰণেই বৰদলৈৰ সাহিত্য আজিও শ্ৰেষ্ঠতাৰ আগশাৰীত বিৰাজমান।

---

২৩ অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃ. ২৮৪।

২৪ Misra, T Ibid, p 91

২৫ নেওগ, মহেশ্বৰ: অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ. ২০৩।

২৬ বেজবৰুৱা ৰচনাৱলী, ২য় খণ্ড, পৃ. ২১৯-৩০৫।

## ৪০০ বৰদলৈৰ সমগ্ৰ ৰচনাৰ পৰিচয়

৪১ ৰজনীকান্ত বৰদলৈৰ ৰচনাৰাজিৰ অধিকাংশ অসমীয়াত আৰু কিছু অংশ ইংৰাজী ভাষাত লিখা হৈছিল। ইংৰাজী ভাষাত লিখিলেও দৰাচলতে বৰদলৈ অসমীয়া সাহিত্যিক-ৰূপেহে সুপ্ৰসিদ্ধ। জীৱিকাৰ খাটিৰত চৰকাৰী চাকৰি কৰা কালত ওপৰৱালাৰ নিৰ্দেশক্ৰমে তেওঁ কেতবোৰ কথা জুকিয়াব লগীয়া হৈছিল, সেইবোৰ ইংৰাজ বিষয়া তথা ওপৰৱালাৰ সুবিধাৰ্থে ইংৰাজীত লিখিছিল। বিষয়বস্তু আছিল অসমৰ থলুৱা কথা। প্ৰশাসনীয় আৰু তদনুৰূপ কামত আৱশ্যক হোৱা বাবে বিশ্বস্ত আৰু নিৰ্ভৰশীল তলতীয়া বিষয়া বৰদলৈক সেই কামৰ দায়িত্ব দি বিদেশী ওপৰৱালা নিশ্চিন্ত হ'ব পাৰিছিল। সেই হিচাপে বৰদলৈয়েও যথেষ্ট শ্ৰম আৰু অনুসন্ধান কৰি সেইবোৰ বিষয়ৰ প্ৰায়বিলাক দিশ সামৰি টোকা বা নিবন্ধ যুগুত কৰি ওপৰৱালাৰ হাতত অৰ্পণ কৰিছিল, আৰু ওপৰৱালাযো সেইবোৰ চাই সন্তুষ্ট হৈছিল। বৰদলৈৰ ৰচনাসমূহ তলত ইংৰাজী আৰু অসমীয়া ৰচনা দুটা শিতানত ভাগ কৰি পৰিচয়মূলক আলোচনা দাঙি ধৰা হ'ল।

৪২ বৰদলৈয়ে ইংৰাজীত লিখা প্ৰবন্ধৰ সংখ্যা সাতটা। এই আটাইকেইটা ওপৰৱালাৰ নিৰ্দেশতে লিখিছিল যদিও তেওঁ যথেষ্ট পঢ়া-শুনা আৰু অনুসন্ধান কৰিবলগীয়া হৈছিল। প্ৰবন্ধবোৰৰ গতি-প্ৰকৃতি, তথ্য আদিৰ পৰা সেই কথা অনুমান হয়। তলত প্ৰতিটো প্ৰবন্ধৰ বিষয়ে একোটাকৈ আলোচনা দিয়া হ'ল।

৪২১. **মিৰিসকলৰ ধৰ্ম** ( Religion of Miris ) **:** কমিছনাৰ ই, এ, গেইট চাহাবৰ অনুৰোধত বৰদলৈদেৱে উত্তৰ লক্ষীমপুৰত চব-ডেপুটি কলেক্টৰ ৰূপে কাৰ্য নিৰ্বাহ কৰা কালত এই নিবন্ধটি যুগুত কৰে। মিৰি সকলৰ ধৰ্মৰ বিষয়ে লিখিবলৈ যাওঁতে তেওঁ সেই সম্প্ৰদায়ৰ পাৰিবাৰিক জীৱন, পৰিয়ালৰ বিবিধ কাৰ্যকলাপ, সামাজিক আচাৰ-নীতি, পূজা-উৎসৱ আদি বহু কথা খৰিছ মাৰি অনুসন্ধান কৰিবলগীয়া হৈছিল। সেই সময়ত তেওঁলোকৰ ভিতৰত থকা নানা খেল-দল, তিৰিবিলাকৰ সামাজিক মৰ্যাদা, ঘৰ-দুৱাৰ, বিবিধ ব্যৱসায়, ভৈয়ামৰ আনবোৰ মানুহৰ লগত তেওঁলোকৰ সম্পৰ্ক, আহ-যাহ আদি, পৰ্বতৰ মানুহৰ লগত সোৱণশিৰি অঞ্চলৰ মিৰিসকলৰ সম্পৰ্ক, মিৰিসকলৰ ঐনিতম আদি গীত-পদ, লোকবিশ্বাস, আখ্যান-কাহিনী প্ৰভৃতিৰ লগত বৰদলৈৰ কিছু পৰিচয় হৈছিল। সেই হিচাপেই তেওঁ ইংৰাজীতে এই দীঘলীয়া নিবন্ধটো যুগুত কৰিছিল। এইটো লিখি তেওঁ গেইট চাহাবক উপহাৰ দিছিল আৰু 'ইয়াৰ পিছত ১৮৯৪ চনত বৰপেটালৈ বদলি হওঁ'[১] বুলি নিজে লিখি গৈছে। গতিকে

১ 'ৰজনীকান্ত বৰদলৈ জন্ম শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ'ৰ অন্তৰ্গত ভিম্বেশ্বৰ নেওগলৈ লিখা বৰদলৈৰ চিঠি. পৃ. ১৭ ২১।

নিবন্ধটো যে ১৮৯৪ চনত বৰপেটালৈ বদলি হোৱাৰ আগে আগে লিখা সেই কথা সহজেই অনুমান কৰিব পাৰি।

৪২২ **অসমীয়া মাটিৰ পাত্ৰ** ( Potteries of Assam ) : এই প্ৰবন্ধটিও ই, এ, গেইটৰ অনুৰোধক্ৰমে বৰদলৈযে বৰপেটাত থাকোঁতে ১৮৯৬ চনত যুগুত কৰে। বৰদলৈযে নিজে কৈ গৈছে যে এই নিবন্ধটি এটা টোকা সদৃশ। এই নিবন্ধটি অসমৰ কুমাৰসকলে তৈযাৰ কৰা চৰু, কলহ, মলা-চাকি, ধুনাদানী, হাড়ি আদি মাটিৰ পাত্ৰৰ বিৱৰণমূলক চমু টোকা। মূল প্ৰবন্ধটো দুষ্প্ৰাপ্য, কেৱল এই সম্পৰ্কীয় বিৱৰণহে আছে।

৪২৩· **অসমৰ বয়ন-শিল্প** ( The Weaving Industries of Assam ) : এই নিবন্ধটি বৰদলৈযে যুগুত কৰাৰ মূলতে হ'ল গোৱালপাৰা মহকুমাধিপতি মিস্টাৰ চামান চাহাব। তেওঁ অসমৰ তাঁতশিল্প, বোৱাকটা অৰ্থাৎ বয়নশিল্প সম্পৰ্কে জানিবলৈ বিশেষ আগ্ৰহ প্ৰকাশ কৰি কিছু তথ্য বিচৰাত বৰদলৈয়ে এই বিষয়ে এটা টোকা লিখিছিল। ইয়াত তেওঁ তাঁত শালৰ পৰা আৰম্ভ কৰি তাৰ আনুষঙ্গিক সকলো সা-সঁজুলি, কপাহ ধুনি পাঁজি তৈযাৰ কৰি সূতা কটাৰ পৰা আৰম্ভ কৰি, সূতা বাতি কাটি কাপোৰ বোৱা, ফুল তোলা ইত্যাদি সকলো কথা সামৰি চমুকৈ এটি বিৱৰণমূলক টোকা যুগুত কৰিছিল। তাত সম্প্ৰদাযভেদে এই সকলোবিলাক কথাৰ উল্লেখ কৰি বিতং বিৱৰণসহ যুগুত কৰে। নিবন্ধটিৰ বাবে চামান চাহাবে 'বৰ সুখ্যাতি কৰিছিল'[২] বুলি বৰদলৈয়ে নিজে লিখি গৈছে।

৪২৪ **অসমৰ মীন ব্যৱসায়** ( The Fisheries of Assam ) : এইটো নিবন্ধ প্ৰকৃততে অসমৰ মৎস্য তথা মীন ব্যৱসায সম্পৰ্কীয় নানা তথ্যেৰে সমৃদ্ধ। ইয়াৰ ৰচনাকাল ১৯০৯ খৃষ্টাব্দত, শিলচৰত থকা কালত এই নিবন্ধটি যুগুত কৰি সেই সময়ৰ শিলচৰৰ কমিছনাৰ কিৰণ দেৰ পৰা প্ৰশংসা লাভ কৰিছিল।

৪·২৫ **অসমীয়া ভাষাৰ টোকা** ( Notes on Assamese Language) : শিলচৰত থকা সময়তে ১৯০৯ খৃঃত বৰদলৈয়ে চুডমাৰ্ছন চাহাবৰ অনুৰোধক্ৰমে অসমীয়া ভাষা সম্পৰ্কে এই টোকাটি যুগুত কৰে।

অসমীয়া ভাষাৰ বিশেষত্ববোৰ আৰু ব্যাকৰণগত প্ৰধান নিয়মবোৰৰ উল্লেখ কৰি যুগুত কৰা এই নিবন্ধটিও দুষ্প্ৰাপ্য। চুডমাৰ্ছন চাহাব হেনো ইয়াৰ পৰা উপকৃত হৈছিল।

৫২·৬· **অসমৰ চুতীয়া সকল** ( The Chutias of Assam ) : কৰ্ণেল চাহাবৰ অনুৰোধত তেওঁ এই নিবন্ধটি যুগুত কৰিছিল। চুতিয়া সকলৰ আঁতি-গুৰি, আচাৰ-বিচাৰ সকলো দিশ সামৰি যুগুত কৰা এই নিবন্ধটিও বৰ্তমানে দুষ্প্ৰাপ্য।

২ প্ৰাগুক্ত চিঠি।

চুতীয়া সকলৰ ইতিবৃত্তিমূলক এই নিবন্ধটি যুগুত কৰা সময়ত তেওঁ শিলচৰৰ পৰা বদলি হৈ নগাঁৱলৈ আহে, আৰু তাত থকা কালতে এইটো ৰচনা কৰে।

৪.২৭. **মায়ামৰীয়া সম্পৰ্কে (About the Mayamarias) ঃ** অৱসৰ লোৱাৰ বহু কালৰ পিছত এই নিবন্ধটি যুগুত কৰা হৈছিল। মাযামৰীযা সম্প্ৰদায়ৰ বিষয়ে তথ্য সম্বলিত এই প্ৰবন্ধ যুগুত কৰিছিল ১৯৩১ চনত আৰু বহুদিন পিছত ডিব্ৰুগড় কানৈ কলেজৰ আলোচনীত প্ৰকাশিত এই প্ৰবন্ধটি অতি মূল্যৱান। ডিম্বেশ্বৰ নেওগলৈ লিখা চিঠিত এই প্ৰবন্ধটি—'মায়ামৰীয়া সকলৰ সম্পৰ্কে' নামেৰে প্ৰকাশিত বুলি উল্লেখ কৰিছে।

৪২৮ ইয়াৰ বাহিৰেও বৰদলৈয়ে ডিব্ৰুগড়ত বহা প'ষ্টেল ইউনিয়নৰ সভাত ,ইংৰাজীত দিয়া এটি বক্তৃতাৰ কথাও তেওঁ উল্লেখ কৰি গৈছে। অৱশ্যে সেই বক্তৃতাটিৰ বিষয়বস্তু আদি একো জনা নাযায। বৰদলৈৰ ইংৰাজীত যুগুত কৰা উল্লিখিত প্ৰায়খিনি ৰচনা আছিল মূলতঃ ইংৰাজ চাহাব কিম্বা প্ৰশাসনৰ প্ৰয়োজনীযতালৈ চকু ৰাখি যুগুত কৰা টোকা বা নিবন্ধ। এইবোৰ যুগুত কৰোঁতে সাহিত্যগত সৌন্দৰ্যতকৈ তথ্য উপস্থাপনৰ প্ৰতিহে লিখক অধিক সচেতন আছিল। আচলতে ইংৰাজী বিষযৰ ৰচনাখিনি বিষয়ৰ সামগ্ৰিক পৰিচযজ্ঞাপক ৰচনা ৰূপেহে প্ৰৱৰ্তি আছে।

৪৩. বৰদলৈৰ অসমীয়া ৰচনাৰাজিক এইদৰে আঠ ভাগত বিভক্ত কৰিব পাৰি ঃ (১) উপন্যাস, (২) নাটক, (৩) প্ৰবন্ধ, (৪) গল্প-কবিতা, (৫) ভাষণ-বক্তৃতা, (৬) ব্যংগাত্মক ৰচনা, (৭) পাঠ্যপুথি, (৮) চিঠি-পত্ৰাদি। প্ৰবন্ধসমূহ আকৌ ছয় প্ৰকাৰৰ ঃ (১) জীৱনীমূলক, (২) ভ্ৰমণ বিষযক, (৩) অনুবাদমূলক (৪) সাহিত্য বিষয়ক, (৫) প্ৰত্নতত্ত্বমূলক, (৬) শিক্ষামূলক।

৪৪ **উপন্যাস ঃ** বৰদলৈয়ে চাকৰি কালত অসমৰ নানা ঠাইলৈ বদলি হৈ বহু অভিজ্ঞতা লাভ কৰিছিল আৰু ছাত্ৰ জীৱনত কলিকতাত লোৱা সংকল্প চকুৰ আগত ৰাখি অসম বুৰঞ্জীৰ আধাৰত এলানি উপন্যাস লিখিবলৈ যত্ন কৰিছিল। চাৰ ওৱাল্টাৰ স্কট আৰু বংকিমচন্দ্ৰ চট্টোপাধ্যায়ৰ স্বদেশ আৰু স্বজাতিৰ হিতাৰ্থে ৰচিত উপন্যাস আছিল তেওঁৰ উপন্যাস ৰচনাৰ মূল প্ৰেৰণা। তলত বৰদলৈৰ উপন্যাসৰাজিৰ অতি সংক্ষিপ্তভাৱে সাধাৰণ পৰিচয় দাঙি ধৰা হ'ল—

৪.৪১. **মিৰি জীয়ৰী ঃ** বৰদলৈয়ে গেইট চাহাবক দিবলৈ মিৰিসকলৰ ধৰ্ম সম্পৰ্কে এটি প্ৰবন্ধ যুগুত কৰা সমযত এই সম্প্ৰদায়টোৰ বিষয়ে বহু কথা জানিবলৈ সক্ষম হৈছিল। সোৱণশিৰি নদী-উপত্যকা, দাঁতি কাষৰীয়া হাবি-বননি, পাহাৰ-পৰ্বত আৰু এই অঞ্চলৰ সহজ-সৰল স্বভাৱৰ মিৰিসকলৰ সামাজিক পটভূমিত এই উপন্যাসখন যুগুত কৰে ১৮৯৫ চনত। সোৱণশিৰিৰ পাৰৰ ঘূণাসুঁতি মিৰি-গাৱঁৰ প্ৰাকৃতিক পৰিবেশৰ লগত ৰীজতা খৰোই এহাল ডেকা-গাভৰুৰ মুকলিমুৰীয়া আৰু নিৰ্ভীক

সৰল স্বভাৱ-চৰিত্ৰৰ শৈশৱৰ ভাল পোৱাই যৌৱনসুলভ নিভাজ প্ৰেমলৈ ৰূপান্তৰিত কৰি সিহঁতৰ সমাজৰ পটভূমিত ঘাত-প্ৰতিঘাটৰ মাজেদি কল্পনাৰ ৰহণ সানি সুন্দৰ কাহিনী এটি সৃষ্টি কৰি এই উপন্যাসখনি ৰূপ্‌দিত কৰা হৈছে। জনজাতিৰ আধাৰত ৰচিত এইখনেই নিঃসন্দেহে এখন মনোগ্ৰাহী উপন্যাস। কেউঁপিনৰ পৰা উৎকৃষ্টতাৰ দাবী কৰা 'মিৰি জীয়ৰী' উপন্যাসখন হিন্দী, বঙলা, তামিল, তেলুগু, উড়িয়া, ইংৰাজী আদি কেবাটাও ভাষালৈ অনূদিত হৈছে।

৪৪২ **মনোমতী:** বৰপেটাত চব-ডেপুটি কলেক্টৰ ৰূপে কাম কৰা কালত (১৮৯৪-১৯০০ চন) বৰদলৈয়ে গাওঁ-ভুঁই, মৌজা আদি চাই ফুৰোঁতে এই অঞ্চলত মানৰ আক্ৰমণৰ কথা শুনিবলৈ পাইছিল। তেতিয়াই নাৰেৰে হাউলি, সৰভোগ, বিজনী আদি ঠাইলৈ যাওঁতে কিছুমান গীত-পদ সাধুকথা শুনি জানিব পাৰিছিল যে সেইবোৰ স্থানীয় আৰু বুৰঞ্জীমূলক ঘটনা বিজড়িত মূল্যবান সম্পদ। মানৰ আক্ৰমণ ডা-ডাঙৰীয়াৰ মাজত থকা হিংসা, পৰস্ত্ৰীকাতৰতা, বৈষ্ণৱ ধৰ্মৰ প্ৰাণকেন্দ্ৰ স্বৰূপ বৰপেটা নামঘৰৰ দৌল-উৎসৱ আদিৰ কথাৰে সমৃদ্ধ এই লৌকিক গীত-মাতৰ দ্বাৰা অনুপ্ৰাণিত হৈয়ে তেওঁ মনোমতীৰ মূল কাহিনীটো ৰূপ্‌দিত কৰিলে। এইখন উপন্যাসত ক্ষমতালোভী ডা-ডাঙৰীয়াৰ আপোনপেটীয়া স্বভাৱৰ বাবে দেশখন উছন যোৱাৰ লগতে সাধাৰণ লোকৰ দুখ-দুৰ্দশা কিদৰে বাঢ়ি পাইছিল সেই কথা প্ৰকাশ কৰাৰ লগতে অসমীয়া অবলা নাৰীয়ে দেশৰ অতি সংকটপূৰ্ণ অৱস্থাতো কেনে তৎপৰতাৰে দেশৰ হকে মহৎ কাম কৰিব পাৰিছিল সেইবোৰৰ আদৰ্শও দাঙি ধৰা হৈছে।

৪৪৩ **দন্দুৱাদ্ৰোহ:** বৰদলৈ কমলপুৰত তহচিলদাৰ ৰূপে এবছৰ কাল আছিল। সেই সময়ত মাটি-পিয়ল কৰি ফুৰোঁতে এদিন গাৱঁৰ এজন বুঢ়াই জাৰণি এখনলৈ আঙুলিয়াই জিকেৰীয়া বৰুৱা হৰদত্ত আৰু বীৰদত্তৰ গাওঁ তাতেই আছিল বুলি দেখুৱাইছিল। সেই সময়ত বেজবৰুৱাৰ 'পদুম কুৱঁৰী' নামৰ উপন্যাসখন এই হৰদত্ত-বীৰদত্তৰ কাহিনীৰ আধাৰত ৰচিত হৈ ওলাইছিল। গতিকে তেওঁ এই বিষয়ে তথ্যপাতি সংগ্ৰহৰ বাবে বৰ আগ্ৰহী হৈ পৰিল। স্থানীয় হৰদত্ত-বীৰদত্তৰ বিষয়ে নানা কথা শুনাৰ উপৰিও গীত-পদো কেইটামান পাই এই সকলোবিলাক গোটাই দন্দুৱাদ্ৰোহৰ কাহিনীটো জুকিয়াই লৈ এই উপন্যাসখন লিখে। ইতিমধ্যে লক্ষ্মীনাথ বেজবৰুৱাই পদুম কুৱঁৰীক নায়িকাৰূপে লৈ 'পদুম কুৱঁৰী' উপন্যাস লিখে। বেজবৰুৱাৰ উপন্যাসৰ কাহিনীৰ লগত বৰদলৈৰ উপন্যাসৰ কাহিনীৰ ভালে-খিনি পাৰ্থক্য আছিল। বৰদলৈৰ এইখন উপন্যাসত বুৰঞ্জীৰ বহুতো কথাই স্থান পোৱাটো মন কৰিবলগীয়া। কামৰূপত আচল সমল গোটালেও বৰদলৈয়ে উপন্যাসখন ৰচনা কৰে কামৰূপ এৰি অহাৰ পিছত ১৯০৯ খৃঃ-ত নগাৱঁত থকা সময়তহে।

৪৪৪ **ৰাধিকা:** নগাৱঁত ই, এ, চি, ৰূপে থকা সময়তে ১৯১০ চনত এই

উপন্যাসখনৰ ৰচনাৰ কামত হাত দিযে, কিন্তু সেই সময়তে তেওঁৰ বৰপুত্ৰ গোলোক কান্ত বৰদলৈ এফ, এ, পৰীক্ষা দি আহি টাইফয়েদত ভুগি নগাৱঁতে ঢুকায়। তাৰ পিছত তেওঁ ধুবুৰীলৈ বদলি হৈ যায়। গতিকে পুত্ৰশোকৰ উপৰিও ঘৰুৱা আলৈ-আহুকাল আৰু শাৰীৰিক অসুস্থতাৰ বাবে উপন্যাসখন বহুত দিন আধৰুৱা হৈ পৰি থাকে। শেষত চাকৰিৰ পৰা অৱসৰ লৈ ডিব্ৰুগড়ত থিতাপি লোৱাৰ পিছত ১৯২৫ চনত বাকীৰোৱা অংশ লিখি সম্পূৰ্ণ কৰে আৰু লগে লগে ছপা কৰি উলিযায়।[৩] মানৰ প্ৰথম আক্ৰমণৰ সময়ত অসমৰ সমাজ আৰু আহোমৰ ৰজা-ঘৰীয়া পৰিবেশৰ আধাৰত কাহিনী এটা সজাই-পৰাই এই উপন্যাসখন ৰচনা কৰা হয। উপন্যাসখনত সেই সময়ৰ অসমৰ পুৰণি ৰীতি-নীতি তথা সমাজ-জীৱনৰ উপৰিও বুৰঞ্জী, বিশেষকৈ মানৰ দিনৰ কথাৰ আৰু লগতে মিণ্টিৰ্চিজিমৰ বিষযেও কিছু কথা কবলৈ যত্ন কৰা দেখা যায়।

৪৪৫ **নিৰ্মল ভকত ঃ** এই উপন্যাসখন ডিব্ৰুগড়ত থকা সময়ত ১৯২৫ চনত ছপা হলেও আচলতে লিখা হৈছিল নগাৱঁত থকা কালতে অৰ্থাৎ ১৯১০ চনৰ ভিতৰত, শেষ কৰা হয ডিব্ৰুগড়ত। অৱশ্যে টেনিছনৰ 'এনক আৰ্ডেণ' (Enoch Arden) এই উপন্যাসৰ মূল আদৰ্শ, তাৰ ছাঁ পৰা কথা বৰদলৈযে নিজেই স্বীকাৰ কৰি গৈছে।[৪] অৱশ্যে অসমৰ বুৰঞ্জীমূলক কিছু কথাও তাত দিবলৈ যত্ন কৰিছে। বৰদলৈৰ 'প্ৰদীপিকা'ত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱা এই উপন্যাসখনৰ যোগেদি বৰদলৈয়ে বৈষ্ণৱ ধৰ্মৰ গৰিমা আৰু শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিছে। তেনেকুৱা এটা উদ্দেশ্য আগত ৰাখিয়েই বুৰঞ্জীমূলক কথাৰ আধাৰত বিশেষকৈ দ্বিতীয় আৰু তৃতীয় মানৰ আক্ৰমণৰ পটভূমিত মূল কাহিনীটো কল্পনা কৰি উপন্যাসখন ৰচনা কৰা হৈছে। উপন্যাসখন আত্মজীৱনীমূলক হোৱাত অৰ্থাৎ নায়ক নিৰ্মলে ভাণ্ডাৰীয়াৰ আগত ব্যক্তিগত জীৱনৰ কথা কৈ যোৱা বাবে তেওঁৰ চৰিত্ৰটোৱে প্ৰাধান্য লাভ কৰিছে। উপন্যাসখনত অসমৰ ৰাজনৈতিক পৰিস্থিতিৰ লগতে মান দেশৰ এটা খুলমূল বিৱৰণো সন্নিৱিষ্ট হৈছে।

৪৪৬ **তাম্ৰেশ্বৰীৰ মন্দিৰ ঃ** ডিব্ৰুগড়ত থকা সময়ত ১৯২৬ চনত বৰদলৈয়ে এই উপন্যাসখন ৰচনা কৰে। 'অসম হিতৈষী'ত ছপা হোৱাৰ পিছতহে সুকীয়া পুথিৰ আকাৰত উপন্যাসখন ছপা হয়। তৃতীয় বাৰ মানৰ আক্ৰমণৰ সময়ৰ অসমৰ সমাজ জীৱনৰ আধাৰত উপন্যাসখনি ৰচিত হৈছে। কিন্তু বুৰঞ্জীমূলক ঘটনাৰ প্ৰত্যক্ষ প্ৰভাৱ ইয়াত নাই। দুজনমান ৰাজ বিষয়াক কাহিনীৰ মাজেদি তামসিক ভাবাপন্ন তান্ত্ৰিক ধৰ্মৰ তুলনাত সাত্ত্বিক ভাবাপন্ন বৈষ্ণৱ ধৰ্ম যে বহুগুণে শ্ৰেষ্ঠ সেই কথা

৩ প্ৰাগুক্ত চিঠি।

৪ লেখাৰু উপেন্দ্ৰচন্দ্ৰ, 'অসমীয়া সাহিত্য সেৱক ৺ৰজনীকান্ত বৰদলৈ' গ্ৰন্থত উল্লেখ কৰা বৰদলৈয়ে তীৰ্থনাথ শৰ্মালৈ লিখা চিঠি, পৃ ১৮।

প্ৰতিপন্ন কৰিবলৈকে যেন এই উপন্যাসখন ৰচনা কৰা হৈছিল এনে এটা ধাৰণা হয়। সেই আদৰ্শকে লৈ এটি কাহিনী প্ৰস্তুত কৰি প্ৰচলিত ভাৱেমান কু-সংস্কাৰ বিশেষকৈ তাম্ৰেশ্বৰী মন্দিৰৰ নৰবলি প্ৰথাক এটা সামাজিক ব্যাধিৰূপে দেখুৱাবলৈ যত্ন কৰা হৈছে। লগতে বৈষ্ণৱ ধৰ্মই যে সৰ্বেসৰ্বা আৰু সকলো ধৰ্মীয় ব্যৱস্থাৰ ভিতৰত শ্ৰেষ্ঠ তাকো প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা হৈছে।

৪৪৭ **ৰাধা-ৰুক্মিণীৰ ৰণ :** বৰদলৈয়ে অৱসৰ লোৱাৰ পিছত ১৯২৮ চনত ডিব্ৰুগড়ত এই উপন্যাসখন ৰচনা কৰে। পুথিখন প্ৰথমতে 'অসম-হিতৈষী'ত ছপা হৈছিল। মৰাণ মোৱামৰীয়া সকলৰ প্ৰতি আহোম ৰজাই বেযা ব্যৱহাৰ কৰাত বিশেষকৈ লক্ষ্মীসিংহৰ দিনত অপ্ৰত্যাশিত ভাৱে অপমান পোৱাত তেওঁলোক বিদ্ৰোহী হৈ উঠে। আহোম ৰজা সেই সময়ত দুৰ্বল, ডা-ডাঙৰীয়া সকলো ক্ষমতাৰ লোভত নানা খেলত বিভক্ত। সেই সুবিধাতে মোৱামৰীয়া সকলে আহোম সিংহাসন অধিকাৰ কৰি ৰাজ্য ভোগ কৰিবলৈ ধৰে। মৰাণ ডেকা ৰাঘৱ বৰবৰুৱা হৈ ভোগ লালসাত মত্ত হৈ পৰিল। কিন্তু ৰুক্মিণীয়ে পূৰ্বৰ প্ৰেমিক ৰাঘৱৰ ওচৰলৈ আহি তুচ্ছ-তাচ্ছিল্যহে পালে। সেই দুখতে তেওঁ ৰজা ৰমাকান্তৰ কাৰেঙৰ কোঠাত থাকি ঈশ্বৰ চিন্তা কৰি জীৱনৰ বাকীখোৱা কাল অতিবাহিত কৰিবলৈ থিৰাং কৰিলে। এনেদৰে কাহিনী এটা প্ৰস্তুত কৰি মোৱামৰীয়া বিদ্ৰোহৰ আলমত সেই সময়ৰ অসমৰ সামাজিক জীৱন আৰু মৰাণ, মোৱামৰীয়া, গোসাঁই-মহন্ত সকলৰ বিষয়ে কিছু কথা কবলৈ বিচৰা হৈছে।

৪৪৮ **ৰহদৈ লিগিৰী :** অৱসৰ লোৱাৰ পিছত ১৯৩০ চনত ডিব্ৰুগড়ত লিখা হৈছিল। মানৰ প্ৰথম আক্ৰমণৰ পটভূমিত ৰচিত এই উপন্যাসৰ কাহিনীটো ৰূপায়িত কৰা হৈছে মূলতঃ চন্দ্ৰকান্ত সিংহ ৰাজপাটত বহা সময়ৰ ৰজা ঘৰীয়া পৰিবেশ আৰু ক্ষমতালিপ্সু ডা-ডাঙৰীয়া সকলৰ ভিতৰুৱা কাৰ্য্য-কলাপক কেন্দ্ৰ কৰি, অসমৰ পুৰণি ৰীতি-নীতি, ৰজা আৰু ৰাজ-বিষয়াৰ ক্ষমতাৰ প্ৰতি লোভ, মানৰ আক্ৰমণত সাধাৰণ প্ৰজাৰ দুখ-দুৰ্গতি, আশ্ৰম নিবাসী সাধক-সন্ন্যাসীৰ ঈশ্বৰ চিন্তা আৰু বৈষ্ণৱ-ধৰ্মৰ শ্ৰেষ্ঠত্ব আদিকে বৰদলৈয়ে মূল কাহিনীৰ লগত জড়িত কৰিবলৈ যত্ন কৰিছে। সত্ৰ কেন্দ্ৰ নৱবৈষ্ণৱ ধৰ্মই সকলো অশান্তি দুখ-কষ্ট নিবাময়ৰ একমাত্ৰ আশ্ৰয় বুলি উপন্যাসত প্ৰতিপন্ন কৰিবলৈ যত্ন কৰা হৈছে। ইয়াতো বুৰঞ্জীমূলক ঘটনাৰ পৰোক্ষ তথ্য আওপকীয়া সম্পৰ্কহে জড়িত পৰে।

৪·৫ **নাটক :** সাবিত্ৰী সত্যৱান :—গেইট চাহাবৰ তলত গুৱাহাটীৰ চেনচাচু অফিচত কাম কৰি থকাৰ সময়ত লগৰ বন্ধু-বান্ধৱ বিশেষকৈ ডেকা সকলে থিয়েটাৰ কৰিবলৈ মন কৰাত 'ভ্ৰমরঙ্গ' নাটকখনৰ অভিনয় কৰা হৈছিল, কিন্তু তেওঁলোকে নতুন নাটক বিচৰাত ৰায়বাহাদুৰ কনকলাল বৰুৱা, গোপাল কৃষ্ণ দে আৰু বৰদলৈ তিনি ও মিলি মহাভাৰতৰ কাহিনীৰ আধাৰত সাবিত্ৰী-সত্যৱান নাটকখনি লিখি ১৯১০ চনত

উলিয়ায়। নাটকখনিৰ অভিনয়ত তিনিও গৰাকী নাট্যকাৰে ভাও লৈছিল।[৫] এই পৌৰাণিক পাঁচ অংকীয়া নাটখনিৰ গুৱাহাটী, ডিব্ৰুগড় আদি কেবা ঠাইতো অভিনয় হৈছিল, আৰু নাটকখনি বৰ জনপ্ৰিয় হৈ উঠিছিল। এইখনি ছপা হোৱা নাছিল। বৰদলৈ নিজেই 'সাবিত্ৰী-সত্যবান' নাটখনি কি হ'ল কলৈ গ'ল কব নোৱাৰোঁ[৬] বুলি কৈ যোৱাটো মন কৰিব লগীয়া কথা। সুনিপুণ অভিনেতা বৰদলৈৰ অনুপ্ৰেৰণাত 'আত্মবিনোদক থিয়েটাৰ দল' এটা গঠিত হৈছিল আৰু এওঁলোকে ঠায়ে ঠায়ে অংকীয়া ভাৱনা ঘৰবোৰত, আধুনিক নিয়মেৰে সাল-সৰনি কৰি লোৱা ৰংগমঞ্চবোৰত নতুন নাটকৰ অভিনয়[৭] কৰিছিল। বৰদলৈয়ে আন নাটক লিখা কথা কতো উল্লেখ কৰা নাই যদিও বৰদলৈযে লোকনাথ ফুকন আৰু ভৈৰৱ দাসক লগত লৈ তিনিওজনে মহাভাৰতৰ কীচক বধ উপাখ্যানৰ আধাৰত 'কীচক বধ' নামৰ এখনি নাটক যুগুত কৰাৰ সম্ভেদ পোৱা যায়। নাটখনিৰ ভাষা আছিল গদ্য, পাঁচ অংকীয়া এই নাটখনিৰ কুৰিটা আছিল গৰ্ভাংক। তিনিওজন নাট্যকাৰে ভাগ ভাগকৈ নাটকখন লিখিছিল।[৮] এই নাটখনিৰ ডিব্ৰুগড়ত প্ৰথম অভিনয় হোৱা সময়ত বৰদলৈ নিজে ৰংগমঞ্চৰ অধ্যক্ষ আৰু ৰংগ-পৰিচালনা শিক্ষাৰ শিক্ষকৰ দায়িত্ব লৈছিল।

৪৬ **গল্প কবিতা ঃ** বৰদলৈয়ে কবিতা লিখা কথা নিজে ক'তো উল্লেখ কৰা নাই, কেৱল ডিম্বেশ্বৰ নেওগ সম্পাদিত 'কাব্য প্ৰতিভা'ত বৰদলৈৰ নামত 'মানৰ প্ৰতি-আক্ৰমণৰ গীত'—এটা সন্নিবিষ্ট হৈছে।

৪৬১ বৰদলৈয়ে লিখা গল্প তিনিটাহে পোৱা যায়। তাৰে 'গাধন' আৰু 'সৌন্দৰ্য্যৰ উপাসক'—আৱাহন'ত প্ৰকাশিত হৈছিল। আনটো গল্প 'প্ৰেমৰ উপাসক'—'বাঁহী'ত ছপা হোৱাৰ পিছতে ১৯৩২ চনত 'গল্পমালা'ত সন্নিবিষ্ট হৈছিল।[৯] আটাইকেইটা গল্প বৰদলৈয়ে চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত ডিব্ৰুগড়ত থকা কালত লিখিছিল। তিনিওটা গল্পত প্ৰেমৰ গৰিমা প্ৰকাশ কৰা হৈছে। 'গা-ধন'ত বৰদলৈয়ে সমসাময়িক ব্ৰাহ্মণ সমাজৰ বহুতৰ মাজত প্ৰচলিত গা-ধন লৈ ছোৱালী বিয়া দিয়া কু-প্ৰথাৰ কথাকে কৈ নতুন আদৰ্শ প্ৰতিষ্ঠাৰ চেষ্টা কৰিছে, সেইদৰে 'সৌন্দৰ্য্য উপাসক'ত পাৰ্থিৱ প্ৰেমতকৈ অপাৰ্থিৱ প্ৰেমক অধিক মহিমান ৰূপে প্ৰতিপন্ন কৰাৰ চেষ্টা চকুত পৰে। 'প্ৰেমৰ উপাসক'ৰ মাজেদিও মনৰ সমস্ত আবেগ অনুভূতিৰে প্ৰেমিকাক প্ৰাণভৰি ভাল পোৱাতহে অধিক আনন্দ, প্ৰেমিকাক স শৰীৰে পোৱাতকৈ দূৰৈৰ পৰা কল্পনাৰে পোৱাটোতহে প্ৰকৃত আনন্দ, সেই কথাকে প্ৰকাশ কৰা হৈছে।

৫ পূৰ্বোক্ত ডিম্বেশ্বৰ নেওগলৈ লিখা বৰদলৈৰ চিঠি।

৬ প্ৰাগুক্ত চিঠি।

৭ পূৰ্বোক্ত বৰদলৈ শত-বাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ, পৃ. ৭।

৮ প্ৰাগুক্ত, পৃ. ৮।

৯ বৰদলৈৰ এই তিনিওটা গল্প হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা' গ্ৰন্থত সন্নিবিষ্ট হৈছে, পৃ. ১২৯—১৫১।

এই দুযোটাতে অধ্যয়ন পুষ্ট ৰৰদলৈৰ কল্পনা বিলাসিতাৰ মাজেদি ভুমুকি মৰা বাস্তৱ দৃষ্টিভংগীৰ পৰিচয় পোৱা যায়। গল্প লেখক হিচাপে ৰৰদলৈৰ সাধাৰণ পৰিচয় আছে। তেওঁ নিজেও এই বিষয়ত বিশেষ মনোযোগ দিয়া নাছিল। তেওঁৰ লক্ষ্য আছিল উপন্যাস ৰচনা। সেই কাৰণে গল্পকাৰ হিচাপে ৰৰদলৈয়ে প্ৰতিষ্ঠা লাভৰ কোনো সুযোগ নাপালে।

৪.৬.২. **থাম্বা থোইবীৰ সাধু**[১০] **:** ৰৰদলৈয়ে ডিব্ৰুগড়ত থাকোঁতে (১৯৩২ চনত) মণিপুৰত প্ৰচলিত এটি লোক-কথাৰ প্ৰচলিত আখ্যানৰ ভেটিত এই উপন্যাস ৰচনা কৰে। এইটো পোণতে আৱাহনত ছপা হৈছিল। থাম্বা-থোইবীৰ সাধু পৃথক পুথি আকাৰে ওলোৱা নাই। মণিপুৰী সকলৰ উপাস্য দেব-দেৱীৰ মাহাত্ম্য প্ৰকাশ অলৌকিক ঘটনাৰ সমাবেশ ঘটা এটি কাহিনী। ইয়াক উপন্যাস বুলিব নোৱাৰি, উপন্যাসৰ কেইটামান লক্ষণ থকা সত্বেও ৰৰদলৈয়ে কিন্তু পুথিৰ গল্পটোৰ লগত সাধু কথা শব্দটো জড়িত কৰি গৈছে। মণিপুৰী ভাষা শিকি চৰকাৰৰ পৰা হেজাৰ-টকীয়া পুৰস্কাৰ লাভ কৰাৰ উপৰিও 'থাম্বা-থোইবী-শিৰৰি' নামৰ মণিপুৰী পুথি এখন পঢ়ি মণিপুৰী আচাৰ-নীতি, ধৰ্ম-কৰ্ম আদি ভাবৰ প্ৰকাশ হোৱা দেখি তাৰ আধাৰত এই পুথিখন যুগুত কৰে।

৪.৭. **ভাষণ-বক্তৃতা :** ৰৰদলৈ চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণৰ পিছত ৰাজহুৱা জীৱনত নানা সামাজিক কামৰ লগত জড়িত হৈ পৰিছিল। অৱশ্যে ইয়াৰ মূলতে আছিল ৰাইজৰ মাজত উপন্যাস ৰচয়িতা হিচাপে তেওঁৰ জনপ্ৰিয়তা। তদুপৰি তেওঁ অসমৰ জনজাতি, অনুন্নত সম্প্ৰদায় আদিৰ লগতে অসমৰ প্ৰাচীন ৰীতি-নীতি ধৰ্ম-সংস্কৃতি প্ৰভৃতি জনাৰ প্ৰতি বৰ আগ্ৰহী আছিল। এই বিষয়ত তেওঁ পুৰণি কথা জনা বুঢ়া বা বয়সীয়াল লোকক ব্যক্তিগতভাৱে লগ ধৰি বহু কথা জানিবলৈ যত্ন কৰা বাবেও সমসাময়িক লোকৰ মাজত তেওঁ প্ৰিয় হৈ উঠিছিল। ফলত বহুতো সভা-সমিতিৰ পৰা তেওঁলৈ নিমন্ত্ৰণ আহিছিল। তেনে সভা-সমিতিত দিয়া তেওঁৰ কেবাটাও বক্তৃতা ভাষণ আকাৰে ছপা কৰা হৈছিল। সেই জাতীয় বক্তৃতা সমূহক ভাষণ-বক্তৃতাৰ শিতানত অন্তৰ্ভুক্ত কৰা হৈছে।

৪৭.১ ৰৰদলৈৰ সৰ্বোত্কৃষ্ট বক্তৃতাটো আছিল অসম সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা দিয়া লিখিত ভাষণখিনি।[১১] ভাষণত নগাঁৱৰ ইতিহাস আৰু ঐতিহ্য গৰিমাৰ চমু-বৰ্ণনা দিয়াৰ লগতে অসমীয়া ভাষা আৰু সাহিত্যৰ ঐতিহাসিক পৰিচয়ো দাঙি ধৰিছে। লগতে আহোম ৰাজত্বৰ আগৰ কামৰূপ ৰাজ্যৰ ৰাজনৈতিক, সংস্কৃতিক জীৱন ধাৰাৰ চমু আভাস দিবলৈকো যত্ন কৰিছে। পৰৱৰ্তী আহোম ৰাজত্বৰ সময়-

১০ ৰৰদলৈৰ জন্ম-শতবাৰ্ষিকীৰ কালত 'থাম্বা-থোইবীৰ সাধুকথা' নামেৰে পূৰ্বোক্ত 'ৰজনী ৰৰদলৈ ৰচনামালা'ত সন্নিবিষ্ট হৈছে. পৃ. ৩১—৬৭।

১১ ভাষণমালা, ১ম খণ্ড, পৃ. ১৪৩—১৮২।

ছোৱাৰ ৰাজনৈতিক আৰু সাংস্কৃতিক জীৱন ধাৰাৰ চমু পৰিচয়ো তাত সন্নিবিষ্ট হৈছে। সেই বাবে ভাষণত মানৰ তিনিটা আক্ৰমণ, গৌড় তথা বংগৰ নবাব, মোগল সম্ৰাট আদিয়ে যে ওঠৰবাৰ অসম আক্ৰমণ কৰিছিল সেই কথাৰো উল্লেখ কৰিছে। অসমীয়া ভাষাৰ ব্যাকৰণ প্ৰণেতা ব্ৰাউন চাহাবে এই বিষয়ত উল্লেখ কৰা কথাষাৰ বিশেষ প্ৰণিধানযোগ্য। বৰদলৈয়ে ব্যক্তিগত ভাৱে অসমৰ ভিন ভিন ঠাইত চাকৰি কৰোঁতে নানা মানুহৰ সংস্পৰ্শলৈ আহি নিজেও সেই কথা উপলব্ধি কৰিছিল।

> "অসমীয়া ভাষাটোত শতকৰা অকা ভাষাৰ ৭টা, বাৰ্মিজ ভাষাৰ ৫টা, খামটিৰ ১টা, আৰবৰ ১টা, মিৰিমিৰ ১৩ টা, শব্দ আছে। বাকী ৭৩ টা শব্দ সংস্কৃত-মূলক, মোৰ বোধেৰে এই বাকী ৭৩ টাৰ ভিতৰত আহোমৰ অতি কমেও ৫টা, ফাৰ্চী, আৰবী, উৰ্দুৰ ৫টা কছাৰীৰ ৩টা শব্দ আছে।"[১২]

অসমৰ বৈষ্ণৱ আন্দোলনৰ নেতৃত্ব বহন কৰা শংকৰদেৱ আৰু তেওঁৰ প্ৰধান অনুগামী সকলে প্ৰণয়ন কৰা গ্ৰন্থাদিৰ পৰিচয়ৰ লগতে বৈষ্ণৱ ধৰ্মৰ প্ৰশংসাসূচক মন্তব্যও দিছে। ৰামায়ণ, মহাভাৰত, কাব্যত ৰচিত পুৰণি সাহিত্যৰাজিৰ সংক্ষিপ্ত আভাসৰ উপৰিও বুৰঞ্জী লেখকৰ বিবিধ মন্তব্যৰ জৰিয়তে অসমৰ ঐতিহ্যৰ আভাসো দিয়া হৈছে। এইদৰে প্ৰাচীনযুগ আৰু মধ্যযুগৰ অসমীয়া সাহিত্যৰ পৰিচয় দি আধুনিক যুগৰ অসমীয়া সাহিত্যৰ পৰিচয়ো দাঙি ধৰা হৈছে। প্ৰসংগক্ৰমে বৰদলৈয়ে 'অৰুণোদয়', 'আসাম নিউচ', 'আসাম বন্ধু', জোনাকী', 'আসাম হিতৈষী', 'বাঁহী', 'চেতনা', 'সাদিনীয়া অসমীয়া' আদিৰ বৰঙণিৰ আভাষো দিছে। এই কাল ছোৱাৰ বিশেষকৈ 'জোনাকী' যুগৰ পৰা সূচনা হোৱা আধুনিক দৃষ্টিভঙ্গীৰ সাহিত্যৰ থূলমূল পৰিচয় দাঙি ধৰাৰ লগতে পদ্য, নাট্য-সাহিত্য, বিজ্ঞান বিষয়ক সাহিত্যৰ আভাষো দিছে। শেষৰ ফালে অসমীয়া জাতি আৰু ভাষাৰ মঙ্গল সাধন কৰিবলৈ হ'লে সমসাময়িক সমাজত প্ৰচলিত কেতবোৰ কু-প্ৰথাৰ কথা উনুকিয়াই সকলোকে সেই বিষয়ত সাৱধান হবলৈ সঁকিয়াই দিছে। তদুপৰি সকলোকে নিজৰ নিজৰ ধৰ্মৰ ৰীতি-নীতি আচৰণ কৰিবলৈ উপদেশ দিয়া প্ৰসঙ্গত 'তেওঁৰ ( ঈশ্বৰৰ ) চৰণত আশ্ৰয় নললে আমাৰ উদ্ধাৰ নাই' বুলি কৈ মন্তব্য কৰিছে ঃ

> 'ওখ ভাবৰ কবিত্ব, দাৰ্শনিকতা, বৈজ্ঞানিকতা এই সমস্ত সম্পদে লাগ দিব—তেহে, আমাৰ ভাষা-সাহিত্য আৰু জাতিটো উন্নত হ'ব।'[১৩]

ইয়াৰ পিছত অভিভাষণৰ শেষত প্ৰায় ১৬৪ খন সৰু বৰ অতি দৰকাৰী অসমীয়া গ্ৰন্থৰ পৰিশিষ্ট এখন দাঙি ধৰিছে।

যথেষ্ট আবেগ প্ৰৱণ ভাষাৰে লিখা তেওঁৰ এই অভিভাষণখনি অসমীয়া ভাষাৰ শব্দৰ সম্ভাৰ মূলতঃ সংস্কৃত হলেও এটা বুজন অংশ যে অন্যান্য থলুৱা আৰু ফাৰ্চী

---

১২ ভাষণমালা, পৃ ১৫২।

১৩ ভাষণমালা, ১ম খণ্ড, পৃ. ১৭৫।

আদি ভাষাৰ শব্দই অধিকাৰ কৰি আছে তাৰ ইঙ্গিত দিয়াৰ লগতে দেশৰ ৰাজনীতি আৰু সামাজিক পটভূমিত অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ এটি পৰিচয় দিবলৈ যত্ন কৰাটোৱো তাৎপৰ্য্যপূৰ্ণ।

ভাষাটিত অসমৰ উন্নত-অনুন্নত সকলো সম্প্ৰদায়ৰ আৰু জনগোষ্ঠী, অসমীয়া ভাষা আৰু সাহিত্য, অসমৰ প্ৰাচীন ঐতিহ্য আৰু ধৰ্ম, আধুনিক শিক্ষা আদি সকলো দিশতে আলোকপাত কৰিবলৈ যোবাৰ উপৰিও ৰবদলৈয়ে ইয়াৰ দ্বাৰা অসমীয়া লোকক স্বদেশ আৰু স্বজাতিৰ হকে যত্ন কৰিছে। অসমৰ বৈষ্ণৱ গুৰু সকলৰ বিশেষভাৱে উল্লেখ কৰাৰ লগতে ধৰ্মৰ প্ৰতি ব্যক্তিগত ভক্তি বিশ্বাস সুন্দৰভাৱে প্ৰকাশ কৰিছে।

৪৭২ গোলাঘাটত ১৯২৫ চনত অনুষ্ঠিত হোৱা চুটীয়া সম্মিলনত দিয়া বক্তৃতাটো সম্মিলনৰ উদ্যোক্তা সকলে ছপা কৰিছিল। এই বক্তৃতাটি মূলতঃ চুটীযা সম্প্ৰদায়ৰ ইতিবৃত্তমূলক। তেওঁলোকৰ পুৰণি বুৰঞ্জী, ধৰ্মীয় সংস্কৃতি আদি তথ্যপাতিৰে সমৃদ্ধ এই ভাষণটি বৰ্তমানে দুষ্প্ৰাপ্য। সেই একেদৰে ১৯২৮ চনত ডিব্ৰুগড়ত অনুষ্ঠিত দ্বিতীয় মিৰি সম্মিলনৰ বাবে ৰুগুত কৰা বক্তৃতাটিও ছপা কৰা হৈছিল। এইটোতো আছিল মিচিং সমাজ সংস্কৃতিৰ তথ্য-পাতিৰে সমৃদ্ধ এই সম্প্ৰদায়ৰ ইতিবৃত্তি মূলক এটি বক্তৃতা। ইয়ো আজি দুষ্প্ৰাপ্য।

৪৮ **ব্যংগাত্মক ৰচনা :** 'ভোলাই শৰ্মা'ৰ অন্তৰ্গত পাঁচোটি লেখাৰ[১৪] মাজেদি ব্যঙ্গভাৱে প্ৰকাশ পাইছে আৰু সেই বাবেই এইখিনিক ব্যঙ্গাত্মক ৰচনা আখ্যা দিব পাৰি। ব্যক্তিগত জীৱনত নানা সময়ত লাভ কৰা অভিজ্ঞতা আৰু উপলব্ধিয়ে ইয়াৰ মূল বস্তু। ৰবদলৈয়ে 'ভোলাই শৰ্মা'ৰ কেউখন ৰচনাৰ মাজেদি সমাজৰ কেতবোৰ দিশত ব্যঙ্গাত্মক ভাৱে আলোকপাত কৰিবলৈ যত্ন কৰিছে আৰু বক্তব্য উপস্থাপনত যথাযথ দৃষ্টান্ত দাঙি ধৰাৰ উপৰিও যুক্তি সহ তাক মনোগ্ৰাহী ৰূপত ব্যক্ত কৰিবলৈ যত্ন কৰাটো মন কৰিবলগীয়া কথা। নকলেও হব আমি সকলোৱে কৈ থাকোঁ শাস্ত্ৰৰ কথা মানিব লাগে, অসমৰ বৈষ্ণৱ আন্দোলনৰ গুৰি ধৰোঁতা মহাপুৰুষ শংকৰদেৱক ঈশ্বৰ জ্ঞান কৰা লোক অগনন। পিছে বাস্তৱ ক্ষেত্ৰত শংকৰদেৱক সুযোগ পালেই সেই সকল লোকেই অমান্য কৰে, মহাপুৰুষে কোৱা 'কুকুৰ শৃগাল গৰ্দভৰো আত্মাৰাম' কথাষাৰ কেইজনে মানে, মানুহৰ ভিতৰতে জাতকুল বিচাৰৰ লেখ-জোখ নাই। শাস্ত্ৰত কৈছে 'সৰ্বং খল্বিদং ব্ৰহ্ম' তাকো নামানে। একেদৰে স্বাধীন বুলিলে নিজৰ যি ৰুচী সেইমতে চলিব পাৰি জানো? প্ৰতিজন মানুহৰে নীতি নিয়ম আৰু বিবিধ প্ৰসংগত স্থান ভেদে কিছু অনুশাসনৰ মাজত থকাটো দৰকাৰ। সামাজিক অনুশাসনৰ মাজত থাকিবলৈ হ'লে তেওঁৰ নিতান্ত নিজস্ব মতামতত চলিব নোৱাৰাটো স্বাভাৱিক। শৈশৱতে পিতৃ-মাতৃ বা অভিভাৱকৰ যৌৱন তথা কৰ্ম জীৱনত সেই সকলৰ উপৰিও কাম-কাজত থকা ওপৰৱালাৰ, সাংসাৰিক জীৱনত পত্নী, পৰিয়াল পৰিজন আৰু বাৰ্ধক্যত পুত্ৰ-বোৱাৰী

১৪ পূৰ্বোক্ত ৰজনী ৰবদলৈ ৰচনামালাৰ অন্তৰ্গত 'ভোলাই শৰ্মা', পৃ. ৬৯-১০১।

আদিৰ হাক-বচন মানিবই লাগিব। গতিকে মানুহ সম্পূৰ্ণভাৱে স্বাধীন হোৱা টান। একেদৰে চৰকাৰী কাম-কাজৰ ক্ষেত্ৰতো নিজে বিচৰা মতে স্বাধীনতা পোৱা টান। দৃষ্টান্ত স্বৰূপে লোক পিয়লৰ কাম যথেষ্ট কণ্টকৰ। গাঁৱে গাঁৱে, চুবুৰীয়ে চুবুৰীয়ে ঘূৰি ফুৰাৰ লগতে প্ৰতিজন মানুহৰ বিষয়ে বহুত কথা সন্নিৱিষ্ট কৰিব লাগে। কেতিয়াবা সৰু সৰু ল'ৰা-ছোৱালী বা কেচুৱাৰ ক্ষেত্ৰত, কেতিয়াবা আকৌ আবিয়ৈ গাভৰু ছোৱালীৰ ক্ষেত্ৰত পিয়লৰ কৰ্মৰ কেতবোৰ কথা পূৰাবলৈ গৈ বিমোৰত পৰা দেখা যায়। তাতে আকৌ সুবিধা বুজি মাক-বাপেকক কিছু উপদেশ আদিও দিয়া হয়। লোক-গণনা তথা পিয়লৰ ৰিপোৰ্ট যুগুত কৰা লোকে মানুহক ভয় খুউৱাও দেখা যায়। এই বিলাক কথাবো তাত ইংগিত দিছে। চেনচৰ পিয়লৰ ক্ষেত্ৰত ফৰ্মত পূৰাব লগীয়া কথাবোৰত নানা বিজুতি ঘটে, তাতে সেইবোৰ যুগুত নকৰা কৰ্মচাৰীবোৰৰ বুদ্ধি-বৃত্তিও তেনেই কম। গতিকে তেনে পৰিস্থিতিত নিজস্ব বিচাৰ বুদ্ধি প্ৰয়োগ কৰাৰ পথো নাথাকে। ফলত ব্যৱসায়ৰ ঠাইত কেচুৱা বা শিশুৰ ক্ষেত্ৰত 'মাকৰ পিয়াহ খায়', আবিয়ৈ ছোৱালীৰ বছৰ লুকাই কেইবছৰমান কমকৈ দিয়া বয়সৰ ৰেকৰ্ড, ধৰ্মৰ ক্ষেত্ৰত বাগিচাৰ চাহাবে ৰক্ষিতা কৰি ৰখা চুটীয়া জাতিৰ তিৰোতাৰ ক্ষেত্ৰত 'স্ত্ৰী-ৰূপে ৰখা খ্ৰীষ্টিয়ান' আদি কথা লিখা হয়। এইবোৰ সত্য কথা হলেও আইনৰ চকুত বিজুতিপূৰ্ণ কথা, কিন্তু পিয়লৰ ৰেকৰ্ডত এনেদৰে কিছু ভুল বা অশুদ্ধ কথা থকাটোৱো একো আচৰিত নহয়। 'আত্ম বিনোদক থিয়েটাৰৰ দল' ৰচনাখনিৰ মাজেদিও ব্যাঙ্গাত্মক ভাৱে সমাজৰ এটা বিশেষ দিশৰ কথা প্ৰকাশ কৰা দেখা যায়। সকলোৱে মিলিজুলি থিয়েটাৰৰ আয়োজন কৰি বিনোদনৰ বাবে এটা ভাল কাম কৰিবলৈ লৈছে, কিন্তু তাৰো জাতকুলৰ বিচাৰ, ভীমৰ ভাও লোৱা শূদিৰজনে কীচকৰ ভাও লোৱা বামুণজনক বধ কৰিলে ব্ৰহ্মবধৰ পাপত পৰিব বুলি ভবা কু-সংস্কাৰ, স্থায়ী থিয়েটাৰঘৰ নাথাকিলে কিমান লটিঘটি হব লাগে, পুৰুষ হৈ স্ত্ৰী চৰিত্ৰৰ ভাও লওঁতে আন কোনো তিৰোতাৰ সাজ পোছাক পৰিধান কৰি লটিঘটি হব ও লাগে। তাতে একেখিনি লোকেই মণ্ডৰ সকলো বস্তু যা যোগাৰ কৰাবে পৰা আৰম্ভ কৰি ভাত দিয়ালৈকে সকলো কামত ব্যস্ত হৈ যথেষ্ট পয়মালৰ সম্মুখীন হোৱা কথা এইখিনি ৰচনাত ব্যঙ্গ কৰা হৈছে। 'নগৰ সংকীৰ্তন'ৰ মাজেদি আমাৰ সমাজৰ বঙালী সকলৰ নগৰ ভ্ৰমণ কৰি হৰি নাম-কীৰ্তন কৰা প্ৰথা প্ৰৱৰ্তন কৰিবলৈ গৈ ভোলাই শৰ্মাৰ কেনে দুৰ্দশা হৈছিল সেইকথা সন্নিৱিষ্ট হৈছে, ব্যঙ্গাত্মক বৰ্ণনাৰ মাজেদি। এইদৰে হৰিনাম কীৰ্তন কৰি মানুহৰ আধ্যাত্মিক চিন্তা-চৰ্চাৰ সুন্দৰ পৰিৱেশ স্থাপন কৰিব পাৰি, আমাৰ নিজস্ব প্ৰথা নহলেও ই সজ প্ৰথা, কিন্তু আন্তৰিকতাৰ অভাৱত ঈৰ্ষা বা খিয়লা-খিয়লিৰ বাবে তাক স্থায়ী ৰূপ দিবলৈ মন কৰা স্বত্বেও সি সম্ভৱ নহ'ল। সামাজিক স্বেচ্ছামূলক কামত অসমীয়া মানুহৰ ঐক্য আৰু সংহতি তথা মিলাপ্ৰীতিৰ বুজা-পৰাৰ অভাৱত ভাল গঠনমূলক কামত কিদৰে ব্যাঘাত ঘটে, তাকেই এই ৰচনাকেইখনিৰ মাজেদি ব্যঙ্গ কৰা হৈছে। বৰদলৈয়ে ব্যঙ্গাত্মক ৰচনাৰ পূৰ্বসূৰী হেমচন্দ্ৰ বৰুৱা বা সমসাময়িক লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে বিশেষ

মনোযোগ দিয়া নাছিল যদিও এই বিষয়ক ৰিখিনি ৰচনা আমাক দি গৈছে তাক একেবাৰে বহুমূলীয়া বুলি কব পাৰি। সিবিলাকৰ ভাৱ ভাষা সংস্কাৰমুখী, সামাজিক কল্যাণ কামিতাৰ স্পষ্ট ইংগিতো তাত নিহীত আছে। ভাষা তেনেই সৰল আৰু ঘৰুৱা পৰিবেশত ব্যৱহৃত বাক্যৰীতিৰ সমধৰ্মী। সেইবাবেই ইয়াত ব্যৱহৃত শব্দ, যোজনা দৃষ্টান্ত সমূহ সকলোৰে পৰিচিত। তাতে আকৌ একাধিক স্থানত শংকৰদেৱৰ দৃষ্টান্ত দাঙি ধৰি আমাৰ সুপৰিচিত গ্ৰাম্য জীৱনৰ ছবি অংকনৰ যত্ন কৰাটো মন কৰিবলগীয়া। চুটি, চুটি বাক্যৰে সমুখ এই ৰচনাখিনিত সজীৱতা আৰোপণৰ প্ৰচেষ্টা প্ৰশংসনীয়।

৪৯ অন্যান্য প্ৰবন্ধ সমূহ সংখ্যাত তাকৰ যদিও নানা বিষয়বস্তুৰ অৱলম্বনত ৰচিত। সেই পিনৰ পৰা বিচাৰ কৰিলে 'আত্ম-জীৱন-চৰিত্ৰ', 'মোৰ সাহিত্যিক জীৱনৰ অতীত কাহিনী' আৰু 'বেজবৰুৱাৰ সোঁৱৰণী' জীৱনীমূলক প্ৰবন্ধ বুলিব পাৰি।[১৫] বিষয়বস্তু আৰু তথ্যপাতিৰ ফালৰ পৰা চালে দৰাচলতে এইকেইটা অতি সংক্ষিপ্ত ৰূপত বৰদলৈৰ নিজৰ জীৱন কাহিনীৰে পৰিচয়মূলক ৰচনা। ক'তো বাহুল্য কৰাৰ যত্ন নাই, নিজৰ পিতৃ-মাতৃ আদি পৰিয়ালৰ পৰিচয়, বাল্যকালৰ কথা, চাকৰি কালৰ কিছু কথা আৰু সাহিত্য চৰ্চাৰ সন্ধেদেই হ'ল এই কেইখন ৰচনাৰ মূল বক্তব্য। অৱশ্যে উল্লিখিত শেষৰ ৰচনাখন সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ স্মৃতিচাৰণ আৰু প্ৰশস্তিধৰ্মী ৰচনা, কিন্তু প্ৰশংসাত অকনো মাত্ৰাধিক্য ঘটোৱা নাই। ইয়াতো বৰদলৈৰ ভাষা সৰস, গতিশীল আৰু আবেগপ্ৰৱণ। তাৰ মাজতে তেখেতে মূল্যৱান মন্তব্য কেতবোৰ কৰাও দেখা যায়। যেনে—'কামৰূপীয়া চুলীয়াৰ ভাও এটা চাবলগীয়া বস্তু'।[১৬] চুটি চুটি বাক্য যিদৰে আছে যথেষ্ট দীঘলীয়া বাক্যৰ প্ৰয়োগো তাত আছে। যেনে—"আলিৰ সি কাষে এশাৰী বস্তি'।[১৭] বাউসী গাওঁৰ পৰা উলটি অহাৰ দুই কি তিনি মাহ (ঠিক মনত নাই) মানৰ পাছৰ কথা। 'এদিন দেখোন দেউতাই আমাৰ ককাদেউতা ৺বৃন্দাবন উজীৰৰ গোঁসাই ঘৰত থাকি তেওঁৰ গোঁসাই ধুউৱা শুভ্ৰকান্তিৰ টনটনীয়া বৈ পৰা নাকেৰে সৈতে ব্ৰাহ্মণ শশধৰ দেৱ শৰ্মাৰ হতুৱাই এফাঁকি কিবা বোলে সৰস্বতী পূজা কৰি এখন কাঠৰ ফলি আগত দি বিদ্যাৰম্ভ কৰোৱালে'।[১৮] এইবোৰ ৰচনাত নৈনন্দিন জীৱনৰ কথন ভংগীৰ চাপ পৰিছে বাবেই পঢ়িলে শেষ নকৰাকৈ এৰিবৰ মন নাযায়, অৰ্থাৎ এই বৰ্ণনা যথেষ্ট ৰসাল আৰু গতিশীল। উল্লিখিত দ্বিতীয়খন ৰচনাত দৰাচলতে তেওঁৰ বিবিধ ৰচনাৰ এটা থূলমূল তালিকা পোৱা যায়। সেইবোৰ ক'ত কেতিয়া ছপা হৈছিল, সেই সন্ধেদো তাত আছে। তদুপৰি ইয়াৰে ভালেকেইখন ৰচনা কিয় লিখিবলগীয়া বা কোন

১৫ পূৰ্বোক্ত 'ৰজনী ৰবদলৈ ৰচনামালা'ত সন্নিবিষ্ট হৈছে তিনিওটা প্ৰবন্ধ, পৃ. ১০৫-১২৮।

১৬ পূৰ্বোক্ত ৰচনামালা, পৃ ১১৩।

১৭ ঐ, পৃ, ১০৭।

১৮ প্ৰাগুক্ত গ্ৰন্থ, পৃ ১০৩।

চাহাবৰ অনুৰোধ নিৰ্দেশত লিখা সেই কথাৰো ইঙ্গিত ৰচনাখনিত দিয়া হৈছে। সাহিত্য বুৰঞ্জী লেখকৰ কাৰণে, গৱেষক বা চিন্তাশীল প্ৰবন্ধ লেখকৰ বাবে এই ৰচনাখনিৰ স্বকীয়া মূল্য আছে।

বেজবৰুৱাৰ স্মৃতিত লিখা প্ৰবন্ধটিৰ মাজেদি তেওঁলোকৰ উভয়ৰ মাজত থকা সম্পৰ্কৰ কথা অতি মৰ্মস্পৰ্শী ভাষাৰ মাজেদি প্ৰকাশ পাইছে। দুয়োৰে মাজত 'মহাপুৰুষীয়া আৰু দামোদৰীয়া' দুই সম্প্ৰদায় লৈ যি তৰ্ক-বিতৰ্কৰ সূত্ৰপাত হৈছিল সেই কথা লুকুৱাক নকৰি স্পষ্ট ভাষাৰে প্ৰকাশ কৰাটো মন কৰিবলগীয়া। 'তৰ্কা-তৰ্কি' বেছি হোৱাত 'প্ৰদীপিকা' ছপাবলৈ বন্ধ কৰা কথাও বৰদলৈয়ে খোলা-খুলিকৈয়ে লিখিছে। বেজবৰুৱাৰ মৃত্যুত তেওঁ মৰ্মাহত হৈছিল আৰু সেই প্ৰসংগত বৰদলৈ কিমান ভাবপ্ৰৱণ হৈ পৰিছিল তাৰ ইংগিত বহন কৰে তলৰ বাক্যটিয়ে—'কোনোমতে নমৰি প্ৰাণ ধাৰণ কৰি আছোঁ'।[১৯]

সংখ্যাত তাকৰ হলেও এই তিনিওটি প্ৰবন্ধ বিষয়বস্তু, তথ্যপাতি, ভাৱ-ভাষা, প্ৰকাশভংগী আৰু সৰ্বোপৰি সৰস গদ্যশৈলীৰ বিশিষ্ট গুণৰ দ্বাৰা সমৃদ্ধ। সেই বাবেই বৰদলৈৰ এই ৰচনা কেইখন বিদ্বান জগতত আজিও আদৰণীয়।

৪.১০ বৰদলৈয়ে ঠাই চাই বৰ ভাল পাইছিল। কেৱল সময়, কটাবলৈ বা আমোদ আনন্দৰ বাবেই তেওঁ ঠাই চাবলৈ নগৈছিল, ভ্ৰমণৰ মূল উদ্দেশ্য জ্ঞান আহৰণ। সেই কথা বৰদলৈৰ ভ্ৰমণৰ লগত জড়িত ঘটনাবোৰে প্ৰমাণ কৰে। পিয়লৰ সময়ত গাওঁ-ভুঁই আদি নানান ঠাই চাবলৈ যাওঁতে গাঁৱৰ বুঢ়া মেথা লোকৰ পৰাও তেওঁ সেই ঠাইবোৰৰ বিষয়ে বহুত কথা জানি লৈছিল। 'দন্দুৱাদ্ৰোহ', 'মনোমতী', 'মিৰিজীয়ৰী'—ৰচনা কৰাৰ মূলতে আছিল সেই অভিজ্ঞতা। তেওঁৰ ভ্ৰমণ বিষয়ক ৰচনা যাইকৈ তিনিখন—'ডিব্ৰুগড়ৰ আইথান দৰ্শন', 'ডিব্ৰুগড় অঞ্চলৰ জয়পুৰ মৌজাৰ সীতাকুণ্ড দৰ্শন' আৰু 'পুৰী-ভ্ৰমণ'। প্ৰথম দুযোখন ৰচনাৰ পটভূমি সাম্প্ৰতিক ডিব্ৰুগড় জিলাৰ দুখন ঠাই। বৰ্ণনাত ক'তো অতিৰঞ্জন নাই।

৪.১০.১ 'আইথান' ঠাইখন আই ভগৱতীৰ পূজাৰ স্থান ৰূপে পৰিচিত হোৱাৰ আঁৰৰ কথাখিনি কিম্বদন্তিৰ আশ্ৰয়ত বৰ্ণনা কৰিছে আৰু সি কি দৰে প্ৰৱৰ্তি আছে তাকো বৰ্ণনা কৰিছে। 'সীতাকুণ্ড' দৰ্শনৰ অভিজ্ঞতাও বৰদলৈৰ এক মূল্যবান ৰচনা। কি উপায়ে কেনেভাৱে সেই ঠাই ভ্ৰমণ কৰি নতুন অভিজ্ঞতা লাভ কৰিছিল সেই কথা কোৱাৰ লগতে বৰদলৈয়ে এক সংসাৰ বিৰাগী সন্ন্যাসীৰ মুখেৰে দিয়া মন্তব্যৰ আঁৰত তেওঁৰ জাতীয় প্ৰেম চমৎকাৰ ভাৱে প্ৰকাশ কৰিছে।

> 'অসম অসভ্য বৰ্বৰৰ দেশ নহয়। তোৰ অসম যোগীসকলৰ উত্তৰাখণ্ডৰ ভিতৰত। ই স্বৰ্গপুৰী সদৃশ।'[২০]

---

১৯ প্ৰাগুক্ত গ্ৰন্থ, পৃ ১২৮।
২০ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৬০।

এই প্ৰসংগতে তেওঁ এটা কিম্বদন্তীৰ উল্লেখ কৰি ৰামে সীতা সহ যে পঞ্চৰাম কুণ্ডত আৰু মানস সৰোবৰত স্নান কৰিছিল তাৰ বৰ্ণনা দিছে। এইবিলাক কিম্বদন্তীৰ কথা যদিও মূল্যবান। সেইবাবেই তেওঁ তাৰ উল্লেখ কৰিছে।

৪.১০.২ এই বিষয়ৰ আটাইতকৈ মনোগ্ৰাহী ৰচনাখন হ'ল 'পুৰী দৰ্শন'। স্বকীয়া পুথি আকাৰত ছপা নহলেও আলোচনীৰ পাততে ছোৱা ছোৱাকৈ প্ৰকাশিত এই ভ্ৰমণ কাহিনীটোত বৰদলৈৰ ভ্ৰমণৰ অভিজ্ঞতা, পুৰীৰ বিবিধ ঘটনা, মন্দিৰৰ বৰ্ণনা, তাত থকা বিগ্ৰহৰ কথা আৰু আনুষংগিক আন ভালেমান কথাৰ সমাবেশ এইখনি ৰচনাৰ বিশেষত্ব। তাহানি দিনৰ ৰেল ভ্ৰমণৰ অভিজ্ঞতা চমুকৈ বৰ্ণনা কৰিছে। কিন্তু সাগৰৰ পাৰত থিয় হৈ তেওঁ সাগৰ সম্পৰ্কে দিয়া বৰ্ণনা বহুলাংশে বাস্তৱ। পুৰীৰ সমুদ্ৰস্থান, জগন্নাথৰ প্ৰসাদ ভোজন, মন্দিৰ দৰ্শন, সাগৰৰ শামুক, মাছ, সাগৰৰ পাৰত থকা দোকান-পোহাৰ, দালান হোটেল আদিৰ বৰ্ণনা দিবলৈ গৈ ব্যক্তিগত বহু অভিজ্ঞতাৰ কথাও প্ৰসংগক্ৰমে উল্লেখ কৰি ৰচনা অধিক সবল আৰু মনোগ্ৰাহী কৰিবলৈ যত্ন কৰিছে। শ্ৰীক্ষেত্ৰৰ বৰ্ণনাত তেওঁ বহু বিতৰ্কমূলক কথাৰ অৱতাৰণা কৰিছিল যদিও সেয়া আছিল দৰাচলতে বিদগ্ধ পণ্ডিতৰ কথাহে। জগন্নাথ, সুভদ্ৰা আৰু বলোৰাম যথাক্ৰমে বৌদ্ধধৰ্মৰ ধৰ্ম, সংঘ, বুদ্ধৰ প্ৰতীক। পুৰী এসময়ত বৌদ্ধ ধৰ্মৰ তীৰ্থস্থান আছিল। পুৰীৰ ৰথযাত্ৰাক তেনেকুৱা প্ৰত্নতত্ত্ববিদ পণ্ডিতে বুদ্ধদেৱৰ দন্তোৎসৱৰ ৰূপান্তৰ বুলি ক'ব খোজে। খোটানৰ দন্তোৎসৱৰ ৰথত নিয়া তিনিটা বৌদ্ধমূৰ্তিৰ (বৌদ্ধ, সংঘ, ধৰ্ম) লগত পুৰীৰ ৰথযাত্ৰাৰ তিনিটি বিগ্ৰহৰ (জগন্নাথ, সুভদ্ৰা, বলোৰাম) সাদৃশ্য আছে। হিউৱেন চাঙে কলিংগদেশত দেখা চৰিত্ৰপুৰ বন্দৰকে পুৰী বুলি চিহ্নিত কৰি গৈছে। জেনেৰেলে কানিংহামে চাহাবে জগন্নাথৰ মূৰ্তি তিনিটাক বৌদ্ধ সকলৰ ত্ৰিমূৰ্তি বুলিহে কৈছে। 'পুৰী ভ্ৰমণ'ত এইবিলাক কথাৰ সমাবেশ ঘটাই বৰদলৈয়ে ইয়াৰ মৰ্য্যাদা বৃদ্ধি কৰাই নহয় নিজৰ বহুল অধ্যয়ন আৰু প্ৰত্নতাত্বিক স্পৃহাৰ পৰিচয় দিছে। মন্দিৰৰ কাঠৰ মূৰ্তি সন্দৰ্ভত বৰদলৈয়ে আজিলৈকে পুৰীৰ পৰম্পৰাত চলি অহা কিংবদন্তীৰ সাধু বা আখ্যান ব্যক্ত কৰিছে। তদুপৰি ইয়াত জাত-পাতৰ বিচাৰ যে নাই, ভগবানৰ দৰবাৰত সকলো সমান সেই কথা অতিৰঞ্জন নহয়, বৰদলৈয়ে তাকো সুন্দৰভাৱে বৰ্ণনা কৰিছে। মন্দিৰৰ বৰ্ণনা সঁচাকৈয়ে বৰ সুন্দৰ। স্তম্ভ, মেঘনাদৰ—সিংহ দৰজা, বাটঘৰৰ ভিতৰৰ বৰ্ণনা ইমান স্পষ্ট আৰু বিতং যে পঢ়ি গলে চকুৰ আগত মন্দিৰৰ হুবহু ছবি ভাহি উঠে। জগমোহন, লক্ষ্মীদেৱীৰ মন্দিৰ, হনুমান মন্দিৰ, বিমলা দেৱীৰ মন্দিৰ, অক্ষয় বট, ভোগৰন্ধা ঘৰ, নাট মন্দিৰ, মহাপ্ৰভু আৰু তেওঁৰ সাকাৰ-নিৰাকাৰ পূজা সম্পৰ্কে, নৰেন্দ্ৰ সৰোবৰ, ইন্দ্ৰদুম্ন্য সৰোবৰ আদিৰ বৰ্ণনা বহুপৰিমাণে বিতং আৰু তথ্য-ভিত্তিক। শেষত সন্নিবিষ্ট হৈছে এই মন্দিৰৰ আধ্যাত্মিক তত্ত্বৰ অন্তৰালত থকা মূল তত্ত্বপূৰ্ণ কথাৰ চমু পৰিচয়। পুৰীত প্ৰায় বাৰদিন থাকি বৰদলৈয়ে উপলব্ধি কৰা কথাকে ইয়াত যথাযথ ভাৱে বৰ্ণনা কৰিছে। 'পুৰী-ভ্ৰমন' কাহিনীটো বৰদলৈৰ

এই বিষয়ক ৰচনাসমূহৰ ভিতৰত বিশেষকৈ বিষয়বস্তু, তাৰ তথ্যাদিৰ আহৰণ আৰু পৰিচয়মূলক বিৱৰণ, ভাষা প্ৰয়োগ ৰচনাৰীতি আদি সকলো পিনৰ পৰা নিঃসন্দেহে উৎকৃষ্ট। বৰ্ণনা কিমান বিতং তলত উল্লেখ কৰা ঘুনুচা বাৰীৰ কথাখিনিৰ পৰা অনুমান কৰিব পাৰি।

'ইয়াৰ চোতালখন সৰু, ভোগ ৰন্ধা ঘৰটোত বাজে ইবিলাক ঘৰ ইটাৰে তৈয়াৰী, শিলৰ নহয়। ঘুনুচাবাৰীৰ চাৰিওফালে ৫ ফিট বহল, আৰু ২০ ফিট ওখ গড়। চোতালখন দীঘে ৪৩২ ফিট বহল, বহলে ৩২১ ফিট। গড়ৰ পশ্চিমফালে, সিংহদ্বাৰ, উত্তৰফালে বিজয়দ্বাৰ, মাজত দেৱালয। মন্দিৰটো চাৰিভাগে বিভক্ত—মূল মন্দিৰমোহন, নাটমন্দিৰ, ভোগমণ্ডপ। মূল মন্দিৰ দীঘে ৫৫, পথালীযে ৪৬ ফিট। মোহন ৪৮ আৰু ৪২ ফিট। নাট মন্দিৰ ৪৮ আৰু ৪৫ ফিট। ভোগমন্দিৰ ৫৯ আৰু ২৬ ফিট। মূল মন্দিৰ ৭৫ ফিট ওখ। ইযাৰ মাজত ১৯ ফিট দীঘল আৰু তিনি ফিট ওখ এটি ৰত্নবেদী আছে। ৰথযাত্ৰাৰ সময়ত জগন্নাথদেৱ আহি ইযাত ৭ দিন থাকে। দাৰুব্ৰহ্মক আনোতে সিংহ দৰজাই দি আনে আৰু বিজয দ্বাৰেদি মূল মন্দিৰলৈ নিয়ে। ইযাত মামী শাশুৰী, লক্ষ্মী, যজ্ঞকুণ্ড ইত্যাদি আছে।'[২১]

প্ৰসংগক্ৰমে ঠাই বিশেষে বৰদলৈযে বৰ্ণনা মনোগ্ৰাহী আৰু অধিক ৰসাল কৰিবলৈকে ঘটনা কিছুমানৰ সমাৱেশ ঘটাইছে। সেইবোৰৰ বৰ্ণনা ইমান মধুৰ আৰু ভাষা ইমান ঘৰুৱা যে প্ৰতিটো কথাই একোটা হুবহু ছবিৰ দৰে পাঠকৰ চকুৰ আগত জিলিকি উঠে। পুৰীৰ সাগৰ-স্নানৰ সময়ত নুনীযাবোৰে ঢৌত দলিযাই দিয়া একোটা পইচা কিদৰে পানীত জপিয়াই পৰি ডুব মাৰি দাঁতেৰে কামুৰি তুলি আনে তাৰ বৰ্ণনা দিছে। লগতে তেওঁৰ মনত পৰা শোৱালকুছিৰ ব্ৰহ্মপুত্ৰ ঘাটৰ অনুৰূপ কথা বৰ্ণনা কৰিছে ঃ

'সিহঁতৰ এইদৰে পইচা তোলা দেখি মোৰ আসামৰ শোৱালকুছিৰ লগ বিলাকলৈ মনত পৰিছিল। জাহাজ শোৱালকুছিৰ ঘাট চাপিলেই ৪০/৫০ টা লৰাই আহি পাৰৰ জাহাজৰ যাত্ৰী বিলাকক পইচা খোজে। এটা মান পইচা পানীত পেলাই দিলেই গোটেই জাক লৰাই পানীত জাপ মাৰি পানীৰ তলৰ পৰা এটা নহয এটা লৰাই পইচাটো মুখেৰে তুলি আনে।'[২২]

৪ ১১ **অনুবাদমূলক প্ৰবন্ধ ঃ** বৰদলৈৰ অনুবাদমূলক প্ৰবন্ধসমূহ ধাৰাবাহিক ভাৱে 'জোনাকী'ৰ পাতত প্ৰকাশিত হৈছিল। হাক্সলিৰ হিউমেন এনাটমি গ্ৰন্থখনৰ আলম লৈ তাৰেই কিছু অংশ শৰীৰতত্ব নাম দি তেওঁ অনুবাদ কৰিছিল। দৰাচলতে

২১ 'আলোচনী' (৫ম বছৰ ১০ম সংখ্যা, শাওণ, ১৮৩৬ শক), নামৰ পত্ৰিকাত প্ৰকাশিত 'পুৰী দৰ্শন', পৃ. ৩১০।

২২ 'আলোচনী'ত (৫ম বছৰ, ৩য় সংখ্যা) প্ৰকাশিত 'পুৰী দৰ্শন', পৃ. ৮১।

সেই অনুবাদ আছিল মূল বিষয়ৰ আধাৰত যুগুতোৱা অসমীয়া পাঠকৰ কাৰণে অহা শৰীৰ-তত্ব বিষয়ক প্ৰবন্ধ। আচল কথাত তাক অনুবাদ নুবুলি অসমীয়া ৰূপান্তৰ বোলাহে যুগুত। আচৰিত কথা, সেই প্ৰবন্ধটি 'জোনাকী' কাকতৰ ওপৰ সংখ্যাৰ পিছৰ কেবাটাও সংখ্যাত ছোৱা-ছোৱাকৈ প্ৰকাশ হৈছিল। অঃ ভাঃ উঃ সাঃ সঃ ৰ শণিবৰীয়া আলোচনা-চক্ৰত সদস্য সকলে কিবা লিখি নানিলে জৰিমণা ভৰিব লাগে, আৰু সেই অৰ্থদণ্ডৰ হাত সাৰিবলৈকে ডাক্তৰী পঢ়া ডেকা ল'ৰা ৰজনীকান্তই ব্যক্তিগত ভাৱে প্ৰবন্ধ লিখিব নোৱাৰি ইংৰাজী ভাষাৰ পাঠ্যপুথিৰ অৱলম্বনত এই প্ৰবন্ধ (১৮৮৩) যুগুত কৰি চক্ৰৰ বৈঠকত পঢ়িছিল। তাকেই পিছত 'জোনাকী'লৈ ছপাবৰ নিমিত্তে দিছিল।

ইযাৰ লগত বৰদলৈৰ সাহিত্য-চৰ্চাৰ অনুশীলন তথা যত্নসাধ্য সাধনা জড়িত হৈ থকাৰ উপৰিও তেওঁৰ অসমীয়া ভাষা-সাহিত্য চৰ্চাৰ প্ৰতি কি প্ৰবল হেঁপাহ আছিল সেই কথাৰ প্ৰমাণ পোৱা যায়। এই প্ৰবন্ধৰো ভাষা আৰু গদ্যৰীতি প্ৰাঞ্জল। বক্তব্য বিষয় অতি পোণপটীয়াভাৱে কৈছে, ক'তো আঁৰ বেৰ নাই। তদুপৰি পাৰিভাষিক শব্দৰ ব্যৱহাৰত এটা কৌশল চকুত পৰে, বৰদলৈয়ে ইংৰাজী শব্দবোৰৰ অসমীয়া প্ৰতিশব্দ দিলেও দাঁতিত ব্ৰেকেটৰ ভিতৰত মূল ইংৰাজী শব্দটোৱো উল্লেখ কৰিছে। সম্ভৱতঃ পাৰিভাষিক শব্দৰ ভাল উদ্ভাৱন হোৱা নাছিল, অথবা তেওঁ নিজে শব্দবোৰ ব্যৱহাৰ কৰিলেও তাত ব্যক্তিগত সংকোচ ভাৱ আছিল।

তেওঁ অসমীযা শব্দ ব্যৱহাৰৰ লোভ সামৰিব পৰা নাছিল, নীতিগতভাৱেও অসমীয়া শব্দ ব্যৱহাৰ কৰাহে উচিত, কিন্তু দাঁতিত ইংৰাজী শব্দটো থাকিলে সকলো পাঠকৰ বাবে বুজাত সহজ হয়। তেওঁৰ কিছুমান নতুন নতুন শব্দৰ উদ্ভাৱন বা প্ৰয়োগ কৰাৰ যত্ন মন কৰিব লগীয়া। যেনে—কয়লাৰ ঠাইত 'নাগমাটি', শৰীৰৰ Energy-ৰ ঠাইত 'শক্তি', Loss of Energy-ৰ ঠাইত 'অলপ শক্তি ক্ষয়' Nytrogen Gas-অৰ ঠাইত 'অংগাৰক বায়ু' ইত্যাদি। কৃতী আৰু বুদ্ধিদীপ্ত অনুবাদকৰ ইও এটা অতি প্ৰয়োজনীয় কথা। বৰদলৈয়ে লিখক হিচাপে সাহিত্য চৰ্চাৰ প্ৰথম অৱস্থাতে এই নৈতিক আদৰ্শ যথাসম্ভৱ মানি চলিছিল বাবেই পৰৱৰ্তী কালত সাহিত্য চৰ্চাৰ ক্ষেত্ৰত সেই নিষ্ঠা আৰু সততা থাকি গ'ল। সেই কাৰণেই তেওঁ সাহিত্য-কাণনত অম্লান আৰু সকলোৰে অনুকৰণীয় হৈ ৰ'ল।

৪.১২. সাহিত্য-বিষয়ক প্ৰবন্ধ কেইটাও আকৌ বিশেষ একো একোটা পৰিস্থিতিত লিখা প্ৰবন্ধহে। 'অসমত উপন্যাসৰ সঁজুলি'[২৩] প্ৰবন্ধটি দৰাচলতে তাহানি কটন কলেজৰ এক অনুষ্ঠান বিশেষত দিয়া বক্তৃতা। ইয়াৰ যোগেদি অসমৰ উপন্যাস লিখাৰ সমল 'আছেনে নাই, উপন্যাস বোলা বস্তুটোনো কি, ইয়াৰ অংগ-প্ৰত্যংগই বা কি, উদ্দেশ্যই বা কি, লক্ষ্যই বা কি, উপন্যাস বোলে কাক'—ইত্যাদি কথা আলোচনা

২৩ শৰ্মা, দীননাথ ( সম্পাদিত ), ১৯৩২, আৱাহন, বছৰ [illegible], ১০ম সংখ্যা।

কৰিবলৈ গৈ বৰদলৈয়ে উপন্যাসৰ অসমীয়া আৰু ইংৰাজী অভিধানৰ অৰ্থৰ পৰা আৰম্ভ কৰিছে।

উপন্যাসক বুৰঞ্জীমূলক, সামাজিক, ধৰ্মমূলক, ডিটেকটিভ, হিপ্‌নটিক, মেচ্‌মেৰিক বিভাগত ভাগ কৰিছে। ঘটনাৰ পিনৰ পৰা চালে, উপন্যাসক বাস্তৱ ঘটনাৰ আলমত আৰু কাল্পনিক ঘটনাৰ আলমত লিখা দুটা ভাগত ভগাব পাৰি। তেওঁৰ মতে উপন্যাসৰ প্ৰধান বিষয় হ'ল প্ৰেম, আখ্যানটোৱে সেই প্ৰেমৰ সহায়ত তাৰেই বিকাশ দেখুৱায়। সেই প্ৰেম জাগতিক, অতি বাস্তৱ কথন, ঈশ্বৰৰ লীলা, নায়ক-নায়িকাৰ প্ৰেমৰ মাজেদি বিশ্ব-চৰাচৰৰ মাজত থকা নিগূঢ় সম্পৰ্ক আৰু প্ৰেমৰ মহিমাকে নানা উপায়ে প্ৰকাশ কৰা হয়। অৱশ্যে সেই প্ৰেম হব লাগে পবিত্ৰ, কলুষতা পূৰ্ণ-প্ৰেমৰ পৰিণতি কেতিয়াও ভাল নহয়, সুখৰ গোন্ধ তাত নাথাকে।

উপন্যাসৰ ঘটনাৰ দৃশ্য, ঠাই বিশেষে তাৰ বিভিন্ন ৰূপ, উপন্যাসৰ বিবিধ উদ্দেশ্য আদিৰ কথাও তেওঁ ইয়াত বৰ্ণনা কৰিছে। লিটনৰ 'Last-Days of Pompeii', মেৰী কৰেলীৰ 'Master Christian 'Sorrows of Satan' 'বংকিমচন্দ্ৰ চট্টোপাধ্যায়ৰ 'আনন্দ মঠ', ভিক্টৰ হিউগোৰ 'La Miserable' আদি উপন্যাসৰ দৃষ্টান্ত দাঙি ধৰি সেই আলোচনা যথেষ্ট সজীৱ আৰু মনোগ্ৰাহী কৰিবলৈ যত্ন কৰিছে। প্ৰকৃত ধাৰ্মিকৰ, ধৰ্মগুৰুৰ আশ্ৰয়ত পাপী, দুখী কি দৰে সুখী সমৃদ্ধিশালী হয় সেই কথাৰ উদাহৰণ দিছে। লগতে কৈছে,—'আমাৰ অসমতে প্ৰভু শংকৰদেৱৰ, ৺মাধৱদেৱৰ, ৺দামোদৰ-দেৱৰ, ৺হৰিদেৱৰ পৰশ পাই মহাপাপী ও মহাসাধু হোৱাৰ দৃষ্টান্ত আছে।'[২৪] এইদৰে তেওঁ অসমৰ প্ৰাকৃতিক সমল, বুৰঞ্জীৰ সমল, ধৰ্মীয় সমল, সমাজৰ বিবিধ সমলৰ আভাস দিছে। ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু শৰৎচন্দ্ৰ চট্টোপাধ্যায়ৰ উল্লেখ কৰি সামাজিক উপন্যাস কিমান মনোগ্ৰাহীকৈ লিখিব পাৰি সেই কথাও বিবৰি কৈছে। মুঠতে এইটো নিঃসন্দেহে এটি মূল্যবান প্ৰবন্ধ।

আন এটা প্ৰবন্ধ 'শৰৎচন্দ্ৰ চট্টোপাধ্যায়ৰ উপন্যাসাৱলী'[২৫] একে প্ৰসংগতে উল্লেখ কৰিব পাৰি। বংগদেশৰ অন্যতম শ্ৰেষ্ঠ ঔপন্যাসিক শৰৎচন্দ্ৰ চট্টোপাধ্যায়ে ৰচনা কৰা উপন্যাস সমূহৰ থূলমূল পৰিচয় দিয়াই হ'ল এই প্ৰবন্ধৰ লক্ষ্য। লিখকে ইয়াত নিজস্ব মতামত আৰু বিষয়ৰ ওপৰত বিস্তৃত আলোচনা কৰিবলৈ যত্ন কৰা চকুত নপৰে। শৰৎচন্দ্ৰৰ উপন্যাসৰ এটা চমু আভাসেই হ'ল এই প্ৰবন্ধৰ মূল বস্তু। সংক্ষিপ্ত যদিও প্ৰবন্ধটি সাধাৰণ পাঠকৰ বাবে অতি উপাদেয়। গুৰু-গম্ভীৰ চিন্তামূলক প্ৰবন্ধৰ শাৰীত নপৰে, জনপ্ৰিয় প্ৰবন্ধৰ শাৰীতহে পৰে। সংস্কৃত শিক্ষাৰ বিষয়ে'—ইয়াত সংস্কৃত শিক্ষা বিষয়ক আৰু প্ৰয়োজনীয়তাৰ কথা চমুকৈ কোৱা হৈছে। সংস্কৃত বাদ দি আমি কোনো পথ্যে লাভবান নহওঁ, আমাৰ সংস্কৃতিত সংস্কৃত অতি প্ৰয়োজনীয়।

২৪ পূৰ্বোক্ত ৰচনামালা, পৃ ১৭০।

২৫ বেজবৰুৱা, লক্ষ্মীনাথ (সম্পাদিত), বাঁহী, ২৬শ বছৰ, ১০ম সংখ্যা।

সাহিত্য-বিষয়ক প্ৰবন্ধ কেইটাৰ মাজেদি ৰবদলৈৰ সমালোচনাত্মক দৃষ্টিভংগীৰ পৰিচয় পোৱা যায়। সমালোচক আখ্যা দিব নোৱাৰিলেও ৰবদলৈৰ যে সমালোচনাৰ প্ৰতি আগ্ৰহ আছিল সেই কথাৰ সুন্দৰ ইংগিত বহন কৰে 'শৰৎ চট্টোপাধ্যায়ৰ উপন্যাসাৱলী'—প্ৰবন্ধটিয়ে। উপন্যাসৰ পৰিচয় দিবলৈ গৈ তাৰ চৰিত্ৰ বিষয়বস্তু, ঘটনা বিন্যাসৰ ওপৰত যি দুই এটা মতামত দিবলৈ প্ৰয়াস কৰিছে তাৰ উদ্ধৃতি নিদিও ক'ব পাৰি যে সিয়েই তেওঁৰ তেনে আগ্ৰহৰ কথা সূচায়। ৰবদলৈৰ কিন্তু এই বিষয়ক বৰঙণি অত্যন্ত সীমিত। তদুপৰি কেউটা প্ৰবন্ধই গতানুগতিক, নতুনত্বৰ অভাৱ চকুত পৰে।

৪.১৩ 'চেতন প্ৰাণী আৰু উদ্ভিদৰ পাৰ্থক্য কি?' শীৰ্ষক প্ৰবন্ধটো প্ৰাথমিক পৰ্য্যায়ৰ বিজ্ঞান বিষয়ক। 'সাহিত্য-সংগ্ৰহ' গ্ৰন্থত সন্নিবিষ্ট এই প্ৰবন্ধটিৰ যোগেদি লিখকে উদ্ভিদ আৰু আন চেতন প্ৰাণীৰ মৌলিক পাৰ্থক্যৰ চমু আভাস দিবলৈ যত্ন কৰিছে, বুদ্ধিদীপ্ত পাঠকে ইয়াত একো নতুনত্ব নাপায়। সূক্ষ্মভাৱে বিচাৰত 'সংস্কৃত শিক্ষা'ৰ লগত 'মনোবিজ্ঞান' প্ৰবন্ধ দুটি শিক্ষামূলক প্ৰবন্ধৰূপে চিহ্নিত কৰিব পাৰি। আনহাতে 'শদিয়া ৰাজ্যৰ পুৰণি তত্ব' প্ৰবন্ধটি প্ৰত্নতত্ব বিষয়ক, শদিয়া ৰাজ্যৰ পুৰণি কথা কবলৈ গৈ তাম্ৰেশ্বৰী মন্দিৰ, মঠ-মন্দিৰৰ ধ্বংসাৱশেষ, পৰশুৰাম কুণ্ড, পলিটিকেল অফিচাৰ কালাঘান চাহাব, ডেলটন চাহাবৰ টোকা, চাৰ প্ৰফুল্লচন্দ্ৰ ৰায় আদিৰ বিবিধ মন্তব্যৰ উপৰিও কিংবদন্তিৰ কথাৰ আলম লৈ ৰবদলৈয়ে ইয়াৰ এটা দীঘলীয়া মনোগ্ৰাহী বিৱৰণ দাঙি ধৰিছে। এই সম্পৰ্কীয় আলোচনাত এই অঞ্চলত বিক্ষিপ্তভাৱে থকা প্ৰাচীন ভগ্নাৱশেষৰ লগতে পুৰণি পুখুৰী, শিৱলিংগ বা সেই জাতীয় প্ৰত্নতাত্বিক সামগ্ৰী, চুটীয়া ৰাজ্য আৰু তাৰ বুৰঞ্জী, তাম্ৰেশ্বৰী মন্দিৰ আৰু নৰবলি আদি তাৰ বিবিধ ব্যৱস্থা, বৰাহী ডেউৰীসকলৰ ধৰ্ম-বিশ্বাস আৰু বিবাহাদি সামাজিক ভালেমান আচাৰ-পদ্ধতিৰ আলম লৈ ৰবদলৈয়ে মতামত দাঙি ধৰিবলৈ কৰা প্ৰচেষ্টা মন কৰিবলগীয়া।

নিজস্ব বহল অধ্যয়ন আৰু বিবিধ যুক্তিৰ উত্থাপন কৰিহে বিতৰ্কমূলক বিষয়ৰ সিদ্ধান্ত দিব লাগে, সেই দৃষ্টি ৰাখিহে ৰবদলৈয়ে এই কাৰ্য্যত ব্ৰতী হৈছিল। তেওঁৰ সেই বিচাৰ-বিশ্লেষণ কিমানদূৰ নিৰ্ভুল কোৱা টান, কিন্তু এটা কথা স্বীকাৰ কৰিবই লাগিব যে শদিয়া ৰাজ্য অতি পুৰণি আৰু কামাখ্যা ধামৰ দৰে প্ৰাক্‌ঐতিহাসিক কালৰে পৰা মৰ্য্যাদাসম্পন্ন ৰাজ্য আছিল। ৰবদলৈয়ে অৱতাৰণা কৰা যুক্তি তথ্য সকলো পাঠকৰে আদৰণীয় আৰু মনোগ্ৰাহী।

এই বিবিধ-বিষয়ক ৰবদলৈৰ লিখনি সম্ভাৰৰ মাজেদি পোৱা যায় তেওঁৰ অসমীয়া ভাষা সাহিত্য চৰ্চাৰ দুৰ্বাৰ স্পৃহা আৰু অসম তথা অসমীয়াৰ প্ৰতি সৰল আন্তৰিক প্ৰীতি। সেই বাবেই আনৰ লিখনি অনুবাদ কৰি, প্ৰখ্যাত অনা-অসমীয়া সাহিত্যিকৰ স্বদেশ আৰু স্বজাতিপ্ৰীতিৰ ভাবোদ্দীপক ৰচনাৰ আদৰ্শ চকুৰ আগত ৰাখি ৰবদলৈয়ে উপন্যাস ৰচনা কৰি অসম মাতৃৰ সেৱা কৰিবলৈ প্ৰয়াস কৰিছিল। আন এটা মূল্যবান

কথা হ'ল লোক-সংস্কৃতি, একেদৰে ধৰ্মীয় বিশ্বাস তথা ধ্যান-ধাৰণাও জাতীয় চিন্তাৰ ক্ষেত্ৰত এক অতি মূল্যবান আৰু নিৰ্ভৰশীল সম্বল। সেই কথা সাৰোগত কৰি তেওঁ উপন্যাস আৰু অন্যান্য ৰচনাত বহুতো নতুন কথাৰ সমাবেশ কৰি গৈছে। ৰচনাৰাজিৰ মাজেদি পৰ্বত-ভৈয়াম, উন্নত-অনুন্নত, ভাল-বেয়া সকলো মানুহৰ সমিল মিলৰ মাজত অসমীয়া জাতি আৰু অসম দেশ তথা ইয়াৰ সংস্কৃতিয়ে মোহনীয ৰূপ লৈছে, সিবিলাকৰ চিন্তা-চৰ্চা তথা অধ্যয়ন-অনুশীলনৰো দৰ্কাৰ। জাতি আৰু দেশক মহীয়ান কৰিবলৈ হ'লে দেশৰ সৰু বৰ সকলো বস্তুকে সম্পদ ৰূপে চালি-জাৰি চোৱা দৰ্কাৰ। বৰদলৈ সেই বিষয়ত আগৰণুৱা। 'জোনাকী'ৰ আলোকত বাট বুলি কেৱল তেওঁ নিজেই ধন্য হোৱা নাই আনকো সেই পোহৰত বাট বুলিবলৈ প্ৰেৰণা যোগাইছিল।

৪.১৪. **উপন্যাসৰ উল্লেখনীয় দিশ : (ক) চৰিত্ৰ ৰূপায়ন :** ৰজনীকান্ত বৰদলৈৰ উপন্যাস-ৰচনাৰ প্ৰধান উদ্দেশ্য আছিল অসমদেশ আৰু অসমীয়া জাতিৰ সৰ্বতোপ্ৰকাৰ কল্যাণ সাধন। তেখেতৰ উপন্যাসৰ কেবাঠাইতো[২৬] চৰিত্ৰৰ মুখত সেই ভাবাদৰ্শ প্ৰকাশ পাইছে। সেই উদ্দেশ্য লৈয়ে উপন্যাস লিখিবলৈ গৈ বৰদলৈয়ে বংগৰ বঙ্কিমচন্দ্ৰ আৰু ইউৰোপৰ স্কট আদিৰ উপন্যাসক আৰ্হি স্বৰূপে লৈছিল। বিষয়বস্তুৰ পিনৰ পৰা তেওঁৰ উপন্যাস সমূহ যাইকৈ দুই প্ৰকাৰৰ—সামাজিক আৰু ঐতিহাসিক। পৰৱৰ্তী দুটা অধ্যায়ত[২৭] এই বিষয়ে আৱশ্যকীয় আলোচনা সন্নিবিষ্ট হৈছে। একমাত্ৰ 'মিৰি-জীয়ৰী'খনেই[২৮] তেওঁৰ সামাজিক উপন্যাস। মণিপুৰৰ এটি সৰৱৰহী সাধুকথাৰ আলমত ৰচিত 'খাম্বা-থোইবী' উপন্যাসখনকো সামাজিক পটভূমিত ৰচিত উপন্যাস বুলিব পাৰি। আনহাতে বুৰঞ্জীমূলক উপন্যাসৰ ভিতৰত 'মনোমতী', 'ৰহদৈ-লিগিৰী', 'নিৰ্মল-ভকত', 'তাম্ৰেশ্বৰীৰ মন্দিৰ', 'ৰংগিলী', দন্দুৱাদ্ৰোহ' আৰু 'ৰাধা-ৰুক্মিণীৰ ৰণ' সামৰি লোৱা হয। আচলতে বুৰঞ্জীৰ ঘটনাৰ আলমত কাল্পনিক কাহিনী আৰু ঘটনা, সমাজৰ পৰা বুটলি লোৱা চৰিত্ৰাদিত বহুৰহণ সানি বুৰঞ্জীৰ পটভূমিত ৰচিত হৈছে যাবে এইবোৰত বুৰঞ্জীৰ ঘটনা বা চৰিত্ৰাদিৰ প্ৰাধান্য কম। মানৰ আক্ৰমণত জুৰুলা হোৱা অসমৰ ৰাজনৈতিক আৰু সামাজিক জীৱনত যি দুখ-দুৰ্গতিৰ সৃষ্টি হৈছিল সেই অৱস্থা তথা পাৰিপাৰ্শ্বিকতাত বৰদলৈয়ে উল্লিখিত প্ৰথম পাঁচখন উপন্যাস[২৯] সৃষ্টি কৰে। 'দন্দুৱা দ্ৰোহ' আৰু 'ৰাধা-ৰুক্মিণীৰ ৰণ' সেই একে সময়ৰ বিবিধ আভ্যন্তৰীণ কন্দলত জৰ্জৰিত অসমৰ পটভূমিত ৰচিত আৰু দুয়োখনতে আন কেইখনতকৈ অসম বুৰঞ্জীৰ প্ৰসিদ্ধ চৰিত্ৰ আৰু ঘটনাই প্ৰাধান্য পাইছে।[৩০]

---

২৬ নিৰ্মল ভকত, পৃ ২৩, আৰু ৰহদৈ লিগিৰী. পৃ ১৫৩, ১৬৮, ১৭১।

২৭ দ্ৰষ্টব্য—গ্ৰন্থৰ ৬ষ্ঠ আৰু ৭ম অধ্যায়।

২৮ দ্ৰষ্টব্য—গ্ৰন্থৰ ৪ ২ আৰু ৫ ৩।

২৯ দ্ৰষ্টব্য—গ্ৰন্থৰ ৭ম অধ্যায়।

৩০ দ্ৰষ্টব্য—গ্ৰন্থৰ ৭ ১ আৰু ৭.২।

৪.১৪.১. বৰদলৈৰ উপন্যাসত কাহিনীৰ পৰিকল্পনা মূল ঘটনাৰ লগত সুন্দৰভাৱে জড়িত। অন্যান্য সৰু বৰ ঘটনাৰ সমাবেশ, পৰিবেশ সৃষ্টি আৰু সেইবোৰৰ লগত চৰিত্ৰৰ সংযোগ-স্থাপনৰ কৌশলো বিশেষ মন কৰিবলগীয়া। স্থূল-মূলভাৱে কবলৈ হ'লে উপন্যাসৰ কাহিনীৰ লগত অপ্ৰয়োজনীয় ঘটনাৰ সমাবেশ তেনেই কম। যি দুই এটা চকুত পৰে তাৰ আঁৰত চৰিত্ৰতকৈ উপন্যাস লিখকৰ ব্যক্তিগত আদৰ্শ অধিক সবল ৰূপত প্ৰকাশ কৰাৰ উদ্দেশ্য আছিল বুলি অনুমান হয়। পানেইক যাতে মাক-বাপেকে জোৰকৈ কমুদলৈ বিয়া দিব নোৱাৰে তাৰ বাবে তাই নিজকে ৰক্ষা কৰিবলৈ পলাই গৈ মিৰি গাওঁ এৰি আন অসমীয়া লোকৰ গাঁৱত নিশা আশ্ৰয় লোৱা আৰু অৰ্ধ-শিক্ষিত কামুক ডেকাৰ হাতত লাঞ্ছিতা হোৱাৰ[৩১] যি উপক্ৰম হৈছিল সেই ঘটনাই সমসাময়িক অৰ্ধশিক্ষিত, উটনুৱা গাঁৱলীয়া ডেকাৰ চৰিত্ৰৰে পৰিচয় দিয়ে, লগতে সেই সময়ৰ সমাজৰ এটি চিত্ৰ দাঙি ধৰাৰ উপৰিও অশিক্ষিতা মিৰি গাভৰুৰ নৈতিকতাৰ উমান দিয়ে। উপন্যাসখনিত ইয়াৰ আগতেই একাধিক ঠাইত পানেইৰ পবিত্ৰ প্ৰেম, মনোবল আৰু নৈতিকতাৰ পৰিচয় দিয়াৰ পিছত এই ঘটনাৰ কোনো প্ৰয়োজন নাছিল, কাহিনী বা চৰিত্ৰ ৰূপায়ণতো এই ঘটনাই বিশেষ অৰিহণা যোগোৱা নাই। সেইদৰে 'মনোমতী'ত নগৰঝাৰ আৰু বৰনগৰৰ বৰুৱা বাৰীৰ বিৱৰণৰ[৩২] মাজেদি বৰদলৈয়ে দেশৰ অতীত গৌৰৱৰাশিৰ কথা স্মৰণ কৰিবলৈ গৈছে যদিও তাৰ দ্বাৰা উপন্যাসৰ গুণগত দিশত কিবা তাৎপৰ্যপূৰ্ণ অৰিহণা যোগাইছে বুলিব নোৱাৰি। এনেকুৱা দুই-এটা সৰু-সুৰা অপ্ৰয়োজনীয় ঘটনাৰ সমাবেশ উপন্যাসত চকুত পৰে। বৰদলৈয়ে 'মিৰি-জীয়ৰী'ৰ মাজেদি আচলতে সোৱণশিৰি অঞ্চলৰ মিৰি সমাজৰ জীৱনধাৰা আৰু সৰু বৰ সমস্যা ৰাজি অতি সহানুভূতিশীল অন্তৰেৰে প্ৰকাশ কৰিবলৈ যত্ন কৰিছে; সেইবাবেই এইখন উপন্যাসক মিৰি সকলৰ জাতীয় বুৰঞ্জী[৩৩] আখ্যা দিয়া হয়।

৪.১৪.২ বৰদলৈৰ উপন্যাসৰ সৰ্বপ্ৰধান বৈশিষ্ট্য হ'ল নাৰী চৰিত্ৰৰ প্ৰাধান্য। ছেক্সপীয়েৰৰ নাটকৰ দৰে বৰদলৈৰ উপন্যাসতো নায়িকাহে আছে নায়ক নাই বুলি কব পাৰি, কিয়নো সামগ্ৰিকভাৱে উপন্যাসবোৰত নাৰী চৰিত্ৰই মুখ্য স্থান লাভ কৰিছে। তদুপৰি আটাইবোৰ নাৰী চৰিত্ৰৰ মাজত আছে সততা আৰু একনিষ্ঠতা। 'মিৰি-জীয়ৰী'ত পানেইক কেন্দ্ৰ কৰিহে আন সকলোবোৰ চৰিত্ৰ সক্ৰিয় হৈ উঠিছে, আৰু বিকাশো লাভ কৰিছে। একেদৰে 'ৰহদৈ-লিগিৰী'ত সকলোবোৰ চৰিত্ৰ আৰু ঘটনাৰ কেন্দ্ৰবিন্দু হৈছে 'ৰহদৈ'। কোনো পৰিস্থিতিতে ৰহদৈৰ সাহস, দৃঢ়তা, কৰ্মতৎপৰতা, সতীত্ব, নৈতিকতা আৰু দয়াৰামৰ প্ৰতি থকা পবিত্ৰ প্ৰেমত ছেকা পৰা নাই। একেদৰে ৰঙিলীৰ সতৰামৰ প্ৰতি যি প্ৰণয় তাৰো কোনো পৰিবৰ্তন নঘটিল। আনকি

৩১ মিৰি-জীয়ৰী, ৩য় অধ্যায়।

৩২ মনোমতী, ৩য় অধ্যায়।

৩৩ বৰকটকী, বীৰেণ (সম্পা.): পূৰ্বোক্ত গ্ৰন্থত থকা শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰ 'বৰদলৈৰ সামাজিক উপন্যাস' প্ৰবন্ধ, পৃ. ১৩০।

'মনোমতী'ৰ পমিলা-পদ্মুমী-মনোমতী এই তিনিটা নাৰী চৰিত্ৰৰ ভিতৰত পদ্মুমী চৰিত্ৰ অতি সক্ৰিয়। ইয়াৰ আগতেই 'ৰঙ্গিলী'ত পদ্মুমীক আমি লগ পাওঁ আন এটা ৰূপত। প্ৰেমৰ দেৱতা শান্তিৰামৰ লগত সুখৰ সংসাৰ পতাৰ আশা বুকুত বান্ধি ভাওনাৰ থলীৰ পৰা পূৰৱতী নিশা পলাই গৈযো পদ্মুমীযে দেশৰ এক আহুৰা ৰাজনৈতিক পৰিস্থিতি আৰু অৱস্থাৰ তাডণাত মনৰ আশা পূৰাবলৈ সমৰ্থ নহ'ল। তেনে এটা দুৰ্যোগৰ মাজতে মানৰ হাতত বন্দী হৈ যৌবন উপচি পৰা পৰমা সুন্দৰী পদ্মী মান সেনাপতি মিংগিমাহাৰ শয্যাশায়িনী-ৰক্ষিতাৰূপে জীৱনযাপন কৰিবলগীয়া হ'ল। পদ্মীৰ দৈহিক মাদকতাৰ ৰাগীত মিংগিমাহাই জীৱনৰ সকলো অনুভূতি উপভোগ কৰিলে। আনহাতে পদ্মীয়েও সেই সুযোগত যিমানখিনি সম্ভৱ কৌশল-কাৰ্কুতিৰে মানৰ হাতৰ পৰা বন্দী অসমীয়া ডেকা-গাভৰুক মুক্ত কৰি দিবলৈ সক্ষম হ'ল। পদ্মুমীৰ নিজৰ জীৱনত মানৰ ৰক্ষিতাৰূপে[৩৪] যি কলঙ্কৰ বোজা বহণ কৰিছিল তাৰ প্ৰতিকাৰৰ উপায় বিচাৰি পাইছিল মানৰ হাতত বন্দী হোৱা স্বদেশ-স্বজাতিৰ লোকক উদ্ধাৰ কৰি। নিজৰ জীৱন, যৌৱন, সতীত্বক বিসৰ্জন দিও কিন্তু পদ্মুমীয়ে আন নাৰীৰ সতীত্ব, জীৱনৰ পবিত্ৰতা অটুট ৰাখিবলৈ যত্ন কৰিছিল। তাইৰ জীৱন আছিল বন্দিনীৰ জীৱন, কিন্তু তাৰ মাজতো যিকণ স্বাধীনতা পাইছিল সেইকণৰ সংব্যৱহাৰ কৰিছিল, মানৰ হাতত বন্দী হৈ থকা নাৰী-পুৰুষক উদ্ধাৰ কৰি।

৪.১৪.৩ মিংগিমাহাৰ হাতৰ পৰা পদ্মুমীযে যে জীৱনত মুক্তি পাব নোৱাৰে সেইকথা তাই বাৰুকৈযে জানিছিল বাবে তাই ব্যক্তিগত জীৱনৰ ভাল-বেযা সুখ-শান্তিৰ সকলো কথা জলাঞ্জলি দিছিল। ৰূপ-যৌৱন-প্ৰেম-ধৰ্ম সকলো বিসৰ্জন দিয়াৰ মাজতো কিন্তু পদ্মুমীযে দেশপ্ৰেম আৰু ব্যক্তিত্ব[৩৫] বাৰুকৈযে অটুট ৰাখিছিল। সেইবাবেই বন্দীশালৰ পৰা শান্তিৰাম, মনোমতী, পমিলাহঁতক পলুৱাই পঠাই[৩৬] নিজে মানৰ হাতত নিষ্ঠুৰ শাস্তি ভুগি মৃত্যুবৰণ কৰিছিল। পদ্মুমীৰ চৰিত্ৰটি নিসন্দেহে বৰদলৈৰ উপন্যাসৰ এটি অতি উজ্জ্বল নাৰী চৰিত্ৰ। মনোমতী চৰিত্ৰটি আকৌ অত্যন্ত সৰল, কোনো চতুৰালি নাই অথচ সখীয়েক পমিলা যথেষ্ঠ চতুৰা, বাকপটু, বুদ্ধিমতী আৰু কৰ্মনিপুণা। এই দুটা চৰিত্ৰই বাণৰ জীয়ৰী উষা আৰু সখীয়েক চিত্ৰলেখাৰ কথা মনত পেলাই দিযে। পমিলাৰ লগত শান্তিৰামৰ মিলন বৰদলৈৰ আনকেইখন উপন্যাসৰ সমপৰ্য্যায়ৰ প্ৰেমিক-প্ৰেমিকাৰ চৰিত্ৰৰ লগত বিজাব নোৱাৰি। মানৰ আক্ৰমণত ছেদেলি-ভেদেলি হোৱা অসমীয়া সমাজৰ পুনৰগঠনৰ ইচ্ছাৰেই উপন্যাসিকে এই মিলনৰ ছবি অঙ্কণ কৰিছে। সেই একেদৰে বদন আৰু তিলোত্তমাৰো বিয়া হৈছে। পাৰম্পৰিক বন্দত লিপ্ত দুটি পৰিয়ালৰ ডেকা গাভৰু লক্ষ্মীকান্ত আৰ মনোমতীৰ মিলনৰ আঁৰতো অসমীয়া সমাজৰ পুনৰগঠনৰ একে উদ্দেশ্যে প্ৰকাশ পাইছে।

---

৩৪ মনোমতী, ৩য় অধ্যায়।
৩৫ ঐ ৬ষ্ঠ আৰু ১৯শ অধ্যায়।
৩৬ ঐ ৬ষ্ঠ অধ্যায়, ২৫শ অধ্যায়ত সন্নিবিষ্ট পদ্মীৰ চিঠি।

৪।১৪।৩।১ লক্ষ্মীকান্ত-মনোমতীৰ প্ৰণয় আৰু মিলনৰ লগত শান্তিৰাম-পদ্মী আৰু পমিলাৰ কাৰ্য্য-কলাপ ইমান গভীৰভাৱে জড়িত যে তাৰ সামান্য লৰচৰ কৰিলেই চৰিত্ৰৰ বিকাশ, উপন্যাসৰ কাহিনী, গতিশীলতা তথা কলা-কৌশলত ব্যাঘাত ঘটিব। পদ্মীৰ পিছতে পমিলা এই ক্ষেত্ৰত অত্যন্ত সক্ৰিয়[৩৭] আৰু যথেষ্ট সজীৱ। অৱশ্যে পমিলাক এই বিষয়ত আশাতীত ভাৱে তেওঁৰ পৰামৰ্শক্ৰমে সহায় কৰিছে শান্তিৰামে, আৰু সেই সূত্ৰেই দুয়োৰে পৰস্পৰৰ প্ৰতি সৌহাৰ্দ্য আৰু বন্ধুত্বৰ ভাৱ ক্ৰমশঃ গাঢ় হোৱা দেখিবলৈ পাওঁ। 'মনোমতী' উপন্যাসৰ শেষ ভাগত উভয়ে উভয়ৰ প্ৰতি আকৃষ্ট হোৱা আৰু অজানিতভাৱে গঢ় লৈ উঠা মনৰ দুৰ্বলতা[৩৮] তথা প্ৰেম-প্ৰীতিৰ ভাৱ প্ৰকাশ পাইছে।

৪।১৩।৩।২ 'ৰংগিলী' উপন্যাসত সতৰাম-ৰংগিলী, শান্তিৰাম-পদ্মী, জয়ৰাম-কেতেকী আৰু মনাই-বিচিত্ৰাৰ প্ৰেম-প্ৰীতিৰ চাৰিটা কাহিনীৰ সংযোগ ঘটিছে আৰু ইয়াৰ লগত বিশেষকৈ সতৰাম-ৰংগিলী আৰু শান্তিৰাম-পদ্মী চৰিত্ৰ দুৰজনীৰ ঘটনাৰ লগত জড়িত কৰাৰ যত্ন চকুত পৰে। তেওঁলোকৰ জীৱনত প্ৰেম-প্ৰণয়ৰ পৰিণতিও সমূলি সুখকৰ নহ'ল, মনেখনা পুখুৰীৰ পানী খাবলৈ নাপালে। সতৰামৰ নিৰ্বাসনৰ পিছত ৰংগিলী সন্ন্যাসিনী তথা বৈষ্ণৱী হৈ জীৱনৰ বাকীছোৱা কাল কটালে। মানৰ বন্দিনী হৈ পদ্মীয়ে মান সেনাপতি মিংগিমাহাৰ ৰক্ষিতা-ৰূপে জীৱন-যাপন কৰিবলগীয়া হ'ল। ইয়াতো ৰংগিলীৰ চৰিত্ৰটিয়ে প্ৰাধান্য লাভ কৰিছে—ভুত-কুকুৰা-চোৰাৰ পুতেক সতৰাম আহোম ৰজা চন্দ্ৰকান্ত সিংহৰ অন্তৰংগ বন্ধু হিচাপে দোপত দোপে উন্নতি কৰি চাৰিংগীয়া ফুকনৰ বাব পাইছিল, কিন্তু তাতো সতৰাম সন্তুষ্ট হব পৰা নাছিল। অতিপাত দুৰাকাংখাৰ বাবেই পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বোষত পৰি অৱশেষত নিৰ্বাসিত হ'ল। এইবাৰ বদন বৰফুকনৰ লগ লাগি মানৰ পক্ষ লৈ ৰুচিনাথ বুঢ়াগোহাঁইৰ লগত যুদ্ধ কৰি সতৰামে যুদ্ধ ক্ষেত্ৰতে প্ৰাণ এৰিলে।

ৰংগিলী আছিল ঘৰুৱা কাম-কাজত অতি পটু আৰু বৰ বুদ্ধিমতী ছোৱালী। বিহুতলীত গীত গাই নচাৰ পৰা আৰম্ভ কৰি পথাৰত ভুঁই ৰোৱালৈকে সকলো কামতে তাই আগৰণুৱা। চাউদাঙৰ ল'ৰা সতৰামক তাই জীয়ৰী কালৰে পৰা অন্তৰত স্থান দি আহিছে ভৱিষ্যত জীৱনত তেওঁৰ বুকুতে মূৰ থৈ দেহমন সঁপি দিয়াৰ সংকল্প লৈ। ৰজাঘৰৰ অনুগ্ৰহ পোৱা সতৰামৰ পৰা তাই আশা কৰাৰ জোখাৰে মৰম-চেনেহ পোৱা নাছিল, কিন্তু তাইৰ মনৰ সেই সংকল্পৰ লৰচৰ হোৱা নাছিল। সেইবাবেই নিৰ্বাসিত সতৰামৰ পৰা আন সকলো আঁতৰি যোৱা সত্বেও ৰংগিলীয়ে তাক লুকাই লুকাই লগ ধৰি মন জুৰ পেলাইছিল আৰু সতৰামকো সান্ত্বনা দিছিল। তদুপৰি সতৰামক সেই

---

৩৭ মনোমতী, ১৩ শ অধ্যায়।

৩৮ ঐ, সাম্বৰ্ণ অধ্যায়।

৩৯ ৰংগিলী, ৪১ তম অধ্যায়।

দুৰ্যোগৰ মাজতো গুৱাহাটীৰ বদন বৰফুকনক লগ ধৰি পিজো আইদেউৰ অতি গুৰুত্বপূৰ্ণ চিঠি এখন দিবলৈ উপদেশ দিছিল। সেই সুযোগতে বেছেৰীয়ে ইমান-দিনে গভীৰ চুকত সাঁচি ৰখা কথাষাৰ সতৰামক মুকলিভাৱে কৈছিল—

> 'মই আজি তোক খোলাকৈ কওঁ তোক মই ভাল পাইছিলোঁ। তই মোক ভাল নেপালে ও মই তোক ভাল পাইছিলোঁ। বৰফুকনে সৈতে যাতে আমাৰ দেশখন ভাল হয় তাৰে পৰামৰ্শ কৰগৈ। দেশৰ দ্ৰোহ নিচিন্তিবি। সুদিন হ'লে আকৌ উলটিবি। মই ধৈৰ্য্য ধৰি তোৰ মূৰ্তিটোকে ধ্যান কৰি থাকিম।'[৪০]

৪.১৪ ৩.৩ ৰংগিলীৰ কাৰ্য্যাকলাপৰ মাজেদি নিস্বাৰ্থ পবিত্ৰ প্ৰেমৰ যি আদৰ্শ দাঙি ধৰা হৈছে তাৰ কোনো তুলনা নাই। ৰহদৈৰ দয়াৰামৰ প্ৰতি থকা প্ৰেম-প্ৰীতিও ৰংগিলীৰ আগত বহু পৰিমাণে নিষ্প্ৰভ হৈ পৰিছে। কিযনো উভয়ে উভয়ৰ প্ৰতি প্ৰেম নিবেদন কৰা দৃষ্টান্ত তাত আছিল।[৪১] আনহাতে সতৰামৰ লগত মিলনৰ যেতিয়া কোনো সম্ভাৱনা নোহোৱা হৈ পৰিছে সেই মুহূৰ্তত ইমান দিনে মনত পুহি ৰখা গুপুত প্ৰেমৰ কথা ব্যক্ত কৰিযেই ৰংগিলী ক্ষান্ত থকা নাই, লগতে ইযাকো কৈছে যে তাইৰ অন্তৰৰ পৰা সতৰামৰ ছবি কোনো দিনে মচু নেখায।

৪.১৪.৪ ৰহদৈ বৰদলৈৰ উপন্যাসৰ এক বিশেষ মন কৰিবলগীয়া নাৰী চৰিত্ৰ। মাজুলীৰ কমলাবাৰীৰ সাধাৰণ ঘৰৰ গাঁৱলীয়া পাটগাভৰু ৰহদৈ একে গাঁৱৰে ধনীৰামৰ প্ৰথম স্ত্ৰীৰ ল'ৰা দয়াৰামৰ প্ৰতি আসক্ত। আহোম ৰজা চন্দ্ৰকান্ত সিংহৰ লিগিৰী হিচাপে জীৱন-যাপন কৰা কালত ৰজা নিজেও তাইৰ প্ৰতি অনুৰক্ত হৈ পৰিছিল। পূৰ্ব-প্ৰণয়ী দয়াৰামক ৰাজ্যৰ পৰা নিৰ্বাসিত কৰি ৰাজমাৱে ৰহদৈক বুপাচিং ছুবেদাৰলৈ বিয়া দিবলৈ চক্ৰান্ত কৰে। তেনে এক চক্ৰান্তৰ পৰা নিজৰ প্ৰেমৰ পবিত্ৰতা আৰু সতীত্ব ৰক্ষা কৰাৰ সংকল্প লৈ ব্ৰহ্মপুত্ৰত জাঁপিয়াই পৰি তাই আত্মহত্যা কৰিবলৈ গৈ তান্ত্ৰিক হঠযোগীৰ হাতত পৰিছিল। তেওঁলোকৰ কৃপাত যোগবলৰ দ্বাৰা বৃদ্ধাৰ ৰূপ লৈ ৰহদৈয়ে বৈষ্ণৱীৰ জীৱন-যাপন কৰে, উপন্যাসৰ শেষৰফালে বৈষ্ণৱী বেশেৰে অসমৰ ইমূৰ-সিমূৰ ভ্ৰমণ কৰে। আগধৰি মানৰ আক্ৰমণৰ সম্ভেদ দি তেওঁ অসমৰ জন-সাধাৰণক ঐক্যবদ্ধ হবলৈ উদ্গনি দিছিল। দীনবন্ধু আতৈৰূপী দয়াৰামকো 'মানৱ সেৱাই ঈশ্বৰ সেৱা'—এই মৰ্মবাণী শুনাই ৰহদৈযে সেই আদৰ্শৰে কৰ্মক্ষেত্ৰত আত্ম-নিয়োগ কৰিবলৈ উপদেশ দি কৈছিল যে তাৰ মাজেৰেই দয়াৰামে তেওঁৰ প্ৰণয়িনীক লাভ কৰিব পাৰিব।

৪.১৪.৪.১. ৰহদৈৰ এই চৰিত্ৰটোৰ মাজেদি তিনিটা বিশেষ কথা ৰূপায়িত হৈছে—(ক) সুশ্ৰী সুঠাম দেহৰ যৌৱন উপচি পৰা অতি ৰূপৱতী গাভৰুজনীৰ প্ৰতি

---

৪০ ৰংগিলী, পৃ ১৭১।

৪১ ৰহদৈ-লিগিৰী, পৃ. ৯, ১৭, ৪৫।

ডেকাসকলৰ সততে কামুক দৃষ্টি ৰহদৈৰ চকুত পৰে, আনকি ৰজা ঘৰতো বেচেৰী তাৰ পৰা আঁতৰি থাকিব পৰা নাই। (খ) ৰূপচিং বগুালেও তাইৰ দেহশ্ৰীৰ সেই জুই যেন ৰূপত উন্মত্ত হৈ পৰিছিল। (গ) তান্ত্ৰিক যোগীৰ হাতত মৃত্যুমুখী ৰহদৈয়ে সাধনাৰ যন্ত্ৰৰূপে সহায় কৰিবলগীয়া হৈছিল আৰু পৰৱৰ্তী কালতো দীনবন্ধু ভকতৰ প্ৰেম নিবেদনৰ সম্মুখীন হৈছিল। পদে পদে তাই যে এগৰাকী নাৰী আৰু পুৰুষৰ লোভৰহে সামগ্ৰী এনে অভিজ্ঞতাৰ সম্মুখীন হৈছে। ব্যক্তিগত স্বাধীনতা, মুকলি-মূৰীয়া কাম-কাজ, দেশৰ ভাই-বন্ধুৰ হিতসাধন, সকলো স্থানতে যি কোনো পৰিবেশত নিজৰ দেহমনৰ পবিত্ৰতা আৰু ধৰ্মাধৰ্ম বিচাৰ আদি অটুট ৰখা সত্বেও ৰহদৈয়ে অনুভৱ কৰিছে যে তাই এজনী অসহায় নাৰী, তাইৰ যৌৱনভৰা দেহটোৰ বাবেই পুৰুষৰ লোলুপ দৃষ্টি তাইৰ ওপৰত। তাই তাৰ পৰা মুক্তিৰ পথ বিচাৰিছে। দৈৱক্ৰমে অৱস্থা আৰু পৰিস্থিতিয়ে ৰহদৈৰ প্ৰতিটো বিপদত সহায় কৰিছে, চন্দ্ৰকান্ত সিংহই ৰহদৈৰ ৰূপ-যৌৱনত ভোল গৈ সাধাৰণ উন্মত্ত ডেকাৰ দৰে 'তোৰ ৰূপত বলীয়া'[42] বুলি কৈয়ে ক্ষান্ত থকা নাই তাইক 'তুৰন্তে বিয়া কৰাই সৰুৰাণী'[43] পৰ্য্যাৰ লোভো দেখুৱাইছে। ৰজা ৰব পৰা নাই, ৰহদৈৰ প্ৰতি অত্যন্ত অনুৰক্ত হৈ পৰিছে। সেই পৰিস্থিতিত বেঙেনা আটীয়া গোঁসাইৰ জীয়েকৰ লগত ৰাজমাৱে ৰজাৰ বিয়া পাতি দিছে যাতে জাকত-জিলিকা দিপ্‌লিপ্ গাভৰু ৰাণীয়ে ৰজাক তেনে কাৰ্য্যৰপৰা বিৰত কৰিব পাৰে। ৰজাই কিন্তু ৰহদৈৰ যৌৱন উপভোগৰ কথা মনৰ পৰা আঁতৰাব পৰা নাই। সেই আশাৰেই নৱবিবাহিতা কুৱঁৰীৰ ফুলনিত ৰহদৈক আঁতৰ কৰি ৰাঙলি বাহৰত স্থান দিলে। ৰহদৈ ৰজাৰ কামলিপ্সাৰ বলি নহ'ল। এই নতুন পৰিস্থিতিয়ে তাইক বচাই দিলে। ৰাঙলি বাহৰতে দয়াৰামৰ লগত ৰহদৈৰ সাক্ষাৎ ঘটিল। ৰাজমাও আৰু বুঢ়াগোহাঁইৰ ষড়যন্ত্ৰমূলক বিচাৰত দয়াৰামক নিৰ্বাসন দি মদন বৰফুকনক হত্যা কৰাৰ পুৰস্কাৰ স্বৰূপে ৰহদৈক ৰূপচিঙলৈ বিয়া দিয়াৰ ব্যৱস্থা কৰিলে, কিন্তু ৰহদৈয়ে আত্মহত্যা কৰাৰ মানসেৰে ব্ৰহ্মপুত্ৰৰ বুকুত জাপ দি পৰিল।[44] সকলোৱে তাই মৰিল বুলিয়ে ভাবিলে। ৰব লুইতত এটা বিশেষ পৰিস্থিতিৰ মাজত জাঁপিয়াই পৰিও কিন্তু ৰহদৈ নমৰিল। নৈৰ সোঁতত উটি গৈ দুগৰাকী সাধক প্ৰাজ্ঞানান্দ আৰু আগমানন্দ স্বামীৰ শুশ্ৰূষাত সুস্থ হৈ উঠিল। ইয়াতো স্বামীজীয়ে সাধনাৰ অংগ স্বৰূপ ৰহদৈৰ অক্ষত যোনী সুশ্ৰী শৰীৰটোৰ বাবে প্ৰাৰ্থনা জনাইছে তাইক মাতৃ জ্ঞান কৰি—

> 'এজনী সতী, অথচ অক্ষত যোনিৰ অতীৱ সুন্দৰী বা ৰূপহী গাভৰু নোপোৱাৰ কাৰণেই মই ইমান বছৰে সেই সাধনটো কৰিব পৰা নাই।—— মোৰ আৰাধ্যা ভগৱতীৰ কৃপাত আজি ইমান বছৰৰ মূৰত তোক পাইছোঁ।

---

৪২ ৰহদৈ লিগিৰী, পৃ. ৩০।

৪৩ ঐ, পৃ. ৪৩।

৪৪ ৰহদৈ লিগিৰী, পৃ. ১০২

তই অতুল ৰূপৱতী অথচ এই পৰ্যন্ত তোৰ কোনো পুৰুষে সৈতে সংসৰ্গ হোৱা নাই। সেই দেখি তয়েই মোৰ এই সাধনটো কৰোৱাবৰ যোগ্য।'

৪·১৪·৪২· যেতিয়াই ধ'লৈকে গৈছে তাতেই যি কোনো পৰিস্থিতিতে ৰহদৈৰ 'ভেদেলা দেহটোৰ' ওপৰতহে সকলো পুৰুষৰে শেন চকু। তাই অতীষ্ঠ হৈ পৰিছে। তাইৰ দেহাটোৰে প্ৰতিজন পুৰুষে নিজৰ উদ্দেশ্য সাধন কৰিব পাৰে। ৰহদৈয়ে তাৰ পৰা মুক্তি বিছাৰিছে, কিন্তু পুৰুষপ্ৰধান এইখন সমাজত নাৰীৰ সেই অধিকাৰ নাই, মূৰ তুলি থিয় হবলৈ সাহস বা যোগ্যতাৰো অভাৱ। পৰিস্থিতিয়ে তাইক সবুৱাই আনিলেও এইবাৰ নিৰুপায়। এইবাৰ কিন্তু সতীত্ব তথা নৈতিক পবিত্ৰতাৰ লেশমানো হ্ৰাস নহ'ব বুলি জানিছে আৰু সেইবাবেই স্বামীজীৰ পৰা তাৰ বিনিময়ত ৰহদৈয়ে সকলোৰে লোভৰ বস্তু নিজৰ শৰীৰটোৰ পৰিৱৰ্তন বিচাৰিছে। যৌৱন উপচিপৰা তাইৰ ৰূপহী গাভৰু দেহটো তিনিকুৰি বছৰীয়া বুঢ়ীৰ দৰে কৰি দিবলৈ স্বামীজীক অনুৰোধ কৰি কৈছে—

> 'মোৰ এই ভুবনমোহিনী ৰূপটো—যি মোক সকলোৰে লোভৰ বস্তু কৰি মোৰ জীৱনটো দুখীয়া কৰিলে— আপুনি গুচাই মোক আপোনাৰ যোগবলেৰে দেখিবলৈ এলাগী অথচ চৰিব-ফুৰিব পৰা শক্তি থকা তিনিকুৰি বছৰ বয়সীয়া বুঢ়ী মানুহ এজনীৰ ৰূপ দিয়ক—যাতে মই শান্তিৰে কাৰো মনত মোৰ দেহটোলৈ স্পৃহা নজন্মাই সুখেৰে শান্তিৰে কৃষ্ণৰ নাম লৈ ফুৰিব পাৰোঁ। কৃষ্ণৰ নাম দহজনক বিলাব পাৰোঁ।'[৪৬]

৪·১৪·৪৩· ৰহদৈয়ে স্বামী আগমানন্দৰ যোগবলৰ জৰিয়তে অচিৰে জুটুলা-জুটুলি পকা চুলি আৰু সোতোৰা-সোতোৰ হাত-মুখৰ ছালেৰে যাঠি বছৰীয়া বয়সৰ বৈষ্ণৱী ৰূপ লাভ কৰি অভিলাস অনুসৰি কৃষ্ণ ভক্তি বিলাই ফুৰিবলৈ সক্ষম হ'ল। বৰদলৈয়ে ইচ্ছা কৰিয়েই হওক কিম্বা অনিচ্ছা কৰিযেই হওক ৰহদৈ চৰিত্ৰৰ মাজেদি নাৰীয়ে কেনেভাৱে নিজৰ ব্যক্তি স্বাধীনতা অটুট ৰাখিব খোজে, সামাজিক চিৰাচৰিত বান্ধোনৰ পৰা মুক্ত হব বিছাৰে তাৰ স্পষ্ট আভাস দি গৈছে। সেইকাৰণেই এইটো চৰিত্ৰটো ৰঙ্গিলীৰ দৰে ওজস্বিতা আৰু নতুনত্ব দেখিবলৈ পাওঁ। একেদৰে ৰহদৈ চৰিত্ৰৰ মাজেদি পুৰুষপ্ৰধান অসমীয়া সমাজত সেই কালতেই নাৰী স্বাধীনতাৰ ক্ষীণ সুৰ বৰদলৈৰ উপন্যাসৰ এক অনুকৰণীয় দৃষ্টান্ত।

৪·১৪·৫· 'নিৰ্মল ভকত'ত ৰূপহী প্ৰধান নাৰী চৰিত্ৰ। নিৰ্মল আৰু অনিৰাম উভয়ে ৰূপহীৰ প্ৰেম প্ৰাৰ্থী। মানৱ হাতত বন্দী হৈ ব্ৰহ্মদেশত চৈধ্য বছৰ কটাই মুকলি হৈ স্বদেশলৈ আহি নিৰ্মলে দেখিলে যে ৰূপহীয়ে অনিৰামক বিয়া কৰাই সন্তানৰ মাক হৈ সুখৰ সংসাৰ ৰচনা কৰিছে। মনৰ দুখত নিৰ্মলে দক্ষিণপাট সত্ৰৰ

৪৫ প্ৰাগুক্ত গ্ৰন্থ, পৃ ১১৮।
৪৬ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১২৫।

সেৱক হৈ ভকতীয়া জীৱন-যাপন কৰিবলৈ ল'লে। ৰূপহীয়ে বাৰ বছৰ কাল বাটচাই নিৰ্মলৰ উভতি নহা দেখি বিয়াবাৰু নকৰোৱাকৈ তাইৰ আশাতে বৈ থকা পূৰ্বৰ প্ৰণয়ী অনিৰামক বিয়া কৰালে। ইয়াৰ মাজেদি বৰদলৈয়ে নতুন সমাজ গঠনৰ এটা অনুকৰণীয় আদৰ্শ প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছে।

সেইদৰে 'ৰাধা-ৰুক্মিণীৰ ৰণ' উপন্যাসত ৰুক্মিণী প্ৰধান নাৰী চৰিত্ৰ। স্বামীৰ অৱহেলিত ৰুক্মিণীয়ে উপায়ান্তৰ নাপাই স্বামীৰ পৰা আঁতৰি গুচি আহি পূৰ্বৰ প্ৰণয়ী ৰাঘৱৰ ওচৰত জীয়ৰী কালৰ প্ৰেম-প্ৰীতিৰ কথা সোঁৱৰাই দিছে আৰু ৰাঘৱক অনুৰোধ কৰিছে যাতে তাইক পত্নীৰূপে গ্ৰহণ কৰে, কিন্তু ৰাঘৱে তাইৰ সেই প্ৰণয়ৰ কথা পাহৰি গ'ল, তাইক গ্ৰহণ নকৰিলে। ৰুক্মিণী নিৰুপায় হৈ সতীয়া পুত্ৰ ৰমাকান্তৰ কাৰেঙৰ এচুকত গোপী বিৰহৰ গীত গাই চকুপানী টুকি জীৱন অতিবাহিত কৰিবলৈ ধৰিলে।

৪.১৪.৬ বৰদলৈৰ উপন্যাস কেইখনত নাৰী চৰিত্ৰহে অধিক সক্ৰিয় ৰূপ লৈছে, আনহাতে পুৰুষ চৰিত্ৰসমূহ প্ৰায়ে গৌণ ৰূপত দেখা দিছে। 'মিৰিজীয়ৰী'ৰ পানেইক বিয়া কৰাবলৈ জংকিৰ যি সামাজিক যোগ্যতাৰ প্ৰয়োজন সেইখিনিৰ অভাৱ। উপন্যাসখনৰ সকলো কথা পানেইকেন্দ্ৰী, আনকি জংকি চৰিত্ৰটোৰ বিকাশতো পানেইৰ কৰ্মতৎপৰতা আৰু মনৰ দৃঢ়তাইহে প্ৰকাৰান্তৰে বেছি সহায় কৰিছে। জোৰকৈ হলেও কমুদৰ লগত বিয়া পতাৰ যো-যা কৰাত পানেইৰ দুবাৰকৈ গৃহত্যাগ তাৰেই দৃষ্টান্ত। 'মনোমতী' উপন্যাসতো নায়ক লক্ষ্মীকান্তৰ মনোমতীৰ লগত হোৱা মিলনৰ ক্ষেত্ৰত আৰু অন্যান্য আনুসঙ্গিক কথাতো কৰ্মতৎপৰতাৰ অভাৱ। আন দুটি নাৰী চৰিত্ৰ পমিলা আৰু পদুমীৰ কাৰ্যকৌশল আৰু বিচক্ষণতাই শান্তিৰামক কিছু সক্ৰিয় কৰি তুলিছে। মান সেনাপতি মিংগিমাহাহ'তৰ চৰিত্ৰৰ পূৰ্ণ-বিকাশৰ বিশেষ সুযোগ উপন্যাসত নাই। তাৰ মাজতো যিকণ বিকাশ লাভ কৰিছে সেয়া আচলতে পদুমীৰ বাবেহে, অৰ্থাৎ এই ক্ষেত্ৰতো নাৰী চৰিত্ৰটিহে অধিক উজ্জ্বল। হৰকান্ত, চণ্ডীবৰুৱা, সন্যাসী, বদন আদি পুৰুষ চৰিত্ৰ সমূহ তেনেই গৌণ হৈ পৰিছে। পুৰুষ চৰিত্ৰৰ ভিতৰত একমাত্ৰ শান্তিৰামহে কিছু সক্ৰিয়। সেইকণ সক্ৰিয় ভূমিকা লবলৈ বাধ্য হৈছে একমাত্ৰ পদুমী আৰু পমীলাৰ বুধি-ভাৰসা, উৎসাহ-উদ্দীপনা আৰু কৰ্মতৎপৰতাৰ বাবেহে। 'ৰংগিলী'তো নায়কৰ ভূমিকাত থিয় কৰোৱা হৈছে সত্ৰাম চৰিত্ৰটি। কিন্তু উপন্যাসিকে নায়কক কাহিনী আৰু ঘটনাৰ মধ্যমণিৰূপে প্ৰতিপন্ন কৰিব পৰা নাই, বৰং নায়িকাহে বেছি তৎপৰ, আৰু উপন্যাসতো নায়িকাহে কেন্দ্ৰবিন্দু হৈ পৰিছে। 'সৰ্বাংগ সুন্দৰী ৰূপৱতী, গুণৱতী, স্বদেশ বৎসলা পিতৃ-মাতৃত ভক্তি থকা'[৪৭] ৰংগিলীৰ 'পৱিত্ৰতা, ন্যায়পৰায়ণতা প্ৰকৃত প্ৰেম এই বিলাকৰ পৰা প্ৰায় সততে আঁতৰত'[৪৮]

---

৪৭ ৰংগিলী, পৃ ১৫০।

৪৮ ঐ, পৃ ১৫০।

থকা সতৰামে নজনাকৈয়ে সতৰামেই প্ৰাণৰ আৰাধ্য দেৱতা হৈ পৰিছিল, তাইক অৱহেলা কৰিলেও ৰংগিলীয়ে কিন্তু সেইজন সতৰামকে মনে-প্ৰাণে ভাল পাই আছিল। সত্ৰামৰ মনত তেনে প্ৰেমৰ ভাৱ নাথাকিলেও ভাল-বেয়া কামৰ কথা জনাই ৰংগিলীৰ পৰা মতামত[49] লৈছিল। সত্ৰামেই একমাত্ৰ বুৰঞ্জীৰ সত্ৰাম ভূত কুকুৰাচোৱাৰ পুতেকৰ স্বভাৱ-চৰিত্ৰৰ লগত মিল থকা পুৰুষ চৰিত্ৰ। তুলনামূলক ভাৱে আনকেইটা পুৰুষ চৰিত্ৰতকৈ সত্ৰামে কিছু প্ৰাধান্যও পাইছে।

'নিৰ্মল ভকত'ত নিজৰ জীৱনক কেন্দ্ৰ কৰি ঘটা ঘটনা নিজে বৰ্ণনা কৰি যোৱা বাবে উপন্যাসখনত নিৰ্মলৰ চৰিত্ৰ মুখ্য হৈ পৰিছে। বৰদলৈৰ এইখন উপন্যাসেই নায়ক প্ৰধান। নায়িকাৰ ভূমিকাত থকা ৰূপহীক কেন্দ্ৰ কৰি অনিৰাম-নিৰ্মলৰ প্ৰণয় গঢ় লৈছে। নিৰ্মল আৰু ৰূপহীৰ প্ৰেমভাৱ বৰ তীব্ৰ আছিল। সেই প্ৰেমৰ লগত অনিৰামৰ ৰূপহীৰ প্ৰতি থকা প্ৰেমত তেনে গভীৰতা চকুত নপৰিলেও শেষত সমাজ আৰু দেশৰ পৰিস্থিতিত ৰূপহীৰ লগতে অনিৰামৰ মিলন হ'ল। ৰহদৈক নাপাই দয়াৰামৰ দীনবন্ধু আতৈৰ ৰূপ, আৰু ৰূপহীক নাপাই নিৰ্মলৰ দক্ষিণ পটীয়া ভকতৰ ৰূপ বৰদলৈৰ বিশেষ মন কৰিব লগীয়া সৃষ্টি। ৰহদৈক চিনি পোৱাৰ পিছত দীনবন্ধু আতৈয়ে তাইক বিয়া কৰাই সংসাৰী হব খোজাত বৈষ্ণৱী ৰহদৈয়ে বহু কথা বুজাই তওঁক বাধা দিছে।[50] আকৌ ৰূপহীয়ে অনিৰামৰ লগত সুখৰ সংসাৰ ৰচনা কৰা দেখি সেই সুখৰ সংসাৰত জুই লগাৰ ভয়ত নিৰ্মল নিজে আঁতৰি গৈছে।[51] মৃত্যুৰ পিছতহে ৰূপহীয়ে এই গৰাকী নিৰ্মল ভকতেই যে তাইৰে পূৰ্বৰ স্বামী সেই কথা জানিব পাৰিছে। এইখিনিযে কেৱল এই দুটা পুৰুষ চৰিত্ৰৰ পাৰ্থক্য, দুয়োটা চৰিত্ৰৰ আদৰ্শ ও ভিন্ন। নিৰ্মলক দীনবন্ধুতকৈ অধিকতৰ নিস্বাৰ্থভাৱে ৰূপায়িত কৰিছে। একেদৰে 'দন্দুৱাদ্ৰোহ'ৰ প্ৰধান চৰিত্ৰ হৰদত্ত আৰু বীৰদত্ত দুটি বুৰঞ্জী প্ৰসিদ্ধ পুৰুষ চৰিত্ৰ। উপন্যাস হিচাপে ইয়াৰ কাহিনী ভাগৰ ৰূপায়ণ আনকেইখনৰ তুলনাত কিছু দুৰ্বল, নায়ক মহিৰাম আৰু নায়িকা হৰদত্তৰ কন্যা পদুম কুৰঁৰী। উভয়ৰে বিয়াও হৈছে, হৰদত্তৰ সপক্ষে আহোমৰ লগত যুঁজ কৰি মহিৰামৰ মৃত্যু হোৱাৰ পিছত পদুম কুৱঁৰীয়ে সেই দুখতে ব্ৰহ্মপুত্ৰত আত্মজাহ দি প্ৰাণ ত্যাগ কৰিছে।[52] উপন্যাসৰ কাহিনীৰ আগছোৱাত ঘিণাই বৰফুকন আৰু শেষ ছোৱাত কলীয়া ভোমোৰা বৰফুকনক জড়িত কৰিলেও প্ৰাধান্য দিয়া হৈছে হৰদত্ত-বীৰদত্তৰ ওপৰতহে।

'তাম্ৰেশ্বৰী মন্দিৰ'ত ধনেশ্বৰ আৰু মনেশ্বৰ উভয়ে আঘণীৰ প্ৰেমপ্ৰাৰ্থী। চৰিত্ৰ দুটিৰ ভিতৰত মনেশ্বৰ কিছু সক্ৰিয়, কিন্তু বৈষ্ণৱী আৰু আঘণীৰ আশ্ৰয়তহে সেই সক্ৰিয়তা প্ৰকাশ পাইছে। তান্ত্ৰিক বামাচাৰী আৰু শদীয়াখোৱা গোহাঁইৰ গুৰুত্ব মন

৪৯ ৰংগিলী, ১৭শ অধ্যায়।

৫০ ৰহদৈ লিগিৰী, পৃ ২০৪।

৫১ নিৰ্মল ভকত, ১৮শ অধ্যায়।

৫২ দন্দুৱাদ্ৰোহ, পৃ ৯১।

কৰিবলগীয়া। কমলেশ্বৰ, লাংফাই আদি সবু সুৰা পুৰুষ চৰিত্ৰবোৰো কাহিনীৰ লগত ঘণিষ্টভাৱে জড়িত হৈ পৰিছে।

৪.১৪.৭ চৰিত্ৰ ৰূপায়ণৰ ক্ষেত্ৰত বৰদলৈয়ে নাৰীৰ সামাজিক মৰ্য্যাদাৰ প্ৰতিও মনোযোগ দিয়া দেখা যায়। উপন্যাসত ক্ষীণৰূপত হলেও নাৰী যে আমাৰ সমাজত বহু পৰিমাণে অৱহেলিত, পৰাধীন আৰু সামাজিক জীৱনত সাধাৰণতে নাৰীৰ ওপৰত কোনো গুৰুত্ব দিয়া নহয় সেই কথা কেৱাঠাইতো ভিন ভিন চৰিত্ৰৰ মুখত প্ৰকাশ পাইছে। নাৰীৰ প্ৰতি বৰদলৈৰ আছিল সহানুভুতিশীল দৃষ্টিভংগী। পৰোক্ষভাৱে হলেও নাৰী-চৰিত্ৰই আক্ষেপেৰে কিম্বা ধেমালিৰ ছলেৰে কোৱা কথাত সেই দৃষ্টিভংগীৰ উপৰিও নাৰীযে যে তাৰ পৰা মুক্তি বিচাৰে তাৰো ইংগিত পোৱা যায়।

৪.১৪.৭.১ পমিলাৰ 'আমি তিৰি জাতি ক্ষমা কাক বোলে নাজানো',[৫৩] 'মই তিৰীমতি, মইনো অকলৈ কেনেকৈ যাওঁ'[৫৪] আৰু 'ভাত-কিয় নহ'ল'—বুলি যৈণীয়েকক কিল ধৰে[৫৫] বোলা কথাবোৰৰ মাজতেই নিহিত আছে পুৰুষ-প্ৰধান অসমৰ সমাজত নাৰীৰ প্ৰতি পুৰুষৰ দৃষ্টিভংগী আৰু অন্যায় অবিচাৰ। সাংসাৰিক জীৱনত কঁত নাৰীৰ কিমান লটিঘটি খাব লগীয়া হয়। পুষ্পিতা হোৱাৰ আগতেই বামুণৰ ছোৱালী বিয়া নিদিলে সমাজৰ গ্লানি-গঞ্জনাৰ উপৰিও সমাজচ্যুত হৈ এঘৰীয়া হ'ব লাগে। সেই বাবে বহু সময়ত অতি সুন্দৰী কন্যাকো অপদাৰ্থ বামুণৰ ল'ৰালৈ বিয়া দিয়া[৫৬] দস্তুৰেও নাৰীৰ অমৰ্য্যাদাকে সূচায়। কৃষ্ণদাসীৰূপী ৰহদৈ নিজেও এইবোৰ দেখি-শুনি বৈষ্ণৱী হৈ গৃহস্থীজীৱনৰ পৰা আঁতৰি থকাত স্বস্তি লাভ কৰিছে বুলি ভাবিছিল—'মই মোৰ ৰূপ বদলাই সংসাৰৰ মায়া এৰি ভালকে কৰিলোঁ।[৫৭]

৪.১৪.৭.২ নাৰীক কোনো কথাতে গুৰুত্ব নিদিযাতো পুৰুষপ্ৰধান সমাজৰ এটা বৈশিষ্ট্য বুলিবই পাৰি। আনকি জনজাতীয় মিৰি সমাজো ইয়াৰ ব্যতিক্ৰম নহয়। জংকি আৰু পানেইৰ মিলনৰ পথত সেই ধ্যান-ধাৰণাই বাধাৰ সৃষ্টি কৰিছে। তামেদ-নিৰমাই একমাত্ৰ জীযেকজনীয়ে বাৰে বাৰে কোৱা স্বত্বেও জংকিলৈ তাইক বিয়া দিব খোজা নাই। সেইবাবেই বৰদলৈযে কবলৈ প্ৰয়াস কৰিছে—'কাচিত্ কৌতিয়াবাহে গাভৰুৰ নিজ মনে আৰু মাক-বাপেকৰ পচন্দই মিলে। য'তে এইটো হয়, ত'তে মিৰি জাতিৰ ডেকা-গাভৰুৱে স্বৰ্গীয় সুখ পায়।[৫৮]

৪.১৪.৭.৩ নাৰীক প্ৰকৃত সম্মান দিয়া দূৰৈৰ কথা প্ৰয়োজন হ'লে ধনৰিত দি[৫৯]

৫৩ মনোমতী, পৃ ৪১।
৫৪ ঐ, পৃ ৬১।
৫৫ ঐ, পৃ ৪৩।
৫৬ ৰহদৈ-লিগিৰী, পৃ ১৭০।
৫৭ ঐ পৃ ১৭১।
৫৮ মিৰি-জীয়ৰী, পৃ ৭১।
৫৯ ৰহদৈ লিগিৰী, পৃ ১৫।

নানাভাৱে প্ৰলোভিত কৰি মাক-বাপেকৰ পৰা গাভৰু ছোৱালীক ৰজা বা ডা-ডাঙৰীয়াই ভোগ-লালসা চৰিতাৰ্থ কৰিবলৈ লৈ আহিছিল। ৰহদৈক তেনেকৈয়ে 'স্বৰ্গদেৱে তহঁতলৈ এই ৰূপ চাৰি কুৰিও জীয়েকৰ বেচ স্বৰূপে দি পঠাইছে' বুলি বাপেকক দি আহোম ৰাজ কাৰেঙলৈ ৰজাৰ কটকীয়ে ফুচুলাই আনিছিল।[৬০]

৪.১৪.৭.৪ এইবিলাক সম্ভৱতঃ বুটিছ আমোলৰ আৱৰ্ত্তণিত অসমৰ ৰাজনৈতিক আৰু সামাজিক জীৱনত পৰিবৰ্তনৰ যি বীজ অংকুৰিত হৈছিল তাৰেই ছয়ামায়া ৰূপ। একেদৰে ৰহদৈৰ 'আমাৰ মাইকী মানুহৰ দ্বাৰাই ধৰ্মৰ সংস্কাৰ হোৱাৰ নিয়মো নাই'[৬১] বোলা কথাৰ উপৰিও আগমানন্দস্বামীক কোৱা 'পূৰ্বাপৰ ৰীতি আছে মাইকী মানুহ অসমৰ সত্ৰৰ নামঘৰৰ ভিতৰলৈ সোমাব নাপায়'[৬২] কথাষাৰৰ আঁৰতো পুৰুষৰ অবিচাৰ আৰু শোষণত নাৰীৰ ক্ষোভ প্ৰকাশ পাইছে। এইবিলাক কথাৰ যোগেদি আমাৰ সমাজত নাৰীৰ প্ৰতি কৰা অন্যায়-অবিচাৰৰ প্ৰতিবিধানৰ ইংগিত দিছে, আৰু লগতে নাৰী যে পুৰুষৰ আচৰণত ক্ষুব্ধ তাকো প্ৰকাশ কৰি সমাজৰ এক প্ৰগতিবাদী চিন্তাৰ সন্ধেদ দিছে। ৰংগিলী সাধাৰণ গাভৰু ছোৱালী হলেও তাইৰো চিন্তা-ভাবনাৰ মূল্য আছে, নাৰী বুলি অৱজ্ঞা কৰাৰ কোনো যুক্তি নাই। বাস্তৱত দেখা গৈছে ৰংগিলীৰ সত্ৰামক সতৰ্ক কৰি দিয়া[৬৩] 'কিন্তু আপোনাৰো ফল শেহত বৰ বিষম হব' আৰু 'এই ধেমালি ধুমুলাৰ কথা বুঢ়াগোহাঁইৰ কাণত পৰিলে আপোনাৰ শেষত সৰ্বনাশ ঘটিব পাৰে' পৰামৰ্শত গুৰুত্ব দিয়া হলে সত্ৰামৰ অপমান নহ'লহেঁতেন, কিম্বা ৰংগিলীয়ে সত্ৰামক দুৰ্গোৎসৱত 'সেই অষ্টমী পূজাৰ দিনা ৰজাঘৰলৈ নেযাব' আৰু লাগিলে 'কোনো এটা কাৰণ দেখুৱাই ঘৰতে থাকিব, গলে মহা অনৰ্থ ঘটিব'[৬৪] বুলি সঁকিয়াই দিয়া সত্বেও সত্ৰামে নাৰীৰ কথা বুলিয়ে ৰংগিলীক অৱজ্ঞা কৰাৰ শেষ পৰিণতি হ'ল তাৰ নিৰ্বাসন।

৪.১৫.৭.৫ যুগ যুগ ধৰি আমাৰ সমাজত নাৰীক এইদৰে অৱমাননা কৰা ৰীতি চলি আছে। বৰদলৈয়ে উপলব্ধি কৰিছিল যে ইযো অসমৰ সমাজৰ সংস্কাৰ সাধিব লগীয়া ব্যাধি। কিয়নো তেওঁৰ উপন্যাস ৰচনাৰ লক্ষ্য হ'ল সুস্থ-সবল অসমীয়া সমাজ গঠনৰ বাবে উঠি অহা ডেকা ডেকেৰী সকলক অনুপ্ৰাণিত কৰা। বৈষ্ণৱীৰূপী ৰংগিলীয়ে মনৰ বেজাৰত হুমানিয়াহ এৰি কোৱা 'অসমত মোৰ লেখীয়া হতভাগিনী স্ত্ৰীজাতিৰ নিমিত্তে কোনো ধৰ্মাশ্ৰম বা বিশেষ ঠাই নাই'[৬৫] কথাষাৰ যেন অসমৰ দুৰ্দশাগ্ৰস্ত নাৰীৰহে মৰ্মবেদনা। আমাৰ সমাজত ভাল মন্দ, সংসাৰী কিম্বা বৈৰাগী

৬০ ঐ, পৃ ২১।
৬১ ৰহদৈ লিগিৰী পৃ ১০৭।
৬২ ঐ পৃ ১২০।
৬৩ ৰংগিলী, পৃ ৯২-৯৩।
৬৪ ঐ পৃ ১৫২—১৫৩।
৬৫ ৰংগিলী, পৃ ২০১।

কোনো নাৰীৰ প্ৰতি প্ৰযোজনীয় সা-সুবিধা দিয়া ব্যৱস্থা নাই। এই বিষয়ত চিন্তা-চৰ্চাৰ কিমান দৰকাৰ, নাৰীকো সমাজত যে পুৰুষৰ সম-মৰ্যাদা দিয়া উচিত সেই ভাবাদৰ্শযো বৰদলৈৰ উপন্যাসত চৰিত্ৰায়নৰ জড়িয়তে প্ৰকাশ পাইছে। পৰৱৰ্তী-কালত মূৰ দাঙি উঠা অসমীয়া সমাজৰ নাৰী মুক্তি আন্দোলনত বৰদলৈৰ উপন্যাসে পৰোক্ষভাৱে হলেও কিছু ইন্ধন যোগাইছিল বুলি যুক্তি দেখুৱাব পাৰি। প্ৰতিখন উপন্যাসতে নাৰী চৰিত্ৰই, বিশেষকৈ নায়িকা অথবা সেই মৰ্যাদাৰ নাৰীয়ে পুৰুষ প্ৰধান সমাজত অৱজ্ঞাৰ পাত্ৰী হৈ আক্ষেপ কৰিছে, কোঁতয়াবা খীণভাৱে প্ৰতিবাদ কৰিছে, কেতিয়াবা আকৌ মৌন হৈ নীৰৱে তুচ্ছ-তাচ্ছিল্য সহ্য কৰিছে। এই সকলো বিলাকতে ভৱিষ্যতৰ নাৰী মুক্তি আন্দোলনৰ বীজ অংকুৰিত হোৱা বুলিব পাৰি।

৪·১৫ উপন্যাসৰ উল্লেখনীয় দিশ ঃ (খ) প্ৰভাৱ-বিচাৰ ঃ উপন্যাস যিহেতুকে ব্যক্তি আৰু সমাজৰ সংঘাত-ভিত্তিক[৬৬] ৰচনা গতিকে তাত ৰূপায়িত চৰিত্ৰৰাজিৰ মাজত সেই সমাজখনৰ বিবিধ অৱস্থাৰ প্ৰতিচ্ছবি বিৰিঙি উঠাটো স্বাভাৱিক। তাতে উপন্যাস আকৌ নৱন্যাস যুগৰ সৃষ্টি আৰু সেই 'নৱন্যাসৰ সাৰ বস্তুটোৱে হ'ল অতীতৰ ইতিহাস'ৰ প্ৰতি থকা দুৰ্বাৰ স্পৃহা। সেই সূত্ৰেই উপন্যাস সাহিত্যৰ আদিম অৱস্থা বুলিলে সাধাৰণতে সমাজৰ তথা ইতিহাসৰ ঘটনাৰ লগত জড়িত উপন্যাসলৈ আঙুলিয়াই দেখুওৱা হয়। সিয়েই হ'ল মূলতঃ বুৰঞ্জীমূলক উপন্যাস।

৪·১৫·১ অসমীয়া নৱন্যাস সাহিত্যৰ কালটোৱে হ'ল জোনাকী যুগটো। এই কালতে ৰজনীকান্ত বৰদলৈৰ উপন্যাসৰ উন্মেষ। সমসাময়িক হৰদত্ত-বীৰদত্তই আহোম ৰজাৰ বিপক্ষে মূৰ দাঙি উঠা ঘটনাক কেন্দ্ৰ কৰি ৰচিত হোৱা উপন্যাস হ'ল লক্ষ্মীনাথ বেজবৰুৱাৰ 'পদুমকুঁৱৰী' আৰু বৰদলৈৰ 'দন্দুৱা দ্ৰোহ'। একে যুগৰে পদ্মনাথ গোহাঁইবৰুৱাৰো 'ভানুমতী' আৰু 'লাহৰী' উপন্যাস দুখনতো অসম বুৰঞ্জীৰ দুটা গুৰুত্বপূৰ্ণ ঘটনা মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণ সন্নিৱিষ্ট হৈছে। গতিকে দুয়োখনতে অসম বুৰঞ্জীৰ ক্ষীণ আছোঁৱ পৰাটো মন কৰিবলগীয়া।

৪·১৫·১·১· অসমৰ এই উপন্যাস লিখক সকল সমসাময়িক আৰু পূৰ্বৰ আন আন ভাৰতীয় ঔপন্যাসিকৰ দ্বাৰা যে কিছু অনুপ্ৰাণিত হৈছিল তাত কোনো সন্দেহ নাই। নিজৰ ভাষাত নথকা বাবে সাহিত্যৰ আন আন ভাষাৰ দৰে উপন্যাস সৃষ্টিৰ প্ৰতি তেওঁলোক আগ্ৰহান্বিত হোৱাটো অতি স্বাভাৱিক। কেবাজনো সাহিত্যিকৰ ৰচনাত তাৰ ইংগিত আছে। ৰজনীকান্ত তাৰ ব্যতিক্ৰম নহয়। তেওঁ নিজেই কৈ গৈছে চাৰ ৱাল্টাৰ স্কটৰ দৰে[৬৭] ঔপন্যাসিকৰ পৰা লাভ কৰা প্ৰেৰণাৰ কথা। একেদৰে বঙ্গ-দেশীয় ঔপন্যাসিক বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়কো[৬৮] বৰদলৈয়ে আহিঁ স্বৰূপে লৈছিল, সেই কথাও কোনো লুকটাক নকৰাকৈয়ে তেওঁ কৈ গৈছে।

৬৬ Ralf Fox : The Novel and Reality

৬৭ 'দন্দুৱা দ্ৰোহ', পাতনি।

৬৮ মোৰ সাহিত্যিক জীৱনৰ অতীত কাহিনী।

৪ ১৫ ১ ২. সুজলা-সুফলা শস্য শ্যামলা চিৰ সেউজীয়া অসম দেশ বহু নদ-নদী, পৰ্বত-পাহাৰ, ওখ-চাপৰ টিলা, হাবি-বননি প্ৰকৃতিৰ সা-সম্পদ, বিল-খাল আৰু বাৰে-বৰণীয়া জাতি-উপজাতিৰ বঙচঙীয়া সংস্কৃতিৰে পৰিপূৰ্ণ সাইলাখ এখনি ৰম্যপুৰী। অসমৰ এই অপূৰ্ব প্ৰাকৃতিক সৌন্দৰ্য্যৰ সবল বৰ্ণনাই পাঠকৰ মনত বহুত আনন্দ দিব পাৰে। ছাৰ ৱাল্টাৰ স্কটৰ অনুকৰণত স্কটলেণ্ডৰ দৰে প্ৰাকৃতিক সৌন্দৰ্য্যৰ ৰাণী অসমৰ পটভূমিত উপন্যাস লিখিব পাৰিলে সি কেৱল সুখপাঠ্য হোৱাই নহয় তাৰ দ্বাৰা স্বদেশ আৰু স্বজাতিৰ প্ৰতি পাঠকক যথেষ্ঠ সচেতন কৰিও তুলিব পৰা যাব। এনেকুৱা ভাবাদৰ্শ চকুৰ আগত ৰাখিয়ে বৰদলৈয়ে সম্ভৱত কৰলৈ প্ৰয়াস পাইছিল—

> 'এই সমস্ত স্বাভাৱিক সৌন্দৰ্য্য বৰ্ণাবলৈ অতীতৰ বুৰঞ্জীৰ উপন্যাস লেখিবলৈ, ছাৰ ওৱাল্টাৰ স্কটৰ নিচিনা বা ৺বংকিম চেটাৰ্জীৰ দৰে উপন্যাসকাৰক প্ৰতিভাশালী সাহিত্যিক ক'ত ?'[৬৯]

ইয়াৰ আঁৰত বৰদলৈৰ আক্ষেপৰ ভাব প্ৰকাশ পাইছে স'চা, কিন্তু লগতে তেওঁৰ তেনে প্ৰযত্নৰো ইঙ্গিত আছে।

৪ ১৫ ১ ৩ বৰদলৈয়ে স্কটৰ উপন্যাস স্কুল-কলেজত থাকোঁতেই পঢ়াৰ সুযোগ পাইছিল আৰু কলিকতাত থকা ছাত্ৰবিলাকৰ মাজত সেইকালত বংকিমচন্দ্ৰ বা ৰমেশচন্দ্ৰ আদিৰ উপন্যাসে যথেষ্ট সমাদৰ পাইছিল। গতিকে, বৰদলৈয়ে কলিকতা এৰি অহাৰ সময়ত স্কট, বংকিমচন্দ্ৰৰ আৰ্হিত অসমীয়া উপন্যাস লিখাত মনোনিবেশ কৰিছিল।

৪ ১৫.২ স্কটৰ উপন্যাসক আৰ্হি হিচাপে ললেও বৰদলৈয়ে সকলো ক্ষেত্ৰতে সেই লিখকক অনুসৰণ কৰা নাই। স্কটৰ উপন্যাসত প্ৰাচীৰ, ৰাজপ্ৰসাদ, দুৰ্গ, ভগ্নস্তুপ, শোক-গাথা, স্থান-মাহাত্ম্য আদি যি গভীৰ ভাবে প্ৰকাশ পাইছে, কিম্বা সিবোৰৰ লগত বুৰঞ্জীৰ সম্পৰ্কাদি কল্পনাৰ দেউকা বগাই যি বিস্ময় বিমুগ্ধকৰ হৈ উঠিছে বৰদলৈৰ উপন্যাসত উঠা নাই। অৱশ্যে বুৰঞ্জীৰ লগত সামঞ্জস্য ৰাখি ঔপন্যাসিকে এই বিলাকৰ সমাবেশ কৰিবলৈ যত্ন নকৰা নহয়।

৪ ১৫ ২ ১ প্ৰতিখন উপন্যাসৰ কাহিনী সৃষ্টিত, ঘটনাৰ বিৱৰণত, লোক-বিশ্বাস, লোকগীত, লোক উৎসৱ আদিৰ বৰ্ণনা পোৱা যায়, কিন্তু ঠাই বিশেষে সেইবোৰ উপন্যাসৰ প্ৰথম প্ৰধান বস্তু চৰিত্ৰাদিৰ লগত নিবিড়ভাবে সম্পৰ্কযুক্ত হোৱা নাই, নাইবা উপন্যাসৰ সৌষ্ঠৱ বৃদ্ধিও কৰা নাই। উদাহৰণ স্বৰূপে 'ৰংগিলী'ত সন্নিবিষ্ট 'অসমীয়াৰ বিহু কি'—শিতানৰ বৰ্ণনাটোলৈ উনুকিয়াব পাৰি।[৭০] আনহাতে বিহুগীত, ঐনিতম, কিংবদন্তী আদিৰ সমাবেশত স্কটক অনুসৰণ কৰাটো তাৎপৰ্য্যপূৰ্ণ।

---

৬৯ দন্দুৱা দ্ৰোহ, পাতনি।
৭০ ৰংগিলী, ৬ষ্ঠ অধ্যায়।

৪·১৫·২·২ বিবিধ চৰিত্ৰৰ মুখত পৰিৱেশৰ লগত খাপ খুৱাই জনসাধাৰণৰ কথিত ভাষা প্ৰয়োগ কৰাৰ ঠাই থকা স্বত্তেও বৰদলৈয়ে কেৱল এঠাইতহে সেই ভাষাৰ প্ৰয়োগ কৰিছে, পানেইয়ে এনিশাৰ বাবে আশ্ৰয় লোৱা অৰ্ধশিক্ষিত অসমীয়া ডেকা এজনৰ ঘৰত তাইৰ মুখৰ ভাষা[৭১] ইয়াৰ সুন্দৰ উদাহৰণ—

(ক) 'ছিঃ।, তই বাল মানুহে আমাৰ মিৰিয়নীতো চকু দিয়। আমি তয়তৰ বেটীৰ জোৰৰো নয়ওঁ।'

(খ) 'এতিয়া নিকা তয়তৰ গৰতে চাপিলোঁ কি জানি এই দুকুকৰ অংয়াৰতো মই এপেৰা নিকা চাইদাৰ জিৰাবলৈকো পাওঁ। কিন্তু তই মোৰ আশ্ৰয়দাতা হৈয়ো মোক অইনায় কৰিবলৈ বিচাৰিলি। য়েন জানি বাগে কাওক, বালুকে কাওক মই যাওঁ গৈ।'

৪·১৫·৩ স্কটৰ উপন্যাসৰ সকলো কথা সুন্দৰভাৱে ৰূপায়িত কৰিব নোৱাৰিলেও বৰদলৈয়ে ৰচনা মোহনীয় কৰিবলৈ যথেষ্ট যত্ন কৰিছে। অসম দেশৰ পৰিস্থিতিৰ লগত খাপ খুৱাই ঘটনাৰ সমাবেশ কৰি চৰিত্ৰ সৃষ্টি কৰিছে আৰু পৰিবেশ আদি সজাই পৰাই লব লগা হোৱা বাবেই সম্ভৱতঃ তেওঁৰ ৰচনা স্কটৰ দৰে ৰোমাঞ্চকৰ হৈ পৰা নাই। স্কটৰ উপন্যাসৰ বিষয়বস্তু কাহিনী, ঘটনা আদি তেওঁতকৈ প্ৰায় এশ বছৰমানৰ আগৰ কালৰ স্কটলেণ্ডৰ সমাজ বুৰঞ্জীৰ পৰা আহৰিত অৰ্থাৎ চেমনীয়া কালত সেই অতীতৰ ঘটনাৰ লগত পৰিচিত লোকক স্কটে ব্যক্তিগত ভাৱে লগ পাই আহিছিল। বৰদলৈৰ ক্ষেত্ৰতো 'দন্দুৱা দ্ৰোহ' আৰু 'ৰাধাৰুক্মিণীৰ ৰণ' উপন্যাসৰ বাহিৰে আনবোৰ উপন্যাসৰ সমল মানৰ আক্ৰমণ অৰ্থাৎ এশ বছৰমান আগৰ কালৰ। বৰদলৈৰ পূৰ্ব পুৰুষ মানৰ অত্যাচাৰৰ সম্মুখীন হৈছে। ককাদেউতাকৰ ককায়েকক মানে কাটি বধ কৰিছিল।[৭২] গতিকে মানৰ আক্ৰমণৰ লগত বৰদলৈৰ এটা বিশেষ আবেগ বা ক্ষোভ জড়িত থকাত একো অস্বাভাৱিকতা নাছিল। বৰদলৈয়ে বুৰঞ্জীৰ স্বতঃসিদ্ধ ঘটনাতকৈ তাৰ লগত সংযুক্ত সৰু সৰু ঘটনা আৰু কাহিনীৰ সমাবেশ কৰিছে, তদুপৰি সাধাৰণ মানুহক সেইবোৰৰ লগত ঘনিষ্ঠভাৱে জড়িত কৰি কথা সাহিত্যিকৰ শিল্পীসুলভ দৃষ্টিভংগীৰে মনোৰমকৈ প্ৰকাশ কৰিবলৈ যত্ন কৰিছে। ইয়াৰ আঁৰতো স্কটৰ প্ৰভাৱ বিদ্যমান।

৪·১৫·৪ এইখিনিতে এটা পাৰ্থক্যও চকুত পৰে—স্কটৰ উপন্যাসত ডা-ডাঙৰীয়া যেনে ডিউক, বেৰণ, আদি সমাজৰ অতি উচ্চ আৰু সম্ভ্ৰান্ত শ্ৰেণীৰ সমাজ আৰু অতি সাধাৰণ শ্ৰেণীৰ সমাজ এই দুটা জীৱনধাৰাৰ ৰূপ সমান্তৰালভাৱে পোৱা যায়, কিন্তু বৰদলৈৰ উপন্যাসত পোৱা নাযায়। 'বহদৈ লিগিৰী' আৰু 'ৰংগিলী'ত আহোম ৰাজঘৰৰ উচ্চ সমাজখনৰ চাল-চলন, কথা-বতৰা আৰু সাধাৰণ প্ৰজাৰ সামাজিক

৭১ মিৰি জীয়ৰী, পৃ ৭১।
৭২ দ্ৰষ্টব্য-গ্ৰন্থৰ ২য় অধ্যায়ৰ ২.১৭.।

ব্যৱস্থাৰ ছবি আঁকিবলৈ যত্ন কৰিছে যদিও সমান্তৰাল ভাৱে প্ৰাঞ্জলৰূপত দাঙি ধৰিব পৰা নাই। সত্ৰামৰ দোপতদোপে হোৱা উন্নতি আৰু নিৰ্বাসনৰ মাজত তেনে ভাব প্ৰকাশ পালেও সি ক্ষীণ ৰূপতহে দেখা দিছে।

৪ ১৫ ৪ ১ এই প্ৰসংগতে মনলৈ আহে 'আইভান হো' উপন্যাসৰ ৰেবেকা চৰিত্ৰটিৰ লগত মিৰি-জীয়ৰীৰ ডালিমী চৰিত্ৰৰ সাদৃশ্যৰ কথা। শংকৰদেৱৰ 'ৰুক্মিণীহৰণ' নাটৰ ৰাণী শশীপ্ৰভা আৰু ৰুক্মবীৰৰ কথাযো নিৰমা আৰু তামেদ চৰিত্ৰ দুটিৰ কাৰ্য্যকলাপৰ মাজত ভুমুকি মাৰেহি। পুতেক ৰুক্মই মাক শশীপ্ৰভাৰ ওপৰত প্ৰভাৱ বিস্তাব কৰিছে, কিন্তু তামেদৰ মইমতালিত ঘৈণীযেক নিৰমাইহে নিতাল মাৰিছে। স্কটে দেশৰ অতীতক যিমান গভীৰ ভাৱে ভাল পাইছিল দেশৰ মাটিকো সিমানে গভীৰভাৱে ভাল পাইছিল।

৪ ১৫ ৪.২. বৰদলৈৰ উপন্যাসত অসমৰ প্ৰাকৃতিক সৌন্দৰ্য্য আৰু ঐতিহ্যমণ্ডিত অসমখন প্ৰাণতকৈয়ো গভীৰভাৱে ভাল পোৱাৰ বহু উদাহৰণ আছে।[৭৩] ইয়াৰ সকলো জাতি-উপজাতি, সমাজ-সংস্কৃতি, তান্ত্ৰিক-শৈৱ-শাক্ত-বৈষ্ণৱাদি ধৰ্ম আৰু সেই সকলোবিলাকৰ নানা ৰকমৰ আচাৰ-বিচাৰ আদিৰ প্ৰতি আছিল তেওঁৰ প্ৰগাঢ় শ্ৰদ্ধা। সেই কথা উপন্যাসৰ পাতে পাতে বিৰাজমান। স্কটৰ প্ৰকৃতিৰ প্ৰতি যি গভীৰ প্ৰেম অৰ্থাৎ প্ৰকৃতিৰ যি গভীৰ উপাসনা আছিল, বৰদলৈৰ কিন্তু প্ৰকৃতিৰ প্ৰতি সেই প্ৰত্যয় ক'তো প্ৰকাশ পোৱা নাই। থূল মূল ভাৱে বিচাৰ কৰিলে দেখা যায় যে বৰদলৈয়ে স্কটক বহুলাংশে অনুকৰণ কৰিছে যদিও অসমৰ প্ৰাচ্য-সংস্কৃতিৰ পটভূমিত উপন্যাস ৰচনা কৰিব লগীয়া হোৱা বাবে দুই-এটা কথাত আঁতৰিও আহিছে।

৪.১৫ ৪.৩ অৱশ্যে সৰ্বসাধাৰণ লোকৰ জীৱনত ওতঃপ্ৰোতভাৱে জড়িত দেশীয় তথা থলুৱা কথা, চিত্ৰৰ সমাবেশত বৰদলৈক স্কটে লোৱা দৃষ্টিভংগী আৰু উদ্দেশ্যৰ নিখুঁত অনুগামী বুলিব পাৰি। উদাহৰণ স্বৰূপে 'মনোমতী'ত বৰপেটাৰ দৌলোৎসৱ, সত্ৰ-কীৰ্তন ঘৰৰ বৰ্ণনা, সত্ৰৰ ভিতৰুৱা ভাল-বেয়া কথাৰ চিত্ৰ, 'দন্দুৱাদ্ৰোহ'ত সাতবিহুৰ বৰ্ণনা, বিহুনাচ, নিশা বিহু, বিবিধ খেল-ধেমালি, হৰদত্তৰ ঘৰুৱা পৰিবেশৰ মাজত দুৰ্গোৎসৱ, কামৰূপৰ ঢুলীয়া-খুলীয়া, গায়ন-বায়ন, কালীয়া, ওজাপালি, থিয়নাম, বেলবোধন, বিয়াৰ ঢুলীয়া, বৰযাত্ৰীক বাটত হেঙাৰ ধৰা, বাটচ'ৰাত দৰা আদৰা, কামৰূপৰ তীৰ্থস্থান, মঠ, মন্দিৰ, পূজাত দিয়া ছাগলী আদি বলি, 'ৰংগিলী'ত কুমাৰী ছোৱালীৰ বিয়া, বিহুতলিৰ ডেকা-গাভৰুৰ প্ৰেম, বিহুৰ চিত্ৰ, চ'ত মাহৰ নিশা বিহু, ৰংপুৰৰ পথাৰত ৰাজ পৃষ্ঠপোষকতাত পতা বিহু, শেন যুঁজ, মহ যুঁজ, গাঁৱৰ ভাওনা, ভাওনা তলীৰ পৰা প্ৰেমিকাক পলুৱাই নিয়া, ৰাজকাৰেঙৰ ভিতৰৰ বৰ্ণনা, যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰৰ বৰ্ণনা, দেওধনী নাচ, গাঁৱত গৰু ম'হ চৰোৱা, হাবিৰ বনৰীয়া জন্তু চিকাৰ, ইফালে সিফালে চাই আকস্মিকভাৱে দিনৰ ভাগতে প্ৰেমিকে

৭৩ দ্ৰষ্টব্য ঃ এই গ্ৰন্থৰ ১০ম অধ্যায়।

প্ৰেমিকাক চুম্বন কৰা, বন্ধু-বান্ধৱীৰ সহায়ত প্ৰেমিক-প্ৰেমিকাৰ প্ৰেমালাপ, কম বয়সীয়া ঘৈণীয়েকক মাৰপিট কৰা, পুষ্পিতা হোৱাৰ আগতে বামুণৰ কন্যাক য'তে-ত'তে বামুণ ল'ৰালৈ বিয়া দিয়া কু-প্ৰথা, ধৰ্মৰ নামত প্ৰচলিত নৃত্য-গীত, কু-সংস্কাৰ, অসহায় অৱস্থাৰ সুযোগ লৈ গাভৰু ছোৱালীৰ যৌৱন উপভোগৰ চেষ্টা, সমাজত বিয়া-বাৰুৰ আচাৰ-ব্যৱহাৰ, জোৰোণ দিয়া প্ৰথা, ছোৱালী খোজা-বঢ়া কৰা, নৈ-ঘাট-পথাৰ-গাওঁৰ ভাওনা-অভিভাৱকৰ অনুপস্থিতিৰ সুযোগত ডেকা-গাভৰুৰ প্ৰেমালাপ, আহোমৰ ভিতৰত মদৰ প্ৰচলন, নাওবোৱা, সতীয়া ল'ৰাৰ প্ৰতি মাহীমাকৰ কেটেৰ-জেঙৰ, তামোল-পানৰ ব্যৱহাৰ ইত্যাদি।

৪ ১৫.৪ ৪ স্কটৰ উপন্যাসত থকাৰ দৰে অতিপ্ৰাকৃত বা আলৌকিকতাই বৰদলৈৰ উপন্যাসতো বাৰুকৈয়ে স্থান পাইছে।[৭৪] নায়ক-নায়িকাই গভীৰভাৱে ভবাৰ ফলত Telepathy-ৰ নিদৰ্শনো আছে আৰু যাদুকৰ কাৰ্সাজীও বাদ পৰা নাই।

৪ ১৫ ৫ সমসাময়িক কলিকতীয়া প্ৰবাসী অসমীয়া ছাত্ৰ সকলৰ দৰে বৰদলৈয়ে স্কটৰ উপৰিও আৰু ভালেমান ঔপন্যাসিকৰ উপন্যাস অধ্যয়ন কৰিছিল, বিশেষকৈ অ ভা উ সা সভাৰ সদস্য সকলে অসমৰ ভাষা সাহিত্যৰ উন্নতিকল্পে বহু কাম হাতত লৈ পাঠ্যক্ৰমৰ বাহিৰৰ ভালেমান গ্ৰন্থাদিৰ অধ্যয়ন আৰু চিন্তা-চৰ্চা কৰিবলৈ বাধ্য হৈছিল। ফলত বৰদলৈয়ে ছেক্সপীয়েৰ, মাৰ্লো আদিৰ নাট্য ৰাজিৰ বাহিৰেও অলিভাৰ গোল্ডস্মিথ, ছেমুৱেল ৰিছাৰ্ডচন, হেনৰি ফিল্ডিং, টৌভিয়াছ স্মলেট, মেৰী কৰেলী, টমাচ হাৰ্ডি, ভিক্টৰ হিউগো, লৰ্ড লিটন, আলেকজেণ্ডাৰ ডুমা, ছাৰ্লচ ডিকেন্স, উইলিয়াম মেক্‌পীচ থেকাৰে, জৰ্জ এলিয়ট আদি ইংৰাজী সাহিত্যৰ বিশেষকৈ ৮শ আৰু ১৯শ শতিকাৰ ঔপন্যাসিক সকলৰ উপন্যাসৰ লগত পৰিচিত হৈ পৰিছিল আৰু সিসকলৰ ৰচনাৰাজিৰ দ্বাৰা তেওঁ যে বহুত উপকৃত হৈছিল তাত সন্দেহ নাই। বৰদলৈৰ উপন্যাস ৰচনা আছিল এক সাধনা স্বৰূপ আৰু ইংৰাজী ভাষাৰ ঔপন্যাসিক সকলৰ ভিতৰত স্কটৰ ওপৰতে তেওঁ দিছিল অধিক গুৰুত্ব।

৪ ১৫ ৬ গোল্ডস্মিথ, ফিল্ডিং আৰু হাৰ্ডি আদিৰ উপন্যাসবোৰ দৰাচলতে চৰিত্ৰৰ মাধ্যমত ৰূপায়িত কৰা একোটাহঁত দীঘলীয়া গল্প। বৰদলৈৰ উপন্যাসতো সেই নিচিনা দৃষ্টিভংগী বিশেষকৈ 'মিৰি-জীয়ৰী', 'নিৰ্মল ভকত' আৰু 'ৰংগিলী'ৰ পাতত সুন্দৰভাৱে ওলাই পৰে। ছেক্সপীয়েৰৰ নাটৰ প্ৰধান উদ্দেশ্য আছিল গভীৰ দুখতো অনুদ্বিগ্ন, মাত্ৰাধিক সুখতো নিস্পৃহ, খং আৰু ভয়ৰ মাজতো স্থিতপ্ৰজ্ঞ চৰিত্ৰ সৃষ্টি। বৰদলৈৰ চৰিত্ৰ ৰূপায়ণতো তেনেকুৱা উদ্দেশ্য চকুত পৰে।

৪ ১৫ ৬ ১ চৰিত্ৰ ৰূপায়ণত বিশেষকৈ স্থিতপ্ৰজ্ঞতাৰ প্ৰাধান্যৰ ক্ষেত্ৰত বৰদলৈয়ে গীতাৰ[৭৫] বাণী অনুসৰণ কৰা বুলি ভাবিবৰ থল আছে। কিয়নো ব্যক্তিগত জীৱনত

---

৭৪ দ্ৰষ্টব্য: এই গ্ৰন্থৰ ১১শ অধ্যায়।

৭৫ শ্ৰীশ্ৰীমদ্ভাগৱতগীতা, ২য় অধ্যায়, ৫৬ শ্লোক।

বৰদলৈয়ে ধৰ্মীয় চিন্তা-চৰ্চাৰ উপৰিও সাধু-সন্ন্যাসীৰ যোগাভ্যাস আৰু নানা ৰকমৰ সাধন পদ্ধতিৰ প্ৰতি অতি কৌতুহলপ্ৰৱণ আছিল। সেইদৰে ভাৰতীয় শাস্ত্ৰাদিও তেওঁ গভীৰভাৱে অধ্যয়ন কৰিছিল। গতিকে গীতাৰ প্ৰতি তেওঁৰ বিশেষ অনুৰাগ থকাটো স্বাভাৱিক। দয়াৰামসৰ্বস্ব জীৱনত ৰহদৈয়ে নিগমানন্দ স্বামীৰ কৃপাত নতুন জীৱন লাভ কৰি কৃষ্ণদাসী বৈষ্ণৱী হৈ সুকীয়াভাৱে জীৱন-যাপন কৰিছিল আৰু কমলাবাৰীৰ দীনবন্ধুৰূপী দয়াৰামক পূৰ্বৰ ৰহদৈৰ ৰূপদৰ্শন কৰাই দয়াৰামৰ আকুল আবেগতো সম্পূৰ্ণ অবিচলিত হৈয়ে থাকিল, ঈশ্বৰ চিন্তা আৰু স্বদেশ-স্বজাতিৰ হকে সজকৰ্ম কৰিলেহে উভয়ৰে আত্মাৰ মহামিলন হ'ব বুলি দয়াৰামক কৃষ্ণদাসীয়ে দিয়া উপদেশৰ কথা[৭৬] এই প্ৰসংগতে মনলৈ আহে।

৪.১৫.৬২ পদুমী ঘটনাচক্ৰত পৰি মান সেনাপতিৰ ভোগৰ বস্তু হৈ ৰক্ষিতাৰূপে সতীত্ব বিসৰ্জন দি থকা কালতো সুখৰ সংসাৰ ৰচনা কৰিবলৈ বুলি পলাই অহা শান্তিৰামক পায়ো বিচলিত নহ'ল, অতি ধৈৰ্য্য সহকাৰে শান্তিৰামক বুজাই বঢাই শান্ত কৰি বন্দীশালৰ পৰা মুকলি কৰি দি আন এজনী যোগ্য ছোৱালী বিয়া কৰাই গৃহস্থী হবলৈ কোৱাৰ উপৰিও পমীলাৰ হাতত দি পঠোৱা চিঠিৰে[৭৭] শান্তিৰামৰ মনত প্ৰভাৱ বিস্তাৰ কৰা কথাৰ আঁৰতো এই চৰিত্ৰৰ ত্যাগ আৰু মহানুভৱতা প্ৰকাশ পাইছে। পদুমীয়ে জানি-শুনিও এই ঘৃণিত জীৱনৰ ওৰ পেলোৱা নাই এটা আশাৰে যাতে মান সৈন্যই ধৰি-বান্ধি অনা আন অসমীয়া নাৰীক তেনে সাম্ভাব্য বিপদৰ পৰা বচাব পাৰে। ই সামান্য ত্যাগৰ নিদৰ্শনেই নহয় স্বদেশ, স্বজাতিৰ প্ৰেম আৰু স্থিতপ্ৰজ্ঞতাৰো এক উৎকৃষ্ট দৃষ্টান্ত। এনেকুৱা সৰ্বগুণী সাইলাখ অসমীয়া নাৰী চৰিত্ৰ সৃষ্টিৰ ক্ষেত্ৰত বৰদলৈৰ বিদেশী প্ৰখ্যাত সাহিত্যিকৰ অনুকৰণ প্ৰশংসাৰ বস্তু।

৪.১৫.৬৩. গাভৰু কালৰ দুৱাৰদলিত ভৰি দি যৌৱনৰ প্ৰথম মাদকতাতে হৃদয়াসনত প্ৰতিষ্ঠা কৰা প্ৰেমাস্পদ সত্ৰামৰ পৰা কোনো সঁহাৰি নাপায়ো ৰংগিলীয়ে কিন্তু এটা মুহূৰ্তৰ বাবেও সত্ৰামক সেই হৃদয়বেদীৰ পৰা ননমালে। যুদ্ধক্ষেত্ৰত নিশাৰ জোনৰ পোহৰত সেই প্ৰাণৰ দেৱতাৰ মৃতদেহ দেখিও চকুলো সম্বৰণ কৰি আহত শান্তিৰামৰ শুশ্ৰূষাত মন ঢালি দি বৈষ্ণৱীৰ জীৱন-যাপন কৰি শেষত দহৰ তথা দেশ আৰু সমাজৰ কল্যাণমূলক কামত জীৱন উছৰ্গা কৰিলে। এইদৰে দেখা যায়, বৰদলৈৰ উপন্যাসৰ নায়ক-নায়িকাৰ প্ৰেমৰ বিকাশ অতি তাৎপৰ্য্যপূৰ্ণ। বৰদলৈৰ ধাৰণা প্ৰেম উপন্যাসৰ এটা প্ৰধান অংগ আৰু য'তে ত'তে পোৱা এলাপেচা বস্তুও নহয়। ঐশ্বৰিক দুৰ্লভ সম্পদ। নায়ক-নায়িকাৰ প্ৰেমৰ বিকাশৰ মাজত নিহিত থাকে জীৱনৰ বিকাশ আৰু চৰম আনন্দোপলব্ধি।[৭৮]

---

৭৬ ৰহদৈ লিগিৰী, পৃ ২০৬।

৭৭ মনোমতী, পৃ. ১৮১-১৮৩।

৭৮ 'বৰদলৈৰ ৰচনামালা'ৰ অন্তৰ্গত প্ৰবন্ধ 'অসমত উপন্যাসৰ সঁহাৰি', পৃ. [illegible]।

৪.১৫.৬.৪ পানেই-জংকীৰ প্ৰেমৰ লগত ৰোমিও আৰু জুলিয়েটৰ প্ৰেম বিজাৰৰ মন যায়। সেইদৰে ক্ৰিষ্টফাৰ মাৰ্লোৰ দীঘল কবিতা 'হিৰো এণ্ড লিয়েণ্ডাৰ'ৰ প্ৰেমিক-প্ৰেমিকাৰ প্ৰথম দৃষ্টিতে চাৰি চকুৰ মিলনৰ মাজেদি ওপজা প্ৰেমৰ লগত মনোমতী আৰু লক্ষ্মীকান্তৰ দৌলোৎসৱৰ প্ৰথম সাক্ষাতত হোৱা প্ৰেমৰ তুলনা হয়। নিৰ্মল-ৰূপহী, ধনেশ্বৰ-আঘোণী, ৰহদৈ-দয়াৰাম, পদুমী-শান্তিৰাম, কেতেকী-জয়ৰাম, বিচিত্ৰ-মনাই আদিৰ মাজত গঢ় লোৱা প্ৰেম দৰাচলতে গুণজ প্ৰেম। এই বিলাকৰ মাজত ইজনে সিজনৰ ৰূপ-যৌৱনপূৰ্ণ দেহশ্ৰীৰ মাদকতাৰ প্ৰতি বলিয়া হৈছে, সংযমৰ বান্ধ কিঞ্চিত হলেও শিথিল হৈছে। বিয়াৰ আগতেই চুম্বনেৰে প্ৰেমিকাৰ মন আপ্লুত কৰিছে।

৪.১৫.৬.৫ আনহাতে ডালিমীৰ জংকিৰ প্ৰতি ওপজা প্ৰেম কিন্তু গুণজ প্ৰেমৰ বহু ওপৰত আছিল। ৰূপহীৰ প্ৰতি নিৰ্মলৰ প্ৰেমকো এই একে শাৰীতে থব পাৰি। চৈধ্য বছৰ কাল অত্যাচাৰী মানহঁতৰ দেশত বন্দী জীৱনত অতি ৰূপৱতী বগী বগী স্বাস্থ্যৱতী গাভৰুক বিয়া কৰোৱাৰ সুযোগ পায়ো ৰূপহীৰ কথাকে ভাবি ভাবি দেশলৈ উলটি আহি যেতিয়া দেখিলে যে ৰূপহীয়ে অনিৰামৰ লগত বিবাহিত জীৱন যাপন কৰি সুন্দৰ পুত্ৰৰ মাতৃ হৈ হাঁহিৰে সংসাৰ ওপচাই পেলাইছে, তেতিয়া নিৰ্মলে অন্তৰৰ সেই গভীৰ প্ৰেমৰ স্বচ্ছতাৰ মাজতেই বিচাৰি পাইছে জীয়াই থকাৰ আনন্দ আৰু সাৰ্থকতা। এইখিনিতে অৱশ্যে মনলৈ আহে 'অব হিউমেন বণ্ডেজ'ৰ নায়ক ফিলিপে খোলা অন্তৰেৰে অতি আনন্দ মনেৰে 'ৰোস্তোৱা'ৰ 'ৰেইষ্ট্ৰেছ' জনীৰ প্ৰেমত পৰা কথা, যি প্ৰেমে কিন্তু তাইৰ মনত একো আলোড়ণৰ সৃষ্টি কৰিব নোৱাৰিলে আৰু তেতিয়া ফিলিপে আক্ষেপ কৰিছিল যে পৃথিৱীত ভাল পাওঁতাৰ অভাৱ নাই, অভাৱ কেৱল ভাল পাবলৈ দিওঁতাৰহে। নিৰ্মল আৰু ডালিমীৰো সেই একে অৱস্থা।

৪.১৫.৬.৬ 'ৰংগিলী' উপন্যাসত ৰংগিলীয়ে সপোনত[৭১] দেখিবলৈ পাইছে ঘৰত যি জুই জ্বলিছে তাক নুমাব পৰা নাই আৰু সেই জুয়ে গোটেই অসমদেশ ছানি পেলাইছে। সত্ৰামে সেই সপোনৰ কথা উৰুৱাই পেলাইছে। এই সপোনৰ লগত ছেক্সপীয়েৰৰ জুলিয়াচ চীজাৰৰ ঘৈণীয়েকৰ সপোনৰ তুলনা কৰিব পাৰি। চীজাৰ পত্নীয়ে অমংগলীয়া সপোন দেখি চীজাৰৰ আগন্তুক বিপদৰ কথা ভাবি ভয় খাইছিল। 'ৰংগিলী'তো সপোনে সিহঁতৰ ব্যক্তিগত জীৱনত আৰু লগতে দেশৰ ভৱিষ্যত বিপদৰ সংকেত দিছে। তেনেকুৱা অৰ্থপূৰ্ণ সপোন প্ৰাচীন সাহিত্যতো আমি পাওঁ।

৪.১৫.৭. 'নিৰ্মল ভকত' উপন্যাসখন ইংৰাজ কবি টেনিচনৰ 'এনক আৰ্ডেন' কাব্যৰ কাহিনীৰ আধাৰত ৰচিত। সাগৰ তীৰত এনিলী নামৰ ছোৱালী জনীৰ লগত এনক্ আৰু ফিলিপ্ নামৰ ল'ৰা দুটাই প্ৰায়ে দৰা-কইনাৰ খেল-খেলে আৰু এদিন সেই খেল প্ৰসংগতে সিহঁতৰ মাজত বিবাদ হৈ এনিলীৰ উপদেশ মতে এনক্ আগতে দৰা হ'ল

৭১ 'ৰংগিলী', পৃ. ১৫৩।

আৰু পিছৰ বাৰ খেলত ফিলিপ্ দৰা হ'ল। সেই ধেমালিযে দৈৱক্ৰমে ডেকা কালত বাস্তৱত পৰিণত হ'ল। এনকে প্ৰথমে দিয়া বিযাৰ প্ৰস্তাৱত এনিলীয়ে সম্মতি জনালে। লাজকুৰীযা ফিলিপ নীৰৱ হৈ থাকোঁতে গ'ল। ইতিমধ্যে এনক বণিজলৈ গৈ নাও বুৰি নিৰ্জন দ্বীপ এটাত অকলশৰে দহবছৰ কাল কটাব লগীযা হ'ল। ইফালে কেবা বছৰ ধৰি অপেক্ষা কৰিও এনিলীযে যেতিয়া দেখিলে এনক উভতি অহা নাই তেতিয়া পূৰ্বৰ নীৰৱ প্ৰেমিক ফিলিপ্‌ক বিযা কৰাই এনিলীয়ে নতুন জীৱনত ভৰি দিলে। তাৰ কিছুদিনৰ পিছত সেই দ্বীপলৈ যোৱা জাহাজ এখন পাই এন্‌ক উভতি আহিল, তাৰ গাঁৱৰ ঘৰৰ কোনো চিন-চাব নেদেখি ওচৰৰে এটা ছৰাইখানাত আশ্ৰয লৰেিহ আৰু তাতেই এগৰাকী বুঢ়ী মিৰিযামৰ পৰা এনিলী আৰু ফিলিপৰ বিযা হোৱা কথা জানিব পাৰিলে আৰু মনক প্ৰবোধ দিব নোৱাৰি এনি-ফিলিপৰ নতুন সংসাৰখন কৌশলেৰে চাই আহিল। এনিহঁতৰ সুখৰ সংসাৰ ভাগি যায বুলি ভয কৰি সিহঁতক আমনি নিদিওঁ বুলি সিহঁতক নিজৰ চিনাকি নিদিলে যদিও সেই শোকতে বেচেৰা এনকৰ দেহা ভাগি পৰিল। বহুদিন ভুগি থাকি মৃত্যুৰ মুখত পৰিল। মৰাব আগে আগে মেৰিযামৰ আগত নিজৰ পৰিচয ব্যক্ত কৰাৰ লগতে মৃত্যুৰ পিছত যাতে এনি আৰু ফিলিপক তাৰ সকলো কথা জনায় তাৰ বাবে বুঢ়ীক মিনতি জনালে। মিৰিযামেও এনকৰ অনুৰোধ ৰাখিলে। এনি আৰু ফিলিপে মৃত্যুৰ পিছত বেজাৰ মনেৰে যথা সম্মানেৰে এনকৰ সৎকাৰ কৰিছিল।

৪১৫৭১ এই কাহিনীটোকে নিৰ্মল, অনিৰাম আৰু ৰূপহীৰ মাজেদি মানৰ আক্ৰমণৰ সময়ত উজনি অসমৰ পটভূমিত যুগুত কৰা 'নিৰ্মল-ভকত' উপন্যাসত দাঙি ধৰিছে। নিৰ্মলক কিন্তু বৰদলৈযে প্ৰেমিকাৰ অৱহেলাজনিত কাৰণত দুখৰ হুমুনিয়াহ এৰি হতাশাত মৃত্যু হবলৈ দিযা নাই, বৰং তেনেকুৱা পৰিস্থিতিত নাযক-নায়িকাক ভগৱন্মুখী কৰিবলৈহে যত্ন কৰিছে। বৰদলৈ আত্মহত্যাৰ সমূলি পক্ষপাতী নহয। অৱশ্যে ৰহদৈৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম দেখা যায যদিও সেইযা প্ৰেমিকৰ দ্বাৰা উপেক্ষিতা হোৱা বাবে নহয, পদে পদে পুৰুষ-প্ৰধান সমাজৰ দ্বাৰা লাঞ্ছিতা হোৱাৰ বাবেহে। গতিকে প্ৰেমিকাৰ দ্বাৰা উপেক্ষিত নিৰ্মলে জীৱনৰ বাকী ছোৱা কাল অসমৰ বৈষ্ণৱ সত্ৰৰ এটা শুদ্ধ সত্য পৰিবেশৰ মাজত পবিত্ৰ জীৱন-যাপনৰ চেষ্টা কৰিছে, লগতে সাংসাৰিক জীৱনত তাৰ প্ৰযোজনীয়তাৰ দিশটো বৰদলৈযে সংসাৰী হবলৈ গৈ ব্যৰ্থ হোৱা নিৰ্মলৰ যোগেদি প্ৰকাশ কৰাৰ চেষ্টা কৰিছে। এযা বৰদলৈৰ অসমীযা সমাজৰ পুণৰ্গঠন আৰু নৱজাগৰণৰে এটা অৰ্থবহ প্ৰচেষ্টা।

৪.১৫.৭.২. *টৌনিচনৰ কাব্যখনৰ কাহিনীৰ আধাৰত অসমৰ পটভূমিত উপন্যাস* ৰচনা কৰিবলৈ গৈ বৰদলৈযে তৃতীযবাৰৰ মানৰ আক্ৰমণৰ সমসাময়িক পৰিবেশটো বাছি লৈছে। কিয়নো এৰাধৰাকৈ তিনিবাৰ মানৰ আক্ৰমণত দেশ উচ্ছন গৈছে, সকলো অসমীয়াই থলুৱা আদৰ্শৰ ভিত্তিত দেশৰ পুনৰগঠনত মন দিয়া উচিত। পুৰীতি নিশা

ভাওনাৰ থলীৰ পৰা পলুৱাই নি বিয়া কৰাই দুৰ্ভাগ্যক্ৰমে মানৰ হাতত নিৰ্মল বন্দী হ'ল আৰু মান দেশত তাৰ জীউলাও স্বৰূপ ৰূপহীৰ স্মৃতিকে গুণি-গাথি চৈধ্য বছৰ-কাল কটাই স্বদেশলৈ উভতিল। মানৰ আক্ৰমণৰ অৱতাৰণাত দুয়োৰে দীঘলীয়া বিচ্ছেদ দেখুৱাবলৈ সুচল হৈছে। টৌনিচনৰ এনক্-এনিলীৰ বিচ্ছেদ সহিব নোৱাৰি অকালতে ঢোকাল, কিন্তু বৰদলৈৰ নিৰ্মল সেই বিচ্ছেদত ভাগি নপৰিল, দক্ষিণপাট সত্ৰৰ উদাসীন ভকত হৈ ধৰ্মচৰ্চাত কাল কটালে।

৪১৫৭৩ বৰদলৈৰ উপন্যাসত হিন্দু ধৰ্মৰ বিশেষকৈ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ বেছি, নিৰ্মলৰ ৰূপহীমুখী প্ৰেম ঈশ্বৰমুখী হ'ল। সংসাৰী লোকে পালন কৰিব লগীয়া বৈষ্ণৱ ধৰ্মৰ কথাবোৰ নিৰ্মলে অতি সৰল ব্যাখ্যাৰে দাঙি ধৰিছে। কৃষ্ণ-নাম-মাহাত্ম্য, 'গুৰু'ৰ তাৎপৰ্য্য, 'গুৰু'ৰ প্ৰযোজন, 'গুৰু'ৰ প্ৰকাৰভেদ, 'গুৰু' মাহাত্ম্য, সত্ৰৰ গুণ-গৰিমা, প্ৰায়শ্চিত্ত, শৰণ-ভজন, ব্ৰহ্মচৰ্য্য-সাধন আদি ধৰ্মৰ কথাবোৰ[৮০] উদাসীন নিৰ্মলৰ মুখত দি বৰদলৈয়ে পুথিখনিৰ মৰ্যাদা বৃদ্ধি কৰিছে। মানুহৰ জীৱনতকৈ শ্ৰেষ্ঠ সম্পদ একোৱেই নহয। গতিকে জীৱনত দুখ-কষ্ট বা লটি-ঘটি যিমানে নহওক জীযাই থাকি সজ চিন্তা, সজ কৰ্ম, সজ লোকৰ সমাজত বসবাস কৰাহে মানুহৰ কৰ্তব্য। সেইবাবেই ৰূপহীৰ দ্বাৰা বিস্মৃত নিৰ্মল এটা সুকীয়া পৰিবেশত আধ্যাত্মিক চিন্তা-চৰ্চাৰ পৰিবেশত জীৱন নিৰ্বাহ কৰিলেহি। ইয়াৰ অন্তৰালতো আছে স্বদেশপ্ৰীতি আৰু দেশৰ হিত চিন্তা। সেইবাবেই নিৰ্মলে আনন্দ বিহ্বলভাৱে কৈ গৈছে—

> 'মোৰ দেশৰ গছ, গছনি, তৰু, তৃণ, পশু, পক্ষী, পতঙ্গ এই সকলো মোৰ নিজা নহয়নে? মোৰ এই অসম দেশখনেই মোৰ দেশ নহয়নে? মইনো আন কোন ঠাইত এই নদী, এই হাবি, এই ব্ৰহ্মপুত্ৰ, এই সত্ৰ, এই বৈষ্ণৱবৃন্দ পাম?'[৮১]

৪১৫৭৪ উপন্যাসৰ মূল জ'কাটো ইংৰাজ কবিৰ পৰা ললেও বৰদলৈয়ে কিন্তু পাশ্চিমীয়া বস্তুবাদী দৰ্শনৰ প্ৰতি আওকাণহে কৰিছে, সাংসাৰিক জীৱনৰ ব্যৰ্থতাত নায়কক জীয়াই ৰখাৰ কোনো অৰ্থ টৌনিচনে বিচাৰি নাপালে। আনহাতে ভাৰতীয় দৰ্শনৰ আধ্যাত্মিকতাৰ মোহ বৰদলৈয়ে বিসৰ্জন দিবলৈ সমূলি প্ৰস্তুত নহয় বাবে সংসাৰী জীৱনত ব্যৰ্থতাই আৱৰি ধৰিলেও আধ্যাত্মিক জীৱনত কি সুখ আৰু প্ৰশান্তি আছে সেই কথা প্ৰতিপন্ন কৰিবলৈকেই যেন নিৰ্মল জীয়াই থাকিল। দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰে নিৰ্মলক বিয়া-বাৰু কৰাই গৃহস্থী হবলৈ উপদেশ দিছিল যদিও উপায় নাপায়হে তাক শৰণ-ভজন দি উদাসীন ভকতৰূপে সত্ৰত থাকিবলৈ অনুমতি দিছে।[৮২]

---

৮০ নিৰ্মল ভকত, ১৮, ২০শ, ২১শ, ২৩শ, ২৪শ অধ্যায়।

৮১ নিৰ্মল ভকত, পৃ ৬৭।

৮২ ঐ পৃ. ৫৭-৫৮।

অসমৰ পটভূমিত এইখিনিৰ সংযোজন নিসন্দেহে বৰদলৈৰ সমাজ তথা জাতি-সচেতন বিচাৰ-বুদ্ধিৰ পৰিচায়ক।

৪·১৫৮· এইখিনিতে 'মিৰি-জীয়ৰী'ৰ ক্ষেত্ৰত আৰু এটা কথা মনলৈ আহে। থমাছ হাৰ্ডিৰ 'দি ৰিটাৰ্ণ অব দি নেটিভ' উপন্যাসখনৰ লগত 'মিৰি-জীয়ৰী'খনৰ সাদৃশ্য চকুত পৰে। দুয়োখনেই আঞ্চলিক উপন্যাস 'এগডন হিথ' ঠাইখনৰ ওপৰত গঢ় লৈ উঠা হাৰ্ডিৰ উপন্যাসখনৰ দৰে বৰদলৈৰ 'মিৰি-জীয়ৰী' লক্ষীমপুৰ জিলাৰ সোৱণশিৰি, ঘুণাসুঁতি অঞ্চলৰ পটভূমিত মিৰি সমাজক লৈ লিখা উপন্যাস। সোৱণশিৰি যেনেকৈ এক নিৰ্বাক চৰিত্ৰ সদৃশ এগডন হিথ একেদৰে এক নিৰ্বাক জীৱন্ত চৰিত্ৰ। দুয়োখন উপন্যাসেই ট্ৰেজিক আৰু কাহিনীৰ গঠনতো সাদৃশ্য আছে, তেনেই সহজ, ক'তো জটিলতা নাই। নায়ক-নায়িকাৰ প্ৰেমৰ ব্যৰ্থতা প্ৰকাশ পালেও তাৰ মাজতেই নিহিত আছে আবেগিক তান, প্ৰেমিক-প্ৰেমিকাৰ প্ৰণয়-প্ৰীতিৰ প্ৰকাশভঙ্গিও পোনপতীয়া, পৰিৱেশ সৃষ্টিতো স্বাভাৱিক। তাৰ উপৰিও 'মিৰি-জীয়ৰী'ত দুজনী গাভৰুৰ প্ৰেমাংকুৰ এজন যুৱকক কেন্দ্ৰ কৰি আৰু হাৰ্ডিৰ উপন্যাসত একেজনী নাৰী লৈয়ে দুজন পুৰুষৰ প্ৰেম। তাতোকৈ ডাঙৰ কথা সোঁৱণশিৰি এৰি সেইখন সমাজৰ কোনো মানুহ কেনিও যাব নোৱাৰে। ভৈয়ামৰ সোঁৱণশিৰিৰ পাৰৰ পৰা পলাই গৈয়ো জংকি পানেই ৰব নোৱাৰিলে, গাছি মিৰিৰ হাতত বন্দী হৈ মৃত্যুৰ পিছত আকৌ সোঁৱণশিৰিৰ পাৰলৈকে পূৰ্বৰ গাঁৱখনিলৈ উলটি আহিছে। হাৰ্ডিৰ উপন্যাসতো ইষ্টাচিয়া আৰু উইলদিভ পলাই যোৱাৰ সংকল্পলৈয়ো এগডন হিথৰ পৰা আঁতৰি থাকিব নোৱাৰিলে, নৈখনেই সিহঁতক যাবলৈ নিদিলে, মৃত্যুৰ পিছতহে মুক্তি দিলে।

৪ ১৫ ৮ ১ এই দুয়োখন উপন্যাসৰ আটাইতকৈ মহত্বপূৰ্ণ আৰু নিৰ্বাকভাৱে সক্ৰিয় ভূমিকা লোৱা ঠাই হ'ল এগডন হিথ আৰু সোঁৱণশিৰি নদীখন। হাৰ্ডিয়ে প্ৰাকৃতিক বৰ্ণনাৰ মাজে মাজে কবিতাৰ সংযোজনা কৰাৰ দৰে বৰদলৈয়েও অধ্যায়ৰ আৰম্ভণিতে ঠায়ে ঠায়ে প্ৰখ্যাত ইংৰাজ কবিৰ কবিতাৰ উদ্ধৃতি দিয়াতো মন কৰিবলগীয়া। দুয়োখন উপন্যাসতে ডেকা-গাভৰুৰ প্ৰেমৰ ওপৰত অত্যধিক গুৰুত্ব প্ৰদান কৰা হৈছে। কিন্তু জীৱনৰ পৰিণতি দুয়োজনৰে কৰুণ, জংকি-পানেই আৰু ইষ্টাচিয়া-উইলদিভ ইয়াৰ উৎকৃষ্ট উদাহৰণ। অৱশ্যে উভয়ে নিয়তিৰ বিধান তথা অদৃষ্টত আস্থাশীল।

৪ ১৫ ৮ ২ প্ৰসিদ্ধ ঔপন্যাসিক হাৰ্ডিৰ ১৮৭৮ চনত প্ৰথম প্ৰকাশিত এই উপন্যাসখনৰ প্ৰায় সোতৰ বছৰ পিছত 'মিৰি-জীয়ৰী' ছপা হয়। 'মিৰি-জীয়ৰী' উপন্যাসখন লক্ষীমপুৰৰ সোঁৱণশিৰী অঞ্চলৰ মিৰি সমাজৰ এটা কাহিনীৰ আলমত ৰচিত হলেও ইয়াৰ পৰিকল্পনা, ঘটনা, পৰিৱেশ আদিৰ সৃষ্টি, চৰিত্ৰায়ণ, নদীৰ পৰিৱেশ আৰু কাৰ্যকলাপ আদি একাধিক দিশত হাৰ্ডিৰ উল্লিখিত উপন্যাসৰ দ্বাৰা বৰদলৈ অনুপ্ৰাণিত হোৱাটো একো অস্বাভাৱিক নহয়। বৰদলৈৰ প্ৰথম উপন্যাসখনেই

ইমান সৰবৰহী ৰূপত দেখা দিয়াৰ আঁৰত তেনে এক আদৰ্শই বিশেষ অৰিহণা যোগোৱা বুলি ভাবিব পাৰি। অসমীয়া সাহিত্যৰ বুৰঞ্জীত এইখনকে প্ৰথম সাৰ্থক উপন্যাস-ৰূপে অভিহিত কৰা হয়। হাৰ্ডিৰ উক্ত উপন্যাসৰ পৰা প্ৰেৰণা লাভ কৰি বৰদলৈয়ে হাতত কলম তুলি লৈয়েই সম্ভৱতঃ ইমান মনোৰম উপন্যাস এখন সৃষ্টি কৰিব পাৰিছিল। পাশ্চাত্যৰ কৃতীমান লিখকৰ আহিৰ্ত বৰদলৈয়ে দেশীয় এটা কাহিনী নিতান্ত এক স্বাভাৱিক পটভূমিত তুলি ধৰি চিৰকালৰ বাবে আমাৰ মাজত জীৱন্ত আদৰ্শৰূপে জিলিকি আছে।

৪.১৫.৯ ৰজনীকান্ত বৰদলৈয়ে বঙ্গৰ উপন্যাসিক বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়কেই সৰ্বাধিক অনুকৰণ কৰিছে। বঙ্কিমৰ বঙ্গ তথা বাংলা প্ৰীতিৰ লগত বৰদলৈৰ অসম-প্ৰীতিৰ মিল দেখা যায়। বঙ্গ সংস্কৃতিয়ে বঙ্কিমৰ উপন্যাসত প্ৰাধান্য পোৱাৰ দৰে বৰদলৈৰ উপন্যাসত অসম সংস্কৃতি শ্ৰেষ্ঠ অবলম্বনৰূপে দেখা দিছে। ইয়াৰ উপৰিও উপন্যাস ৰচনাৰ কথা তথা কাৰিকৰী কৌশলতো বৰদলৈয়ে বঙ্কিমক যথেষ্ঠ অনুকৰণ কৰিছে। গুৰুত্বপূৰ্ণ কোনো ঘটনাৰ ভৱিষ্যতৰ সাম্ভাব্য পৰিণতিৰ ইঙ্গিত দিবলৈ গৈ পাঠকক সম্বোধন কৰি নিজৰ বক্তব্য উপস্থাপন কৰিছে একাধিক স্থানত সৰহ সংখ্যক উপন্যাসত।[৮৩] এইয়া বঙ্কিমৰ হুবহু অনুকৰণ। অৱশ্যে সেইকালত বিবিধ আধুনিক ভাৰতীয় ভাষা-সাহিত্যিকৰ মনত প্ৰভাৱ বিস্তাৰ কৰা বঙ্কিমচন্দ্ৰৰ উপন্যাসৰ আন এটা বিশেষত্ব হ'ল ঘটনাৰ তীব্ৰতা সৃচাই সাম্ভাব্য পৰিণতিৰ সংকেত আগধৰি দিবলৈ সংযোগ কৰা সপোনৰ সমাবেশ। 'খাম্বা-থোইবীৰ সাধু' আৰু 'ৰাধা-ৰুক্মিণীৰ ৰণ'ৰ বাহিৰে আন আটাইকেইখন উপন্যাসতে বৰদলৈৰ হাতত সপোনে এক বিশেষ মৰ্য্যাদা লাভ কৰিছে।

৪.১৫.৯.১ বঙ্কিমচন্দ্ৰই কাহিনীৰ বিশেষ বিশেষ পৰিস্থিতিত সংস্কৃতবহুল শব্দ প্ৰয়োগ কৰি ঘটনাৰ বৰ্ণনা গহীন গম্ভীৰ কৰি তুলিছে। বৰদলৈৰ ৰচনাৰ মাজত সেই পদ্যৰীতিৰ অভাৱ, তেওঁৰ ৰচনাৰীতি সৰল, সহজ আৰু স্বাভাৱিক, ভাষাত সংস্কৃতৰ কঠিন সন্ধি-সমাসযুক্ত জটিলতা নাই, বৰং ঘৰুৱা পৰিবেশত ব্যৱহৃত দৈনন্দিন জীৱনৰ সৰল ভাষা।

৪.১৫.৯.২. বঙ্কিমচন্দ্ৰৰ 'ৰাজসিংহ' আৰু 'আনন্দমঠ' উপন্যাসত ঐতিহাসিক তথ্যাদি অৰ্থাৎ ইতিহাসৰ ঘটনা, পৰিবেশ, ৰজা বা ডা-ডাঙৰীয়া আদি বিশেষ ব্যক্তিয়ে প্ৰধান স্থান পাইছে। একেদৰে বৰদলৈৰ 'দন্দুৱা দ্ৰোহ' আৰু 'ৰাধা ৰুক্মিণীৰ ৰণ' উপন্যাসতো বুৰঞ্জীৰ ঘটনা আৰু ঐতিহাসিক ব্যক্তিয়ে বিশেষ ঠাই অধিকাৰ কৰিছে। 'দন্দুৱা দ্ৰোহ'ৰ বদন বৰফুকন, হৰদত্ত-বীৰদত্ত, কলীয়া ভোমোৰা বুৰঞ্জী প্ৰসিদ্ধ লোক;

---

৮৩ মিৰি-জীয়ৰী পৃ. ৫১, ৭০, ৭৯, ৯৫ ; দন্দুৱা দ্ৰোহ, পৃ ৮, ৫৫, ১০০ , ৰংগিলী, পৃ. ৬, ১৫, ২৩, ৪৩, ১১৩, ১৩, ১৪৯, ১৮১, ২০০ ; ৰহদৈ লিগিৰী, পৃ ৪৪, ৭৯, ১১৫, ১২১ ; মনোমতী, পৃ. ৮৫, ১৫২, ১৬৫, ১৬৯।

আকৌ 'ৰাজসিংহ' তো ৰাজসিংহ আৰু ঔৰঙ্গজেৱ ইতিহাস প্ৰসিদ্ধ ব্যক্তি, তেওঁলোকৰ মাজত হোৱা সংঘৰ্ষ, চল-চক্ৰান্ত আদিও ইতিহাসৰে বস্তু। বঙ্কিমৰ 'ৰাজসিংহ'ৰ দৰে বৰদলৈয়ে ইয়াত বুৰঞ্জীৰ ঘটনা আৰু তথ্যপাতিৰ ওপৰত অধিক মনোযোগ দিছে। ফলত উপন্যাস হিচাপে ইয়াত আৰোপ কৰিবলগীয়া কাৰিকৰী কৌশল আৰু কল্পনাৰ ৰহণ বৰ কম। বঙ্কিমৰ ৰচনাত কিন্তু তেনেকুৱাকৈ অনধিক কল্পনাৰ ৰহণ চকুত নপৰে। 'ৰাজসিংহ'ৰ দৰে বঙ্কিমৰ 'আনন্দমঠ' উপন্যাসৰো প্ৰাণকেন্দ্ৰ ইতিহাস আৰু এই দুয়োখনতে কাহিনীৰ আঁৰত আছে দেশাত্মবোধৰ অন্তৰ্প্ৰবাহ। বৰদলৈৰ উপন্যাসতো সেই দেশাত্মবোধ বিশেষকৈ অসম আৰু অসমীয়া প্ৰীতিৰ ভাব সুন্দৰভাৱে চকুত পৰে। অৱশ্যে বৰদলৈৰ কেবাখনো উপন্যাসৰ পটভূমি মানৰ আক্ৰমণ, মৰাণ তথা মোৱামৰীয়াৰ উত্থানকালৰ অসম যদিও, তাত নায়ক-নায়িকা প্ৰতিনায়ক আদি কল্পনাৰ ৰহণেৰে বোলাই বুৰঞ্জীৰ সঁচা চৰিত্ৰৰ দৰে জীৱন্ত কৰি তুলিছে।

৪১৫৯৩ প্ৰেমৰ ক্ষেত্ৰত বঙ্কিমৰ নায়ক-নায়িকাই বিফল হৈ সন্ন্যাসীৰ জীৱন-যাপন কৰিছে। মুছলমানী আয়েষাই জগৎসিংহৰ প্ৰেম লাভ কৰিব নোৱাৰি বৈৰাগ্যব্ৰত[৮৪] লোৱা কথা মন কৰিবলগীয়া। এইখিনিতে বঙ্কিমৰ লগত বৰদলৈৰ পাৰ্থক্য, বৰদলৈৰ কেবাজনো নায়ক-নায়িকা প্ৰেমপ্ৰীতিৰ ক্ষেত্ৰত বিফল হৈছে, চিৰদিনৰ বাবে তেওঁলোকৰ প্ৰেমৰ বিচ্ছেদ ঘটা সত্বেও কিন্তু তেওঁলোকে জীৱনক তুচ্ছ-জ্ঞান কৰা নাই। সেই দুৰ্বল মুহূৰ্ততো নিজৰ জীৱন বিসৰ্জন দিবলৈ আত্মহত্যাৰ ভাব সমূলি মনলৈ অনা নাই, বৰং জীৱনৰ নতুন অৰ্থৰেহে সন্ধেদ পাইছে আৰু সেই নতুন তাৎপৰ্য্যৰ মাজত হিয়াৰ মণিকোঠাত প্ৰেমাস্পদক চিৰকালৰ বাবে স্থান দি ঈশ্বৰ চিন্তা কৰি দহৰ মংগলাৰ্থে নিজৰ জীৱন উচৰ্গা কৰিবলৈ আগবাঢ়ি আহিছে। তাত তেওঁলোকে সফলতাও অৰ্জন কৰিছে। এইকণ পাৰ্থক্যৰ মূল কাৰণ হ'ল বৰদলৈৰ অসম আৰু অসমীয়া জাতিৰ পুনৰগঠনৰ বাবে লাভ কৰা অহৰহ উপদেশ আৰু প্ৰেৰণা। অ ভা উ সা সভাৰ দ্বাৰা সহকৰ্মীসকলৰ দৰে বৰদলৈৰো মনপ্ৰাণ বিধৌত। এইকণ কথাৰ বাবেই বৰদলৈৰ উপন্যাসত ধৰ্মক বিশেষকৈ 'অসমৰ মহাপ্ৰভু শংকৰ, দামোদৰ, মাধৱ, হৰিদেৱ এই সকলৰ নাম ধৰ্মইহে অসমীয়াক উদ্ধাৰ কৰিব পাৰিব'[৮৫] বুলি সেই বৈষ্ণৱ ধৰ্মক প্ৰাধান্য দিয়া হৈছে।

৪১৫৯৪ বঙ্কিমৰ দেশীয় সংস্কৃতিৰ প্ৰতি এই অনুকৰণ প্ৰয়াস বৰদলৈৰ বাবে একো অস্বাভাৱিক নাছিল, কিয়নো ৰবীন্দ্ৰনাথৰ পূৰ্বৰ এইগৰাকী বংগদেশীয় প্ৰখ্যাত সাহিত্যিকৰ ৰচনাই ভাৰতৰ অন্যান্য ভাষা-ভাষীলোকৰ মাজতো যথেষ্ঠ সৰবৰহী হৈ উঠিছিল আৰু বহুতে নিজ নিজ ভাষাত বঙ্কিমৰ অনুবাদ নাইবা অনুকৰণত সাহিত্য সৃষ্টি কৰিবলৈ যত্ন কৰিছিল। অসমীয়া বা উড়িয়া সাহিত্যিকৰ কথা বাদেই আনকি

৮৪ চট্টোপাধ্যায়, বংকিমচন্দ্ৰ : বংকিম ৰচনাবলী, ১ম খণ্ড : দুৰ্গেশনন্দিনী, ২২তম অধ্যায়।
৮৫ ৰহদৈ লিগিৰী, পৃ ২০৭।

সিন্ধী, মাৰাঠী, তামিল, তেলেগু, কানাড়ী আদি ভাষাৰ লোকেও বঙ্কিমক সেই চকুৰে চাইছিল। বৰদলৈৰ 'ৰংগিলী'ত বুৰঞ্জীৰ সমল যিদৰে যথেষ্ট আছে তেনেদৰে ঐতিহাসিক চৰিত্ৰৰ সমাবেশ বহুত, কিন্তু কোনোটো ঐতিহাসিক চৰিত্ৰই প্ৰাধান্য লাভ কৰা নাই, কেৱল নায়কৰ ভূমিকাত থকা সত্ৰামৰ সক্ৰিয়তাহে কিছু চকুত পৰে। বঙ্কিমৰ উপন্যাসত মোগল অন্তেষপুৰৰ আৰু সৈন্য' সামন্তাদিৰ কাল্পনিক বৰ্ণনাই[৮৬] বহু ৰোমান্স, বহু ৰস সৃষ্টি কৰাৰ দৰে 'ৰংগিলী'ৰ পাতত আহোম ৰজাৰ ৰাজ কাৰেঙৰ ভিতৰ মহলৰ বৰ্ণনাই তেনে কৌতুহলৰ উদ্ৰেক কৰে।

৪.১৫.৯.৫ সকলো দিশৰপৰা আঁতি-গুৰি মাৰি তুলনা কৰি চালে দেখা যায় যে অকল বুৰঞ্জীমূলক কথাই নহয় বঙ্কিমচন্দ্ৰৰ বঙ্গৰ সমাজখনৰ দৰে বৰদলৈৰ অসমৰ সমাজখনৰ ৰীতি-নীতি, ধৰ্মাধৰ্ম, আচাৰ-বিচাৰ, উৎসৱ-পৰ্ব, ভাল বেয়া সকলো কথাই উপন্যাসৰ পাতত সজীৱ হৈ উঠিছে আৰু লক্ষ্যও একে, দেশৰ পুনৰগঠন আৰু নৱজাগৰণ। স্কটৰ দৰে বঙ্কিমচন্দ্ৰই ৰচনা কৰা 'কপালকুণ্ডলা' আৰু 'চন্দ্ৰশেখৰ'ৰ আহি'ত বৰদলৈৰ ৰচনাত সেই বাবেই সম্ভৱতঃ আমি দেখিবলৈ পাওঁ অতিপ্ৰাকৃত তথা অলৌকিকতা, সপোন, সাধু-সন্ন্যাসী, তান্ত্ৰিক আৰু ভৱিষ্যত বক্তাৰ পয়োভৰ।[৮৭]

৮৬ চট্টোপাধ্যায়, বংকিম : পূৰ্বোক্ত : ৰাজসিংহ, ২য় খণ্ড, ৩য় পৰিচ্ছেদ, ৭ম খণ্ড।

৮৭ Dey, N N 1984 Bankimchandra and Rajanikanta Bardelai—A Comparative Study, Chapter V, (Ph. D. thesis of G. U ; Unpublished).

পঞ্চম অধ্যায়

## ৫.০০ বৰদলৈৰ উপন্যাসৰ বিশেষত্ব

৫.১ জোনাকীৰ ছত্ৰছায়াত অসমীয়া উপন্যাসৰ যি অনুশীলন চৰ্চা হৈছিল তাৰ প্ৰেৰণা আছিল বঙালী ভাষাৰ উপৰিও ইংৰাজী ঔপন্যাসিকসকলৰ সফল উপন্যাসৰাজি। স্কুল-কলেজৰ পাঠ্যৰূপে প্ৰচলিত চাৰ ৱাল্টাৰ স্কটৰ কেবাখনো উপন্যাস উঠি অহা পাঠক চামৰ মাজত জনপ্ৰিয় হৈ পৰিছিল। তদুপৰি বংকিমচন্দ্ৰৰ উপন্যাসো অসমীয়া শিক্ষিত লোকৰ মাজত সমাদৃত হৈ পৰিছিল। এই প্ৰসংগতে ৰমেশচন্দ্ৰৰ[১] "মহাৰাষ্ট্ৰ জীৱন প্ৰভাত", "মাধবী কংকন", "ৰাজপুত জীৱন সন্ধ্যা" উপন্যাসৰ নামো উল্লেখ কৰিব প্যাৰি।

ঊনবিংশ শতিকাৰ সপ্তম দশকত (১৮৬৫-১৮৬৯) তিনিখন মাত্ৰ উপন্যাস প্ৰকাশ কৰিয়েই বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায় বংগৰ শ্ৰেষ্ঠ ঔপন্যাসিক ৰূপে সুপৰিচিত হৈ পৰিছিল[২] আৰু শতিকাৰ শেহ ছোৱাত বংগদেশৰ সাহিত্য-জগতত বঙ্কিমচন্দ্ৰৰ একছত্ৰী প্ৰভাৱ। শৰতচন্দ্ৰ আদিয়ে তেতিয়াও তেনে সন্মানজনক স্থান পোৱা নাছিল। বঙ্কিমচন্দ্ৰৰ উপন্যাস সমূহৰ প্ৰধান বিষয়বস্তু আছিল সমসাময়িক দেশীয় সমাজ আৰু জীৱনধাৰা। বুৰঞ্জী প্ৰসিদ্ধ কোনো গৌৰৱমণ্ডিত ঘটনা বা কাহিনীৰ আধাৰত কল্পনাৰ ৰহণ সিঁচি বঙ্কিমচন্দ্ৰই বঙালী পাঠকৰ মনত স্বদেশ আৰু স্বজাতি প্ৰীতিৰ ভাবোচ্ছ্বাস জগাই তুলিছিল।[৩] বৰদলৈয়ে কলিকতাত পঢ়ি থাকোঁতেই এই সকল লিখকৰ উপন্যাস পঢ়ি অভিভূত হৈ পৰিছিল। সেইবোৰ পঢ়োঁতে কেৱল অসমৰ পৰ্বত-পাহাৰ, নদ-নদী, বিল, পুখুৰী, হাবি-জাৰণি আদিৰ কথাই তেওঁৰ মনলৈ অহা নাছিল, লগতে আহিছিল অসমৰ বৈচিত্ৰ্যপূৰ্ণ সংস্কৃতি আৰু অতীত অসমৰ বুৰঞ্জী প্ৰসিদ্ধ ভালেমান ঘটনাৰ কথা। সেই বাবেই তেওঁৰ উপন্যাসত অসমৰ অতীত বুৰঞ্জী, অসমৰ জাতীয় জীৱনৰ সবু-বৰ উৎসৱ, পূজা-পাৰ্বণ, বৈষ্ণৱ ধৰ্ম আৰু আনুসংগিক আচাৰ ব্যৱস্থা আদিৰ নানা বিশ্বাস-ধাৰণা, গাঁৱৰ সহজ-সৰল জীৱনৰ কথা আৰু সেইবিলাককে সমল হিচাপে লৈ তেওঁ উপন্যাস ৰচনা কৰিবলৈ সংকল্প লৈছিল।[৪]

৫.২. উত্তৰ লক্ষীমপুৰত হাকিমৰূপে চৰকাৰী কাম কৰি থকা কালত বৰদলৈয়ে প্ৰথম উপন্যাস 'মিৰিজীয়ৰী'ৰ সমল আহৰণ কৰিছিল। গেইট চাহাবৰ দ্বাৰা

---

১ সেনগুপ্ত, অপৰ্ণাপ্ৰসাদ, 'বাংগলা ঐতিহাসিক উপন্যাস, পৃ ১২।

২ সাহিত্য সংসদ প্ৰকাশিত, ১৯৮৪, 'বংকিম বচনাৱলী', পৃ xv

৩ সেনগুপ্ত, অপৰ্ণাপ্ৰসাদ, পূৰ্বোক্ত গ্ৰন্থ, পৃ ৩২-৩৩।

৪ পূৰ্বোক্ত ৰজনী বৰদলৈৰ ৰচনামালাৰ অন্তৰ্গত 'মোৰ সাহিত্যিক জীৱনৰ কাহিনী', পৃ ১১৯।

অনুপ্ৰাণিত হৈ জাতি তত্ত্ব অধ্যয়ন কৰিবলৈ গৈ তেওঁ 'প্ৰকৃতি সন্তান মিৰি জাতিৰ মুকলিমুৰীয়া সৰল আৰু নৃত্য-গীতৰ দ্বাৰা প্ৰাণোচ্ছল জীৱনধাৰা'ৰ অৱলম্বণত কাহিনী সৃষ্টি কৰি উপন্যাস ৰচনা কৰিছিল।[৫] এইখন উপন্যাসৰ বিষয়বস্তু মিৰি জন-জাতিৰ সমাজ-জীৱন আৰু মিৰি ডেকা-গাভৰুৰ সৰল-সহজ প্ৰেমৰ কাহিনী।[৬]

'খাম্বা-থোইবী'ৰো পটভূমি মণিপুৰী কিংবদন্তী মূলাশ্ৰিত সমাজ-জীৱন। আনবোৰ উপন্যাস অসম বুৰঞ্জীৰ কোনো ঘটনা বা চৰিত্ৰৰ আশ্ৰয়ত অসমীয়া সমাজ-জীৱনৰ পটভূমিত ৰচিত হৈছে। কিন্তু এই উপন্যাসবাজিৰ মাজেদি বৰদলৈয়ে অসমৰ প্ৰকৃতি, নদ-নদী, পৰ্বত-পাহাৰ, বিবিধ ধৰ্ম, উৎসৱ, পূজা-পাৰ্বন, নৃত্য-গীত প্ৰভৃতিৰ বৰ্ণনাৰ দ্বাৰা চেষ্টা কৰিছিল—যাতে পাঠক সমাজক তাৰদ্বাৰা অসম দেশ, ইয়াৰ ভাষা আৰু অসমীয়া জাতিৰ প্ৰতি অধিক অনুৰাগপ্ৰৱণ কৰি তুলিব পাৰি। তেওঁৰ যেন উদ্দেশ্য আছিল স্বদেশ আৰু স্বজাতিৰ প্ৰতি সকলোৰে মনত প্ৰীতিৰ ভাবোচ্ছ্বাস জগাই তোলা। সেইটোৱেই আছিল বৰদলৈৰ উপন্যাসৰ প্ৰথম আৰু প্ৰধান বিশেষত্ব। তাকে কৰিবলৈ যাওঁতে বৈচিত্ৰ্যপূৰ্ণ ঘটনা আহৰণৰ প্ৰয়োজন হৈছিল। ঘটনাৰ বৈচিত্ৰ্য আৰু চমৎকাৰিত্বৰ বাবেই তেওঁ উপন্যাস ৰচনাত সমসাময়িক সমাজক উপেক্ষা কৰি অতীতমুখী হৈছিল। সমসাময়িক আন সৃষ্টিশীল সাহিত্যিকৰ দৰে বৰদলৈও আছিল কল্পনাবাদী তথা ৰোমান্সধৰ্মী।[৭] তদুপৰি অতীতৰ শৌৰ্য্য-বীৰ্য্যৰ গৌৰৱমণ্ডিত দৃষ্টান্তৰ দ্বাৰা অসমীয়াৰ প্ৰাণত নতুন প্ৰেৰণা আৰু দেশাত্মবোধৰ ভাব জগাই তুলিবলৈ গৈ বুটিছে অসম অধিকাৰ কৰাৰ প্ৰাক্‌কালীন অসম আৰু অসমীয়াৰ জীৱনধাৰাৰ পটভূমিৰ পৰা ঘটনা বাছি লৈছিল। কিয়নো লিখকৰ সম-সাময়িক সমাজৰ লগত পূৰ্বৰ সেই সময়ৰ যোগসূত্ৰতা একেবাৰে ছিন্ন হোৱা নাছিল। মানৰ অত্যাচাৰ, মোৱামৰীয়া বিদ্ৰোহ, আহোমৰ শেহতীয়া কুশাসন আৰু অন্তৰ্দ্বন্দ্বৰ লগত পৰিচিত কিছু লোক তেতিয়াও জীয়াই আছিল। প্ৰকাৰান্তৰে বৰদলৈৰ সমসাময়িক সমাজৰ লগত পূৰ্বৰ মানৰ আক্ৰমণ, মোৱামৰীয়াৰ দ্ৰোহ আদিৰ কিছু অস্পষ্ট তথা চেগাচোৰোকো সম্পৰ্ক তেতিয়াও আছিল।[৮] তেনেকুৱা ৰাজনৈতিক পৰিস্থিতিৰ আধাৰাশ্ৰিত সমাজ-জীৱনকে তেওঁৰ উপন্যাসৰ মূল সম্পদৰূপে বাছি লৈছিল। এইদৰে কাহিনীৰ সৃষ্টি কৰি ৰচনা কৰা বৰদলৈৰ উপন্যাসবাজিৰ বিশেষত্ব সমূহ তলত থূলমূলভাৱে উল্লেখ কৰা হ'ল।

৫৩ সামাজিক উপন্যাস 'মিৰি জীয়ৰী'ত ঐতিহাসিক চৰিত্ৰ বা কাহিনীৰ কোনো

---

৫ বৰকটকী, বীৰেণ (সম্পা), ১৯৬৭, 'ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ', পৃ. ১০৭।

৬ Baruah, B K.: 1941: Assamese Literature, p. 55

৭ Barua, Hem: 1965; Assamese Literature, P. 208.

৮ বৰকটকী, বীৰেন, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ১০৯।

কথা সন্নিবিষ্ট হোৱা নাই। মিৰি[৯] জনজাতিয়েই ইয়াৰ উপজীব্য। লক্ষীমপুৰ জিলা বিশেষকৈ সোৱণশিৰি আৰু ঘুণাসুঁতি, লগতে সংলগ্ন পাহাৰুৱা অঞ্চল আৰু মাজুলীৰ প্ৰাকৃতিক বৰ্ণনা মন কৰিবলগীয়া। গাওঁ-ভুঁই বা নদী-ঘাটৰ বৰ্ণনা, গৰু-ম'হ চৰা বৰ্ণনা, নৰাচিগা বিহু, ঐনিতম গীত গোৱা আদি কাৰ্য্যৰ পৰিবেশ আদিৰ সৃষ্টিও অতি আনন্দদায়ক। গাছি মিৰিৰ সমাজ-ব্যৱস্থা আৰু নিষ্ঠুৰতা ভৈয়ামৰ মিৰিসকলৰ কাৰ্সিং-কাৰ্টাং প্ৰমুখ্যে দেৱতা আৰু ধৰ্ম-বিশ্বাস, বিবাহ ব্যৱস্থা, মিৰি-ডেকা-গাভৰুৰ মুকলিমুৰীয়া স্বভাৱ আৰু প্ৰেম, মৰঙ ঘৰ প্ৰথা আদি প্ৰতিটো বিষয়ৰ বৰ্ণনা অতি সহজ আৰু চিত্ৰধৰ্মী হৈ পৰিছে। সোৱণশিৰি নদীৰ ওপৰত দিয়া গুৰুত্বৰ পৰা ধাৰণা হয়—এই নদী 'মিৰি জীৱনৰ যেনিবা অধিষ্ঠাত্ৰী দেৱতা'।[১০] পটভূমি আৰু পৰিবেশে উপন্যাসখনিক আঞ্চলিকধৰ্মী কৰি তুলিছে। জনজাতি আৰু সিসকলৰ লগত ভৈয়ামৰ অজনজাতিসকলৰ যোগসূত্ৰ তথা সম্পৰ্কৰ কথাও উপন্যাসখনিৰ আন এটি বিশেষত্ব। পৰ্বত-ভৈয়ামৰ সম্প্ৰীতি আৰু সহযোগৰ মৰ্ম কথা[১১] বৰদলৈয়ে তাহানিতে হয়তো উপলব্ধি কৰিছিল।

৫৪ ৰোমান্স প্ৰৱণতা বৰদলৈৰ উপন্যাসৰ এক বিশেষ উল্লেখযোগ্য কথা। কল্পনাৰ ৰহণ সানি চৰিত্ৰক ইতিহাসৰ ঘটনাৰ লগত জড়িত কৰাৰ উপৰিও পাঠকৰ লগত তাক অধিক সজীৱ আৰু আকৰ্ষণীয় ৰূপত তুলি ধৰিবলৈ যত্ন কৰিছিল। তেনে চৰিত্ৰৰ ভিতৰত হৰকান্ত, মনোমতী, পমিলা, পদুমী, শান্তিৰাম, ৰহদৈলিগৰী, ৰংগিলী, নিৰ্মল, দয়াৰাম, আদিৰ নাম উল্লেখযোগ্য। সেইদৰে বুৰঞ্জীৰ ঘটনাৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত চন্দ্ৰকান্তসিংহ, পূৰ্ণানন্দ বুঢ়াগোহাঁই, বদন চন্দ্ৰ বৰফুকন, সংৰাম, হৰদত্ত, বীৰদত্ত, কলীয়া ভোমোৰা ৰূপসিং, পিজো আইদেউ আদি কিছুমান চৰিত্ৰ পোণ-পটীয়াকৈয়ে বুৰঞ্জীৰ পৰা লোৱা। অৱশ্যে কাহিনীৰ প্ৰযোজন অনুসৰি ঘটনাৰ লগত জড়িত কৰিবলৈ যোৱা বাবে উপন্যাসত সেইবোৰ চৰিত্ৰৰ সৰহ ভাগৰে কিছু তাৰতম্য ঘটিছে। 'মনোমতী', 'ৰংগিলী', 'নিৰ্মল ভকত' উপন্যাসৰ মূল বস্তু প্ৰেম—সংৰাম-ৰংগিলী, শান্তিৰাম-পদুমী, নিৰ্মল-ৰূপহী, মনোমতী-লক্ষ্মীকান্ত, বিচিত্ৰী-মনাই, আঘনী-ধনেশ্বৰৰ প্ৰণয়, উপন্যাসৰ হৃৎস্পন্দন সদৃশ মূল বিষয়, এইবোৰত ঐতিহাসিক ঘটনাক সিমান প্ৰাধান্য দিয়া নাই। তথাপি উক্ত প্ৰেমিক-প্ৰেমিকাৰ প্ৰেম আৰু জীৱন ঐতিহাসিক ঘটনা প্ৰবাহৰ লগত জড়িত কৰি দেখুৱাই দিয়া হৈছে। কিয়নো ৰোমান্স ধৰ্মিতাৰ আৰোপণত ইতিহাসৰ সম্পৰ্কই সজীৱতা আনি দিয়ে।[১২]

৫৪১. মানৱ আক্ৰমণ অসম বুৰঞ্জীৰ এক অবিস্মৰণীয় ঘটনা। সেই ঘটনাৰ

---

৯ মিৰিসকলক বৰ্তমানে মিছিং বোলা হয় ইয়াত এই সম্প্ৰদায়ৰ কথা কওঁতে 'মিৰি' আৰু 'মিছিং' দুয়োটা শব্দকে স্থানভেদে ব্যৱহাৰ কৰা হৈছে।

১০ শৰ্মা, সত্যেন্দ্ৰনাথ, ১৯৬৫, অসমীয়া উপন্যাসৰ ভূমিকা, পৃ ৬৮।

১১ বংকটকী, বীৰেণ, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ১২৯-১৩০।

১২ Barua, Hem : Assamese Literature, P. 208.

আলমত ৰচিত হৈছে 'মনোমতী', 'ৰাঙলী', 'ৰহদৈ লিগিৰী' আদি উপন্যাস। 'মনোমতী' উপন্যাসৰ নায়ক-নায়িকা লক্ষ্মীকান্ত আৰু মনোমতীৰ বহু ঘাত-প্ৰতিঘাতৰ মাজত অৱশেষত মিলন হৈছিল যদিও 'নিৰ্মল ভকত'ৰ—নিৰ্মল-ৰূপহীৰ বিচ্ছেদ, 'বৰ্গগলী'ৰ সংৰাম আৰু ৰাঙলী, আৰু 'মনোমতী'ৰ শান্তিৰাম-পদ্মীৰ মিলনৰ পথত হেঙাৰ সৃষ্টি হোৱাই নহয় চিৰদিনলৈ বিচ্ছেদ ঘটিল। আকৌ ৰহদৈ আৰু দয়াৰামৰ প্ৰণয়ৰ বাধা হ'ল ৰহদৈৰ প্ৰতি ৰজা চন্দ্ৰকান্ত সিংহৰ প্ৰেমাসক্তি।

বুৰঞ্জীৰ ঘটনা প্ৰবাহত মূল চৰিত্ৰ তথা নায়ক-নায়িকাৰ ওতঃপ্ৰোত সম্পৰ্ক অৰ্থাৎ ঐতিহাসিক তথ্য আৰু ঐতিহাসিক ঘটনা প্ৰবাহেই মূল বস্তু। এই শ্ৰেণীৰ উপন্যাস হ'ল 'দন্দুৱাদ্ৰোহ' আৰু ৰাধা-ৰুক্মিণী'। এই দুখোনতে কাহিনীৰ মূলবস্তু হ'ল ইতিহাস। তাত ঐতিহাসিক তথ্য-পাতি ইমান বেছি যে বহুসময়ত সি বুৰঞ্জীমূলক ঘটনাৰ 'ৰেকৰ্ড' যেন হৈ পৰিছে। এই উপন্যাস ৰচনাৰ ক্ষেত্ৰত 'বুৰঞ্জীৰ প্ৰধান ঘটনাবিলাকক এফেৰাও লৰচৰ কৰা নাই'[১৩] বুলি বৰদলৈয়ে মুকলি ভাৱেই প্ৰকাশ কৰি গৈছে।

৫ ৪ ২ কেইখনমান ঐতিহাসিক উপন্যাসৰ কাহিনীত ঐতিহাসিক ঘটনাৰ প্ৰত্যক্ষ প্ৰভাৱ নপৰাটো আন এটা চকুত পৰা কথা। 'ৰহদৈ লিগিৰী'ৰ দয়াৰাম আৰু ৰহদৈৰ প্ৰেম-প্ৰীতি স্থায়ী নহ'ল, বিচ্ছেদ ঘটিল, আহোম ৰজাঘৰৰ ভিতৰুৱা খেলি-মেলি দেখুৱাবলৈ এই কাহিনীৰ লগত আহোম স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহক জড়িত কৰা হৈছে। একেদৰে আঘৰ্ণী আৰু ধনেশ্বৰৰ প্ৰেমৰ বিকাশত ঐতিহাসিক ঘটনাৰ সম্পৰ্ক নাই। কেৱল বন্দী ধনেশ্বৰক মুক্ত কৰিবলৈ মানৰ আক্ৰমণৰ কথা সাঙুৰি দিয়া হৈছে। ইয়াত ইতিহাস আশ্ৰয়ী চৰিত্ৰ কেইটামান থাকিলেও ৰাজনৈতিক ঘটনা উপন্যাসৰ বাবে অত্যন্ত প্ৰয়োজনীয় কথা নহয়, সাধাৰণভাৱেহে তাক জড়িত কৰা হৈছে। এইদৰে চালি-জাৰি চালে দেখা যায় যে বৰদলৈৰ উপন্যাসত সংযোজিত হৈছে ইতিহাসৰ তিনিটা ভূমিকা[১৪] : (ক) ঐতিহাসিক ঘটনা (কাহিনীৰ বিষয়বস্তু), (খ) ইতিহাস কাহিনীৰ চালক শক্তি আৰু (গ) ইতিহাস-নামমাত্ৰ পটভূমি।

৫ ৫ চৰিত্ৰ আহৰণৰ ক্ষেত্ৰত বৰদলৈৰ অসমীয়া সমাজৰ প্ৰতি এটা গঠনমূলক তথা সংস্কাৰ সাধন দৃষ্টিভংগী পৰিলক্ষিত হয়। কাল্পনিক চৰিত্ৰ সৃষ্টিৰ ক্ষেত্ৰতো সেই দৃষ্টিভংগী চকুত পৰে। উপন্যাস-কেৱল প্ৰসিদ্ধ ঐতিহাসিক চৰিত্ৰকে আহৰণ কৰা নাছিল। তেওঁ সকলো ৰকমৰ যেনে বিখ্যাত, অখ্যাত, কুখ্যাত চৰিত্ৰও বুৰঞ্জীৰপৰা আহৰণ কৰিছে।[১৫] 'ৰহদৈ লিগিৰী'ত এনেকুৱা চৰিত্ৰই সংখ্যাত অধিক। 'বৰ্গগলী'ৰ সংৰাম আৰু 'ৰহদৈ লিগিৰী'ৰ চন্দ্ৰকান্ত সিংহ বুৰঞ্জীপ্ৰসিদ্ধ চৰিত্ৰ, কিন্তু এওঁলোকক

১৩ 'দন্দুৱা দ্ৰোহ'ৰ পাতনি, পৃ ২।

১৪ বৰকটকী, বীৰেণ, পূৰ্বোক্ত গ্ৰন্থ, পৃ ১১২।

১৫ ————, পূৰ্বোক্ত গ্ৰন্থ, পৃ. ১১০।

আৱৰি থকা চৰিত্ৰ সমূহৰ অধিক সংখ্যাকেই বুৰঞ্জীৰ অখ্যাত অথবা কাল্পনিক। তাৰ কাৰণ হ'ল উপন্যাসৰ মূলবস্তু প্ৰেম-প্ৰণয়। 'ৰংগিলী'ত কাহিনীৰ শক্তিমন্ত বস্তুটো হ'ল ৰংগিলী-সংৰামৰ প্ৰেম, সংঘাত সৃষ্টিৰ বাবে ৰহদৈৰ মহানুভৱতা আৰু স্বজাতি প্ৰীতি মহীয়ান ৰূপত প্ৰকাশ কৰিবলৈকে যেন চন্দ্ৰকান্ত আৰু ৰাজমাও আদিৰ চৰিত্ৰ অনা হৈছে গৌণ ৰূপত।

৫.৫ ১ সংৰামৰ প্ৰণয়ৰ কথাত বুৰঞ্জীও সম্পূৰ্ণৰূপে নিমাত। এইখিনি বৰদলৈৰ কল্পনা। সেই একেদৰে 'নিৰ্মল-ভকত'ৰ নিৰ্মল, ৰূপহী, অনিৰাম, ঐতিহাসিক ব্যক্তি নহয়, কিন্তু ৰূপহীক কেন্দ্ৰ কৰি নিৰ্মল আৰু অনিৰামৰ প্ৰেমৰ কাহিনীৰ কল্পনাত মানৰ আক্ৰমণৰ কথা জড়িত কৰি অসমৰ দুৰ্দশাগ্ৰস্ত সম্পদ আৰু ৰজা ঘৰৰ খামখেয়ালি প্ৰকাশ কৰিছে। 'তাম্ৰেশ্বৰীৰ মন্দিৰ'তো ধনেশ্বৰ আঘণীৰ প্ৰণয় কাহিনী বৰদলৈৰ মনৰ কল্পনা; তেওঁলোক ইতিহাস অখ্যাত চৰিত্ৰ। মানৰ আক্ৰমণক ইয়াৰ লগত জড়িত কৰি কল্পনাৰ ৰহণ সানি বৈষ্ণৱ বামাচাৰীৰ দৰে বহু চৰিত্ৰৰ সমাবেশত এটা দিশ সুন্দৰ ভাৱে ৰূপায়িত কৰা হৈছে। ইতিহাসৰ আশ্ৰয়ত অসমীয়া সমাজৰ কু-সংস্কাৰ, ৰাজ-পৰিয়ালৰ অন্তৰ্দ্বন্দ্ব, তথা গৃহকলহ, ডা-ডাঙৰীয়াসকলৰ উচ্চাভিলাষ আৰু পাৰস্পৰিক ঈৰ্ষাভাৱ আদি ফঁহিয়াই তাৰ জৰিয়তে অসমীয়া সমাজক সংস্কাৰমুখী কৰিবলৈ তেওঁ যত্নপৰ হৈছিল। 'মনোমতী', 'ৰহদৈ লিগিৰী', 'দন্দুৱাদ্ৰোহ'ত ইয়াৰ ভালেমান সুন্দৰ দৃষ্টান্ত আছে।

৫ ৫ ২ 'মনোমতী'ৰ চন্দ্ৰকান্ত সিংহ, চণ্ডী বৰুৱা, কৃষ্ণৰাম, চৈতন্য ঐতিহাসিক ব্যক্তি, কিন্তু মনোমতী, লক্ষ্মীকান্ত, পমিলা, শান্তিৰাম, পদুমী, বুৰঞ্জী অখ্যাত কাল্পনিক চৰিত্ৰ। ইয়াতো মনোমতী-লক্ষ্মীকান্তৰ প্ৰণয় মূল কথা, অৱশ্যে তাৰ লগত ঐতিহাসিক মানৰ আক্ৰমণক বিশেষভাৱে জড়িত কৰি অসমৰ ৰজাঘৰ আৰু প্ৰজাঘৰৰ বিবিধ নীতি-নিয়ম, আচাৰ-পদ্ধতিৰ লগতে ৰজাঘৰৰ গৃহকন্দল, সন্দেহ আৰু ডা-ডাঙৰীয়া সকলৰ ঈৰ্ষা পৰায়ণতা আৰু স্বদেশৰ মংগলতকৈ ব্যক্তিস্বাৰ্থক প্ৰাধান্য দিয়া কাৰ্যকলাপৰ সমাবেশ কৰা হৈছে, ফলত মনোমতী আৰু লক্ষ্মীকান্ত দুয়োটাই ঐতিহাসিক চৰিত্ৰ যেন হৈ পৰিছে। এয়া বৰদলৈৰ সজীৱ কল্পনা আৰু ইতিহাসৰ সৰু-বৰ কথাৰ সমাবেশৰ বিচক্ষণতাৰে পৰিচায়ক।

৫.৫.৩ বৰদলৈৰ উপন্যাসৰ সৰ্বোৎকৃষ্ট স্থান অধিকাৰ কৰিছে নায়ক-নায়িকা কিম্বা মূল চৰিত্ৰৰ সহায়ক চৰিত্ৰৰ মাজত গঢ় লোৱা প্ৰেম-প্ৰীতিয়ে। প্ৰণয়াত্মক প্ৰায় সকলোবোৰ কথাই বৰদলৈৰ নিজস্ব কল্পনা সৃষ্ট। সেই প্ৰেমত নানা ঘাত প্ৰতিঘাতৰ সৃষ্টি হৈছে, তদুপৰি সেই প্ৰেমৰ পৰিণতি ও বৈচিত্ৰ্যধৰ্মী—কেতিয়াবা বহু বাধা-বিঘিনিৰ মাজেদি লক্ষ্মীকান্ত-মনোমতী, ধনেশ্বৰ-আঘনীৰ দৰে প্ৰেমিক-প্ৰেমিকাৰ মিলন ঘটিছে, কেতিয়াবা তাৰ বিপৰীতে বহু প্ৰতিকূল অৱস্থাৰ মাজত প্ৰচণ্ড বাধাৰ সন্মুখীন হৈ চিৰ বিচ্ছেদ ঘটিছে, যেনে নিৰ্মলৰ লগত ৰূপহী, একেদৰে দয়াৰাম-ৰহদৈৰ প্ৰণয়ৰ

পথত সৃষ্টি হোৱা দুৰতিক্ৰম্য বাধা-অপসাৰণ কৰিবলৈ অক্ষম হৈ দুয়োৰে মাজতে চিৰ বিচ্ছেদ ঘটিছে। আকৌ নিৰ্মলৰ লগত ৰূপহীৰ দীৰ্ঘদিনীয়া বিচ্ছেদৰ ফলত বহু প্ৰতীক্ষিত অনিৰামৰ লগত ৰূপহীৰ এটা আচহুৱা পৰিস্থিতিত মিলন হৈছে।[১৬] আৰু সেই মিলনৰ দ্বাৰা তেওঁলোকৰ জীৱন ধন-জন-ঐশ্বৰ্য্যৰে নন্দন-বদন হৈ উঠাটোৱো এটা মন কৰিবলগীয়া কথা। বৰদলৈৰ এই অদ্ভুত কল্পনা আৰু ঘটনা চৰিত্ৰ পৰিবেশৰ সুসমাবেশ বহুলাংশে সমালোচনাৰ উৰ্ধত।

৫৫৪ অসমৰ পুৰণি ৰীতি-নীতি, নিয়ম-কানুন, সমাজ-ব্যৱস্থা, উৎসৱ, পূজা আদি জাতীয় ঐতিহ্যৰ প্ৰতি বৰদলৈৰ প্ৰগাঢ় শ্ৰদ্ধা আৰু অসীম অনুৰাগ চকুত পৰে। 'মনোমতী' উপন্যাসৰ মনোমতী-লক্ষ্মীকান্তৰ প্ৰথম দৰ্শন ঘটে বৰপেটাৰ দৌল-উৎসৱত, সেই দৰ্শনতে চাৰি চকুৰ মিলনত[১৭] ওপজা প্ৰেম, 'ৰংগিলী', 'মিৰি জীয়ৰী', 'ৰহদৈ-লিগিৰী' উপন্যাসত বিশেষ স্থান পোৱা অসমীয়া বিহু, মিৰিসকলৰ নৰাচিগা বিহু, বিহুগীত, বিয়াগীত, ঐনিতম, চিয়াগীত, যোৰানাম, সত্ৰৰ ভিতৰুৱা থামখেয়ালী, 'তাম্ৰেশ্বৰী মন্দিৰ'ৰ নৰবলি প্ৰথা[১৮] 'ৰাধা-ৰুক্মিণীৰ' মাৰৈ পূজা, দেওধনি নাচ, 'ৰহদৈ-লিগিৰী'ৰ ৰজা ঘৰীয়া দুৰ্গোৎসৱ[১৯] সাধু-সন্ন্যাসীৰ প্ৰতি সমাজত শ্ৰদ্ধা-ভক্তি, মানৰ অমানুষিক অত্যাচাৰ, নাৰী ধৰ্ষণ, লুণ্ঠন, গাৱঁলীয়া ল'ৰা-ছোৱালীৰ সহজ আৰু মুকলিমুৰীয়া মিলা-প্ৰীতি আদি যথাস্থানত সুন্দৰভাৱে ৰূপায়িত হৈছে।

৫৫৫ বৰদলৈয়ে য'তেই সুযোগ পাইছে ত'তেই কাহিনী, ঘটনা আৰু পৰিবেশৰ লগত সুন্দৰভাৱে ৰজিতা খুৱাই অসমৰ এই ঐতিহ্যপূৰ্ণ বিষয়বোৰৰ প্ৰতি পাঠক-পাঠিকাক আকৃষ্ট কৰাৰ মানসেৰে তুলি ধৰিছে। লগতে তেনেকুৱা বিষয়ৰ ওপৰত প্ৰকাৰান্তৰে নিজস্ব মতামত ব্যক্ত কৰিবলৈকো কুণ্ঠাবোধ কৰা নাই। তাকে কৰিবলৈ যাওঁতে বিষয়ৰ গুৰুত্বলৈ চাই সামাজিক ৰীতি-নীতি, ধৰ্ম-বিশ্বাস, আচৰণ কাহিনী আদিৰ লগতে ৰাজনৈতিক ঘটনা জড়িত কৰি তাত অভিনৱত্ব আৰোপ কৰিছে। তাৰ অন্তৰালতো তেওঁৰ সংস্কাৰকামী মনোভাৱে ভুমুকি মাৰে। তেনে বিশেষ উল্লেখযোগ্য কথা হ'ল 'তাম্ৰেশ্বৰী মন্দিৰ'ৰ নৰবলি প্ৰথা আৰু তামাৰ মাইৰ পূজা, 'মিৰি জীয়ৰী'ৰ মৰংঘৰত হোৱা পূজা, 'ৰংগিলী'ৰ অসমীয়া সমাজত বিহুৰ লগত জড়িত ডেকা-গাভৰুৰ আচৰণ, প্ৰেম-প্ৰীতি আৰু ছোৱালী অনাৰ বিবিধ প্ৰথা, 'ৰহদৈ লিগিৰী'ত ৰজাঘৰলৈ গাৱঁৰ পৰা লিগিৰীৰূপে ছোৱালী অনা প্ৰথা। এইবিলাকৰ বৰ্ণনা কাল্পনিক যদিও প্ৰতিটো বিষয়ৰ লগত সামাজিক সভ্যতা সুন্দৰভাৱে নিহিত কৰিব পৰাটোৱো বিশেষত্ব-পূৰ্ণ কথা।

---

১৬ নিৰ্মল ভকত, পৃ. ৪০।
১৭ মনোমতী, পৃ. ৬।
১৮ তাম্ৰেশ্বৰী মন্দিৰ, পৃ ৪৪।
১৯ ৰহদৈ লিগিৰী, পৃ ১২-১৩।

৫ ৬ ধৰ্মৰ বিশেষ স্থান বৰদলৈৰ উপন্যাসৰ আন এটা উল্লেখযোগ্য দিশ। বৈষ্ণৱ ধৰ্মই প্ৰায় সকলোতে প্ৰাধান্য লাভ কৰিছে। নায়ক, নায়িকা বা আন চৰিত্ৰ বিপদগ্ৰস্ত কিম্বা হতাশাগ্ৰস্ত হলে অথবা জীৱন যুঁজত ব্যৰ্থ হ'লে ঈশ্বৰৰ ওচৰত আত্মসমৰ্পণ কৰি জীৱনৰ শান্তি কামনা কৰিছে। ৰহদৈ লিগিৰীয়ে জীৱন বিসৰ্জন দিবলৈ গৈ[20] সেই দৰেই বৈষ্ণৱী জীৱন-যাপন কৰিছে, কিন্তু তাৰ মাজতে স্বদেশ স্বজাতিৰ কল্যাণৰ কথা পাহৰা নাই আৰু ধৰ্মৰ নামত আচহুৱা ষড়যন্ত্ৰ, ভণ্ডামীৰ মূৰত কুঠাৰাঘাত কৰিবলৈ পৰাম্মুখ হোৱা নাই। একেদৰে দয়াৰামে দেশান্তৰী[21] হৈ দুখ কষ্ট সহ্য কৰিব নোৱাৰি মাজুলীত সত্ৰৰ[22] কেৱলীয়া ভকতৰ জীৱন যাপন কৰিছে। জীৱনৰ ঘাত-প্ৰতিঘাত সহিব নোৱাৰি বৰংগিলীয়েও বৃন্দাবন বাসিনী[23] হৈ বৈষ্ণৱী জীৱন অতিবাহিত কৰিছে। একেদৰে তেওঁ কিন্তু 'নিৰ্মল ভকত'ত বৈষ্ণৱ সাধন প্ৰণালীৰ বিৱৰণ 'তাম্ৰেশ্বৰী মন্দিৰ'ৰ কৃষ্ণ মাহাত্ম্য আৰু বৈষ্ণৱ ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্নৰ উপায় আৰু ধনেশ্বৰৰ প্ৰতি দিয়া ধৰ্মৰ নানা উপদেশ পৰামৰ্শ 'ৰহদৈ লিগিৰী'ৰ বৈষ্ণৱ-সাধন প্ৰণালীৰ হঠ-যোগ আৰু ধৰ্মৰ ব্যাখ্যা, বৰদলৈৰ উপন্যাসৰ মনকৰিবলগীয়া কথা। আচৰিত কথা ক'তো তেওঁ বৈষ্ণৱ ধৰ্ম ভিন্ন আন ধৰ্মৰ শ্ৰেষ্ঠতা দেখুওৱা নাই, বৈষ্ণৱ পন্থই শ্ৰেষ্ঠ।[24] সেইদৰে সাধু সন্ন্যাসীয়েও তেওঁৰ প্ৰায়বোৰ উপন্যাসতে ভূমুকি মাৰে আৰু একোটা বিশেষ পৰিস্থিতিত ঘটনা প্ৰবাহত কিছু সক্ৰিয় ভূমিকা লয়। 'মনোমতী উপন্যাস'ত মনোমতী-লক্ষ্মীকান্তৰ বিয়াৰ ক্ষেত্ৰত সন্ন্যাসীৰ ভূমিকা[25], 'ৰহদৈ লিগিৰী'ৰ আগমানন্দস্বামী আৰু প্ৰৱননান্দস্বামীৰ কথা, তাম্ৰেশ্বৰীৰ বামাচাৰীৰ কথাও এই প্ৰসংগত উল্লেখ কৰা যায়।

৫ ৬ ১ ধৰ্মীয় কথাৰ বিৱৰণত বৰদলৈয়ে একো লুকঢাক নকৰি সমসাময়িক মঠ-মন্দিৰ, সত্ৰাদিৰ ভিতৰৰ আচাৰ-নীতিৰ বিষয়ে মুকলিভাৱে বৰ্ণনা কৰিছে। বৈষ্ণৱ সত্ৰাদিৰ, গুৱাহাটী আৰু আন ঠাইৰ মঠমন্দিৰৰ পৰিচয়, ধৰ্মীয় বিবিধ পন্থৰ উল্লেখ কৰিছে। কৃষ্ণ দাসীৰ মুখত বৰগীত, সমাজৰ কল্যাণৰ বাবে নাম ধৰ্ম প্ৰচাৰ, ধৰ্মৰ নামত সত্ৰ, মন্দিৰ আদিত প্ৰচলিত দুৰ্নীতি-ব্যভিচাৰ আদিও তেওঁৰ কলমৰ পৰা সাৰি যোৱা নাই। ৰহদৈৰ জাতি যোৱা কথাত কমলাবাৰী সত্ৰৰ ভাগৱতী ভোলাই শৰ্মাই দিয়া মন্তব্য এই ক্ষেত্ৰত উল্লেখযোগ্য ঃ

'তাইক জাতিলৈ তোলাটো অসম্ভৱ।
তাই আহোমৰ ঘৰত থকা বাবে জাত গৈছে।'[26]

---

২০ ৰহদৈ লিগিৰী, পৃ ১০২।
২১ ৰহদৈ লিগিৰী, পৃ ৮৭।
২২ ঐ, পৃ ১১২।
২৩ বৰংগিলী, পৃ ২০১।
২৪ তাম্ৰেশ্বৰী মন্দিৰ, পৃ. ১০২।
২৫ মনোমতী, পৃ. ১৭১।
২৬ ৰহদৈ লিগিৰী, পৃ ১৪।

সেই প্ৰসংগতে ৰহদৈৰ মাকে শাস্ত্ৰৰ দুই এটা কথা তুলি ধৰাত শৰ্মাই গৰ্জি উঠি কোৱা কথাষাৰেও সত্ৰীয়া পৰিবেশৰ দুনীতিৰে পৰিচয় দিয়ে—

'তই দেখোন চাৰিবেদ চৌধ্ধ শাস্ত্ৰ জনাজনী হ'লি। একমোন সোণৰ মোহৰ যদি মোক দিব পাৰ তেন্তে মই ব্যৱস্থা দিব পাৰোঁ।'[২৭]

একেদৰে নাহৰণীৰ শিৱদৌলত পূজাৰীসকলৰ আচৰণ দেখি কৃষ্ণদাসী বৈষ্ণৱীয়ে মন্তব্য কৰিছে ঃ

'এই সাধু দুজনৰ সৈতে চাপিবৰে পৰা এই পবিত্ৰ-ধামতো ধৰ্মৰ বেমেজালি পালোঁ। পাপৰ প্ৰাধান্য পালোঁ। ইয়াত ধৰ্মৰ অংগ দয়া, দাক্ষিণ্য, আলহী-অতিথি শুশ্ৰূষা, পবিত্ৰতা সংস্বভাৱ এইবিলাক হব লাগিছিল। কিন্তু তাৰ স্থলত ধৰ্মৰ নামত নিলাজ নৃত্যগীত আৰু শেষত দেখিলোঁ ব্যভিচাৰ।'[২৮]

৫৬২ এইদৰে নানা ব্যভিচাৰ আৰু দুনীতিয়ে আমাৰ ধৰ্মৰ গাঠনি সোলোক-ঢোলোক কৰিছিল, নিয়ম-নীতি, আচাৰ-বিচাৰ সকলোতে হিন্দুৰ অৱনতি ঘটিছিল। সেই কাৰণেই শ্ৰৱনানন্দই 'হায় আজিকালিৰ হিন্দু ধৰ্মটো'[২৯] নষ্ট হ'ল বুলি আক্ষেপ কৰিছিল।

৫৭ অলৌকিক তথা অস্বাভাৱিক উপাদানেও বৰদলৈৰ উপন্যাসত বিশেষ স্থান লাভ কৰিছে। তাৰ ভিতৰত সপোন আৰু মেছমেৰিজম তথা সম্মোহন বিদ্যাৰ[৩০] নানা ভেল্কিবাজী, যৌগিক সাধনক্ৰিয়াই প্ৰধান।[৩১] প্ৰতিখন উপন্যাসতে সপোনে এক বিশেষ স্থান পাইছে। 'তাম্ৰেশ্বৰীৰ মন্দিৰ'ৰ বামাচাৰীৰ ভেল্কিবাজী বৈষ্ণৱীয়ে ষড়যন্ত্ৰ তথা অভিসন্ধিমূলক ষড়যন্ত্ৰ[৩২] বুলি প্ৰমাণিত কৰিছে। 'ৰহদৈ লিগিৰী'ৰ ভৰপূৰ গাভৰু কালতে আগমানন্দ-স্বামীৰ দীক্ষাত ষাঠি বছৰীয়া বৃদ্ধা কৃষ্ণদাসীৰ ৰূপ গ্ৰহণ[৩৩] আৰু প্ৰয়োজন মতে গাভৰুকালৰ প্ৰকৃত ৰূপ দেখুৱাব পৰা দক্ষতা[৩৪] এই কথাৰে সুন্দৰ দৃষ্টান্ত। বৰদলৈৰ উপন্যাসত সপোনৰো অন্ত নাই। প্ৰতিখন উপন্যাসতে নায়ক-নায়িকাই সপোনৰ যোগেদি পৰৱৰ্তী ঘটনা বা পৰিণতিৰ ইংগিত আগধৰি পাইছে।

৫৮ বৰদলৈৰ উপন্যাসৰ আন এটা বিশেষত্ব হ'ল বৰ্ণনাৰ মাজে মাজে পাঠকক সম্বোধন কৰি নায়ক-নায়িকাৰ ওপৰত মন্তব্য প্ৰকাশ কৰাৰ প্ৰয়াস, প্ৰতিখন উপন্যাসতে

---

২৭ ৰহদৈ লিগিৰী পৃ ১৫।
২৮ ৰহদৈ লিগিৰী, পৃ ১৬৮।
২৯ ঐ, পৃ ১৭১।
৩০ এই গ্ৰন্থৰ নৱম অধ্যায়।
৩১ ৰহদৈ লিগিৰী, একাদশ অধ্যায়, পৃ ১৭৮।
৩২ তাম্ৰেশ্বৰীৰ মন্দিৰ, পৃ ৭৮-৮৫।
৩৩ ৰহদৈ লিগিৰী, পৃ ১৪২।
৩৪ ঐ, পৃ ১৭৮।

চকুত পৰে। বিশেষকৈ 'কমল আতৈৰ আঁতি-গুৰি চিনাকি' দিয়া,[৩৫] আনৰ 'আৱশ্যক নহলেও আমাৰ এফেৰা আৱশ্যক আছে' বুলি 'অসমীযাৰ বিহু কি' পৰিচয় দিয়া,[৩৬] উপন্যাসৰ আগগুৰি ভালদৰে বুজিব পৰাকৈ 'সেই সময়ৰ ৰাজনীতি এফেৰা' জনাবলৈ ওলোৱা,[৩৭] ৰঙ্গিলীৰ লগত প্ৰথম সাক্ষাততে সকলোৰে দৃষ্টি আকৰ্ষণ কৰা ৰহদৈৰ বিষয়ে পাছত জানিব পৰা যাব[৩৮] বোলা মন্তব্য দিযা, 'সতী-সাধ্বী তথা অক্ষত যোনিৰ অতীব সুন্দৰী' গাভৰু 'ৰহদৈক লৈ দুৱাৰ-ঘৰ মাৰি আগমানন্দই মদ-মঙহ খাই লৈ'[৩৯] তেওঁৰ বাকী থকা চুডান্ত সাধনা কৰিবলৈ লোৱা, প্ৰসংগসমূহত বৰদলৈয়ে পাঠক-পাঠিকাক সম্বোধন কৰাৰ সুন্দৰ নিদৰ্শন। সেই একেদৰে 'মিৰি জীয়ৰী'ত বৰদলৈয়ে কমুদে পানেই হুঁতৰ ঘৰলৈ জোঁৱাই[৪০] খাটিবলৈ অহা সময়ত পানেই পলাই যাওঁতে মিৰি ডেকাৰ হাতত পৰোঁতে[৪১] আৰু সামৰণিত[৪২] 'ৰহদৈ লিগিৰী'ৰ সাধন নে ব্যভিচাৰ শীৰ্ষক ৱৰ্ণনাত[৪৩] 'ৰঙ্গিলী'তো[৪৪] একেদৰে ঔপন্যাসিকে পাঠকক সম্বোধন কৰি উপন্যাসৰ পৰৱৰ্তী কাহিনীৰ ইঙ্গিত দিছে। 'তাম্ৰেশ্বৰীৰ মন্দিৰ'ত বৈষ্ণৱীৰ পৰৱৰ্তী কাৰ্যকলাপৰ পৰিচয় 'ৰহদৈ লিগিৰী'ত পোৱাৰ আভাস দিযাটো মন কৰিবলগীযা। ইয়ো তেওঁৰ উপন্যাসৰ এটা বিশেষত্ব।

৫৯ বৰদলৈৰ উপন্যাসৰ লগত ইতিহাসৰ সম্পৰ্কই হ'ল সৰ্বাধিক আৰু সৰ্বোৎকৃষ্ট মন কৰিবলগীযা কথা। অসমৰ জনজাতি বিশেষকৈ মিৰি সমাজৰ পটভূমিত এখনি সামাজিক উপন্যাসৰ সৃষ্টিও উল্লেখনীয কথা। অৱশ্যে বৰদলৈৰ নাযক-নাযিকাৰ প্ৰেম নিবেদনৰ স্থানসমূহ হ'ল ভুঁইতলী, বিহুতলী, খেতিপথাৰ আৰু ভাওনা-দৌল-প্ৰমুখ্যে আন কিছুমান উৎসৱৰ স্থান। যেনে—

> মৰঙ ঘৰত বিহুৰ আযোজন কৰোঁতে ছেগ চাই সোৱৰ্ণশিৰিৰ পাৰলৈ[৪৫] আহি পানেয়ে প্ৰেম নিবেদন কৰি জংকিকে বিযা কৰোৱাৰ সংকল্প লৈছে, জংকিযেও পানেইক নেপালে 'জীৱনটোকে নাৰাখোঁ' বুলি কথা দিছে।[৪৬] পদুমী-শান্তিৰামৰ প্ৰেমে গজালি মেলিছে নৈৰ ঘাটত, নিশা বিহুৰ থলীত আৰু

৩৫ মনোমতী, পৃ ১৬২।
৩৬ ৰঙ্গিলী, পৃ ১৪।
৩৭ ঐ পৃ ৪৩।
৩৮ ঐ পৃ ১৩৫।
৩৯ ৰহদৈ-লিগিৰী, পৃ ৪৪।
৪০ মিৰি জীয়ৰী, পৃ ৫২।
৪১ ঐ পৃ ৭৮।
৪২ ঐ পৃ ৯৫।
৪৩ ৰহদৈ লিগিৰী, পৃ ১২০।
৪৪ ৰঙ্গিলী, পৃ ২৩।
৪৫ মিৰি জীয়ৰী পৃ ২৬।
৪৬ ঐ পৃ ২৮।

সেই প্ৰণয় গহ্বৰ আকাৰ লৈছে নৈৰ ঘাটৰ পানীৰ জুৰুলীতঃ পদুমীৰ মুখত 'মই আপোনাৰ' বুলি শুনি শান্তিৰামেও আচম্বিতে 'পদুমীক আকোৱালি ধৰি' কলে—'মই তোমাৰ তুমি মোৰ'।[৪৭] বিচিত্ৰী-মনাই, কেতেকী-জয়ৰাম, সংৰাম-ৰংগিলীৰো প্ৰেম ঠন্ ধৰি উঠিছিল নিশা বিহু-তলীত।[৪৮] মনোমতী-লক্ষ্মীকান্তৰ প্ৰেমৰ সঞ্চাৰ হয় বৰপেটাৰ দৌলৰ ফাকুৱা উৎসৱত, যি প্ৰেমৰ সপোন অভিসাৰৰ ঠাই আছিল বৰনগৰীয়া বৰুৱাৰ পুখুৰী পাৰৰ 'জুৰ লোৱা ঘৰটি'।[৪৯] অৱশ্যে ইয়াৰ মাজত অতি সক্ৰিয় গাভৰু গৰাকী আছিল পমিলা। ৰহদৈ-দয়াৰামৰ প্ৰেম নিবেদনৰ স্থান আছিল ম'হ চৰণীয়া ঠাই, নৈৰ ঘাটি।[৫০] ৰূপহীক নিৰ্মলে পলুৱাই নিছিল ভাওনাৰ মাজৰ পৰা পুৱতি নিশা।[৫১] ধনেশ্বৰ আঘনীৰ প্ৰেমৰ বীজ অঙ্কুৰিত হয় ভুঁইতলীত আৰু সেই প্ৰেমে ভৰপক লয় ভুঁইতলীতে।[৫২] কমলেশ্বৰ গোহাই আৰু ফুলেশ্বৰীৰো প্ৰেমালাপৰ ঠাই আছিল ব্ৰহ্মপুত্ৰ নৈৰ পাৰ।'[৫৩]

সমাজৰ কিম্বা পিতৃ-মাতৃৰ অসম্মতিত প্ৰেমিক-প্ৰেমিকাৰ সেই প্ৰণয় হয়তো বিপৰ্যস্ত হৈছে, নাইবা মিলন ঘটিছে। আকৌ আকস্মিকভাৱে হোৱা প্ৰণয় আৰু মিলন বা বিচ্ছেদৰ পৰিণতি আৰু ধৰ্মৰ শীতল ছাঁত আশ্ৰয় গ্ৰহণ কৰি সন্ন্যাসী, কেৱলীয়া ভকত, বৈষ্ণৱী আদি ৰূপত জীৱনযাপন কৰা কথাত কোনো নতুনত্ব নাই। এইবোৰ বিষয়ত অন্যান্য ঔপন্যাসিকৰ দৰে বৰদলৈৰ উপন্যাসতো কেৱল গতানুগতিকতাহে চকুত পৰে।

---

৪৭ ৰঙিলী, পৃ ৮৫।
৪৮ ঐ পৃ ৬০।
৪৯ মনোমতী, পৃ ৭৭।
৫০ ৰহদৈ লিগিৰী, পৃ ১৮।
৫১ নিৰ্মল ভকত, পৃ ১০।
৫২ তাম্ৰেশ্বৰীৰ মন্দিৰ, পৃ ১৮-১৯।
৫৩ ঐ পৃ ৬৪-৬৫।

**ষষ্ঠ অধ্যায়**

# ৬.00 বৰদলৈৰ উপন্যাসত সমাজ আৰু সংস্কৃতি

৬.১. ঐতিহাসিক ঔপন্যাসিক ৰূপে প্ৰসিদ্ধি লাভ কৰিছিল যদিও ৰজনীকান্ত বৰদলৈ যথেষ্ট সমাজ সচেতন লেখক আছিল। সেই কাৰণেই 'মিৰি-জীয়ৰী' সামাজিক উপন্যাস ৰচনাতে ক্ষান্ত নাথাকি কিংবদন্তীৰ আধাৰত 'খাম্বা-থোইবী' নামৰ আন এখনি উপন্যাস মণিপুৰৰ পটভূমিত লিখে। ঐতিহাসিক উপন্যাস কেইখনৰো প্ৰতিটো ঘটনাৰ লগত সমসাময়িক সমাজ-সংস্কৃতি অতি ঘনিষ্ঠভাৱে জড়িত। কিয়নো বৰদলৈৰ সেই সময়ৰ সমাজৰ লগত আছিল অতি সুন্দৰ পৰিচয়।[১] আনকি ব্ৰহ্মদেশ তথা মানদেশীয় পটভুমিৰ কথা বৰ্ণনা কৰোঁতে সেই ঠাইৰ সমাজখনৰ কথা, জীৱনধাৰাৰ কথা, মঠ-মন্দিৰৰ কথা, ধৰ্মৰ কথা ইত্যাদি বিষয়ৰ আভাস দিবলৈ যত্ন কৰিছে।[২]

> 'হাল গৰুলৈ খেতি কৰাতো মানৰ দস্তুৰ। হিন্দু ধৰ্ম তাত নাই, সকলো বৌদ্ধ ধৰ্মৰ লোক আৰু সেই দেশৰ ছোৱালী বিয়া কৰোৱাত কোনো বাধা নাই, কেৱল নিজৰ ধৰ্ম এৰি বৌদ্ধ ধৰ্ম লব লাগে। মানৰ দেশখন অতি ধুনীয়া। মঠ-মন্দিৰ দৌলৰ দৰে জোঙা নানা নক্সা কটা কাঠৰ টুপবোৰ সোণৰ কলচীযুক্ত। তিৰোতা সকল তেজগোৰা, অতি ধুনীয়া, চকুত লগা, কিন্তু নাকবোৰ বহল চেপেটা। গাভৰুবোৰ মুকলিমুৰীয়া স্ফূৰ্তিবাজ, যাকে ভাল পায় তাকে বিয়া কৰায়। খাদ্যৰহে বাচ-বিচাৰ নাই। গৰু, ম'হ, ছাগলী, মদ, গাহৰি, মুৰগী, হাঁহ, পাৰ, শুকান মাছ, ইন্দুৰ, নিগনি, বাদুলি আদি সকলো খায়। ঠাইখন ঠাণ্ডা আৰু স্বাস্থ্যকৰো।

মান দেশীয় প্ৰসংগযো উপন্যাসক অধিক সজীৱ কৰি তুলিছে।

৬২ সেই একেদৰে মিৰি গাঁও বা পাহাৰীয়া গাছি মিৰিৰ প্ৰসঙ্গত সিবিলাকৰ সামাজিক জীৱনৰ চিত্ৰাঙ্কনত ঔপন্যাসিকে মনোযোগ দিছে। সোৱণশিৰিৰ পাৰৰ ঘুণাসুঁতি গাঁৱৰ বৰ্ণনা, মিৰি ডেকা-গাভৰুৰ মুকলিমুৰীয়া স্বভাৱ আৰু পাৰম্পৰিক সহজ-সৰল বন্ধুত্ব, সোৱণশিৰি নদীখনৰ লগত মিৰিসকলৰ সম্পৰ্ক, ঐনিতম, বিহুগীত আদিৰ পযোভৰে মিৰি গাঁও সজীৱ কৰি ৰাখে। 'নৰাছিগা বিহু'ত 'মৰং ঘৰত' গাঁৱৰ সকলোৱে গোট খাই আশীৰ্বাদ লোৱাৰ পিছত 'চিযাগীত' গোৱা নিয়ম, তাৰ পিছতহে অন্যান্য গীত পদ গায়। এইবোৰৰ বৰ্ণনাৰে বৰদলৈয়ে উপন্যাসখনত মিৰি সমাজৰ ভালেমান চিত্ৰ অঙ্কণ কৰিছে। 'কাৰ্চিং-কাটাং' মিৰিসকলৰ শ্ৰেষ্ঠ দেৱতা, পানেইয়ে সেইজন দেৱতাৰ নামত শপত খাই জংকিক বিয়া কৰোৱাৰ[৩] সংকল্প লৈছে।

---

১ গোস্বামী ত্ৰৈলোক্যনাথ : ৰজনীকান্ত বৰদলৈ জন্ম-শতবাৰ্ষিকী উৎসৱৰ মূল সভাৰ সভাপতিৰ অভিভাষণ, ডিব্ৰুগড়, পৃ ৪।

২ নিৰ্মল ভকত, পৃ ২৮।

৩ মিৰি জীয়ৰী, পৃ, ১৮।

ডেকা-গাভৰুৱে নিজ ইচ্ছাৰে মিৰি সমাজত জীৱন লগৰী বাছি লব পাৰে, অৱশ্যে বিয়াত দৰাঘৰে কন্যাঘৰক গা-ধন দিয়া প্ৰথা মিৰি সমাজৰ বিয়াৰ এক প্ৰধান অঙ্গ। কেতিয়াবা গা-ধনৰ বাবেও হ'বলগীয়া বিয়াত বিঘিনি ঘটে। ছোৱালী খোজা-বঢ়া কৰিও মিৰি সমাজৰ বিয়া পতা হয় আৰু একেদৰে পলুৱাই নি ৰাইজক দণ্ড-দক্ষিণা দি দায-জগৰ ভাঙি বিয়া পাতিও মিৰি সমাজত স্থান পোৱা কথা প্ৰচলিত আছে। গাছি মিৰিৰ সাজপাৰৰ বৰ্ণনাও অতি প্ৰাঞ্জল। যেনে—

> 'মূৰত বেতৰ টুপী, ক'কালত বেতৰ কোধাৰি, হাতত দা, মুখত একোটা বাঁহ, পিতল বা আধতুৱাৰ ধুপাত খোৱা নল।'[৪]

সেই সময়ত লক্ষীমপুৰ চহৰৰ নানা ভাষা-ভাষী দেশী-বিদেশী মানুহৰ লগত মিৰি আদি জনজাতীয় লোকৰ সুন্দৰ মিলা-প্ৰীতি আছিল, কোনো সন্দেহ বা বেয়া পোৱা-পুই নাছিল। বিহুৰ সময়ত মিৰি সকলে ঘৰে ঘৰে বিহু মাৰি ফুৰিছিল। ঢোল, ডগৰ, পেঁপা, গগণা, টকা, তাল লৈ দল বান্ধি অহা মিৰি ডেকা-গাভৰুসকলে ঘৰে ঘৰে বিহু মাৰি টকাটো বা আধলিটো লৈ আমোদ কৰিছিল।[৫] ঘৰৰ লোকৰ কুশল, শ্ৰীবৃদ্ধি কামনা কৰি হৰ্ষমনেৰে আশীৰ্বাদ দিছিল। এইবোৰ সামাজিক চিত্ৰ অংকণত বৰদলৈ আছিল সিদ্ধহস্ত।

৬ ৩· আহোম শাসনৰ অৱক্ষয়ৰ সূচনা পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ মন্ত্ৰীত্বৰ কালতে হয় যদিও বৰ ৰজা ফুলেশ্বৰী কুঁৱৰীয়ে, আৰু চন্দ্ৰকান্ত সিংহৰ মাতৃয়ে ৰাজকাৰ্যত ব্যক্তিগত ভূমিকা লোবাৰ সময়ত এই অৱক্ষয়ে চূড়ান্ত পৰ্য্যায় পায়। ঘৰৰ বোৱাৰীয়ে ষড়যন্ত্ৰত লিপ্ত হোৱা কথা তাৰে সাক্ষী।[৬] ৰজা দুৰ্বল, বিষয়া-সকল ক্ষমতালোভী আৰু পৰস্পৰৰ মাজত হিংসা-হিংসি, খিয়লা-খিয়লি, ঈৰ্ষা—পৰশ্ৰীকাতৰতা। তাতে আকৌ ধৰ্মীয় দিশত নানা ব্যভিচাৰ কেলেঙ্কাৰীৰ সৃষ্টি। ৰাজনীতিত যিদৰে ৰজাৰ ফলীয়া এদল, মন্ত্ৰীৰ ফলিয়া এদল, গাঁওবোৰতো ধৰ্মৰ বিষয়ত নানা ভাগ দল উপদল, শাক্ত-বামাচাৰী নিয়মনীতিৰ অনুগামীৰ কথা নকলেও বৈষ্ণৱৰ মাজতেই 'সততে মহাপুৰুষীয়া আৰু দামোদৰীয়া সম্প্ৰদায়ৰ ভিতৰত দন-কাজিয়া'। দলাদলি লৈয়ে সকলো ব্যস্ত। ডেকা-গাভৰুৰ স্বেচ্ছাচাৰ বিধবাৰ প্ৰতি অন্যায় অবিচাৰ, কোনো বিধবাৰ আকৌ জাৰজ সন্তানৰ মাতৃ হৈ সমাজচ্যুত, ইত্যাদি নানা ব্যভিচাৰেৰে সমাজ জুৰুলা।

> 'কোনো এটা জাতিৰ ধংস হোৱাৰ আগৰ্থিনিতে যি বিলাক পাপ হয় সেই সেই সমস্ত পাপ অসমীয়াৰ গাঁৱে গাঁৱে সমাজে সমাজে ভৰপুৰ।'[৭]

---

৪ মিৰি জীয়ৰী, পৃ ৮৮।
৫ ঐ পৃ ১০।
৬ শৰ্মা, বেণুধৰ, ১৯৭৪ঃ দুৰ্বৰীদ, পৃ. ৭৭।
৭ ৰহদৈ লিগিৰী, পৃ. ১৭১।

তাৰো কিছু বছৰৰ আগতে মানৰ আক্ৰমণৰ আগতে কিন্তু গাঁৱৰ সমাজৰ ছবি বহু পৰিমাণে পৱিত্ৰ আৰু ভাল লগা আছিল। মাজুলীৰ কমলাবাৰীৰ ৰতিকান্ত তাৰ সাক্ষী। সেই দিনতো কিন্তু মাহীমাকৰ সতীয়া পুতেকৰ প্ৰতি কু-ব্যৱহাৰ আছিল, দয়াৰামক মাহীমাক সুভদ্ৰাই এদিনো ভাল চকুৰে চোৱা নাছিল। শান্তিৰামৰ ভাগ্যত মাহীমাকৰ নিমৰমিযাল ব্যৱহাৰহে আছিল।

৬৪ সেই কালত আহোম স্বৰ্গদেৱ সকলৰ অসীম প্ৰতাপ। মন গ'লে যিকোনো গাভৰুক লিগিৰী স্বৰূপে ৰাখিব পাৰিছিল, বিযাবাৰুও কৰিব পাৰিছিল। তাত বিশেষ হকা বধাই কাম নিদিছিল। চিনাতলীযা নটৰ জীযৰী[৮] নাচনী ফুলেশ্বৰীক বিযা কৰাইছিল শিৱসিংহ স্বৰ্গদেৱে। কেতিযাবা ব্যক্তিগত ক্ষমতা আৰু স্বাৰ্থপূৰণৰ বাবেও ডা-ডাঙৰীয়া সকলৰ ল'ৰা-ছোৱালীৰ মাজত বিবাহাদিৰ দ্বাৰা সম্পৰ্ক স্থাপন কৰিছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পুতেক ওৰেযানাথলৈ বদন বৰফুকনৰ একমাত্ৰ কন্যা পিজৌ আইদেউক বিযা দিয়াৰ উদ্দেশ্য আছিল বদন বৰফুকনৰ ৰাজকীয স্বাৰ্থপূৰণ, কাৰণ বুঢ়াগোহাঁইক হাতত ৰাখিব পাৰিলেই নামনিত বদন হ'ব সৰ্বেসৰ্বা।[৯] এনেবোৰ কথাৰ উপৰিও দেখা যায়– সেই সময়ত ডেকা-গাভৰুৰ মুকলিমূৰীযা স্বভাৱ, মিলামিছা কৰাত 'বিযাৰ আগলৈকে' তেওঁলোকৰ ওপৰত সামাজিক বাধা নাছিল। অৱশ্যে এই ক্ষেত্ৰত খেতি-পথাৰৰ কাম-কাজ, গ্ৰাম্য সমাজৰ জীৱনধাৰা আৰু সমাজৰ উৎসৱ-পাতি বিশেষকৈ বিহু আৰু তাৰ আনুষঙ্গিক আচাৰ অনুষ্ঠানলৈ আঙুলিযাব পাৰি। খেতি পথাৰত গৰু ৰাখোঁতে বা ম'হ চৰাওঁতে ডেকা বা গাভৰুৱে সমানে ভাগ লব পাৰিছিল। ছোৱালী বুলি কোনো বাধা নাছিল। চুটীয়া ল'ৰা ধনেশ্বৰ, বৰদেউৰীৰ গাভৰু জীয়ৰী আঘণী আৰু দেউৰী ল'ৰা মনেশ্বৰ আটায়ে খেতি পথাৰত সমানে কাম কৰিছিল—সেই সামাজিক দস্তুৰ মানিহে দয়াৰামৰ লগত একে লগে মুকলিমূৰীয়াভাৱে ৰহদৈয়েও দিনৰ সৰহভাগ সময ম'হ চৰাই লৈ ফুৰিছিল। এই বিলাকে সেই সময়ৰ অসমীযা গাঁৱলীযা সমাজৰ এটা সুন্দৰ পৰিচয দাঙি ধৰে।

৬.৪১. বিযা অসমীয়া সমাজৰ এটা অতি পৱিত্ৰ আৰু অপৰিহাৰ্য্য অনুষ্ঠান। সাধাৰণতে ল'ৰা-ছোৱালীৰ মাক-বাপেকে আগ ভাগ লৈ বিযা পাতে যদিও ব্যক্তিগত ভাৱে ল'ৰা-ছোৱালীয়ে জীৱনসংগী বাছি লবও পাৰিছিল, অৱশ্যে জাত-পাতৰ বিচাৰ তেতিয়াও আছিল। বৰদলৈৰ উপন্যাসত একাধিক স্থানত সেই কথা প্ৰকাশ পাইছে। আঘণী বৰদেউৰীৰ ছোৱালী বাবেই চুটীয়া ল'ৰা ধনেশ্বৰলৈ বাপেকে বিয়া দিব খোজা নাছিল যদিও দুয়োৰে কিন্তু পৰস্পৰৰ প্ৰতি আকৰ্ষণ আছিল। ৰহদৈ দযাৰামৰ মাজতো তেনেকৈ হিয়া দিয়া-দিযি হৈছিল, কিন্তু দৈব দুৰ্বিপাকত পৰি সিহঁতৰ বিয়া নহ'ল—সিহঁতৰ ক্ষেত্ৰত সামাজিক বাধা আৰোপিত হোৱা নাছিল। ৰংগিলী সত্ৰামৰ

৮ ভূঞা, সূৰ্য্যকান্ত ( সম্পা ) ঃ ১৯৬৪ ঃ সাতসৰী অসম বুৰঞ্জী, পৃ. ১২৬।

৯ ৰংগিলী পৃ. ১৬৩।

মাজতো প্ৰণয় গঢ়লৈ উঠিছিল, কিন্তু সিহঁতৰো দৈব-দুৰ্বিপাকত পৰি মিলন নহ'ল। সমাজত এনেকুৱা ঘটনা সচৰাচৰ ঘটিয়ে থাকে। বৰদলৈয়ে তাকেই ইয়াত দেখুৱাবলৈ যত্ন কৰিছে মাত্ৰ। ছোৱালীৰ বিয়া দিয়াৰ বয়স আছিল গাভৰু কাল।

> 'ব্ৰাহ্মণত বাজে আনবিলাক জাতিৰ মানুহৰ ছোৱালী কুমাৰী কালত বিয়া দিয়া দস্তুৰ আজিলৈকে ভালকৈ চলা নাই। এশ বছৰৰ আগেয়ে যেতিয়া স্বাধীন আছিল তেতিয়াতো কলিতা, কেওট, কোঁচ, ইত্যাদি জাতিৰ হিন্দু সকলে কুমাৰী কালতে ছোৱালী বিয়া দিয়া দুৰ্ব্বস্তাং কথা আছিল।'[১০]

মাক-দেউতাকে আপত্তি কৰিলে ল'ৰা-ছোৱালীয়ে স্বইচ্ছাৰে পলাই গৈ পাছত সমাজত দোষ স্বীকাৰ কৰি দাৰ-দণ্ড দি সমাজভুক্ত হৈ বসবাস কৰা কথা বৰদলৈয়ে একাধিক স্থানত প্ৰকাশ কৰিছে।

৬৪২ সেই সময়ত গাঁওবোৰত মানুহ মিলাপ্ৰীতিৰে বাস কৰিছিল। সিবিলাকৰ ব্যৱসায়ৰ তাৰতম্য আছিল যদিও পূজাৰী, বিধিপাঠক, পুৰোহিত ইত্যাদি শুচিবায়ু-গ্ৰস্ত ব্ৰাহ্মণ থকা গাঁৱতে আহোম, কছাৰী, চুটিয়া, কলিতা, কোঁচ আদি নানা জাতৰ লোকে বসবাস কৰিছিল আৰু কাৰো মাজত দন-হাই নাছিল। গাঁৱৰ জীয়ৰী সকলেও তাঁত বাটি কৰিছিল, বিহুৱান কাপোৰ বৈছিল, মাছমৰা, ভুঁই ৰোৱা, ম'হ চৰোৱা, গৰু ৰখা আদি ঘৰৰ ভিতৰৰ আৰু বাহিৰৰ সকলো কামকে কৰিছিল।

৬৫ তাহানিখন আহোমৰ ঘৰে ঘৰে ফটিকা প্ৰস্তুত কৰা হৈছিল আৰু লগ-সমনীয়া আহিলে ঘৰতে তৈয়াৰী ফটিকা পান কৰোৱা হৈছিল। সত্ৰৰ মেধি-মহন্তৰ ল'ৰাই লুকাই চুৰকৈ বন্ধুৰ ঘৰত মদ খাইছিল। ঘৰে ঘৰে তামোলৰ প্ৰচলন আছিল। সেই সমাজত ধঁপাত চিলিম খোৱাৰ প্ৰথাও আছিল। খুৰিয়া তামোলৰ প্ৰচলন প্ৰাচীন কালৰে পৰা চলি আহিছিল। সেইকালত অসমত মন্ত্ৰাদিৰ ওপৰত যথেষ্ট বিশ্বাস আছিল। অসমত মন্ত্ৰৰ বৰ বল বুলি মানুহে ভাবিছিল।[১১] অসমীয়া লোকে মাৰণ, উচাটন, স্তম্ভন, বশীকৰণ, সম্মোহন ইত্যাদি বিবিধ মন্ত্ৰ জানিছিল। বৰদলৈৰ উপন্যাসত অসমীয়া সমাজৰ এইবিলাক কথাৰ সম্ভেদ আছে।

৬৬. উৎসৱৰ ভিতৰত বিহুৰ প্ৰভাৱ সৰ্বাধিক। সেই সময়ত ঘৰৰ জীয়ৰী, বোৱাৰী সকল ব্যস্ত হৈ পৰে সান্দহ-চিৰা, পিঠা-লাৰু আদি প্ৰস্তুত কৰাত। চ'তৰ ভিতৰতে হিচাপৰ বিহুৱান কেইখন বৰ লাগিবই। চ'তৰ নিশা বিহুত গাৱঁৰ কিছু ডেকা-গাভৰুৱে যোগ দিয়ে, তাত বিহুগীত গায়, ঢোল, টকা, তাল, পেপাঁৰ লগত তাল মিলাই নাচেও। বহুতৰ মাজত এইদৰে নতুন প্ৰণয় গঢ়ি উঠে অথবা প্ৰণয়ে পুৰঠ ৰূপ লয়। অসমীয়া সমাজত বিহুৰ কি সমাদৰ তাক বৰদলৈয়ে বহু ঠাইত উল্লেখ

১০ ৰংগিলী, পৃ. ৭।
১১ ৰংগিলী, পৃ. ২২।

কৰিছে।[১২] প্ৰসংগৰ লগত সংগতি ৰাখি বিহুত ইঘৰৰ মানুহ সিঘৰলৈ গৈ পৰস্পৰৰ মাজত সহৃদয়তাৰ ভাৱ অধিক গাঢ় কৰি তোলাৰ বৰ্ণনা বৰদলৈয়ে সুন্দৰ ভাৱে দিছে। ৰংগিলী তেনেকৈয়ে ৰজাৰ চকুত পৰিছিল।

৬৬১ কিছু লোকে বিহুগীত বিহুনৃত্যত অশ্লীলতাৰ গন্ধ পাইছিল, কিন্তু সেই গীতবোৰ হোজা নিৰক্ষৰ কবিৰ বিশেষকৈ ডেকা-গাভৰুৰ শুদ্ধ প্ৰণয় ভাৱৰহে প্ৰকাশক। নৃত্য আকৌ সেই গীতৰ লগত জড়িত এক কলাবিদ্যা। তাক চাবলৈ হলে সেই কল্যাবিদ্যাৰ কথা জানিব লাগে। আজি লোপ পোৱা তাহানিৰ নিশা বিহুৰ দীঘলীয়া বৰ্ণনাৰ কথাও প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি। বৰদলৈয়ে দেশৰ ৰীতি-নীতি বৰ্ণোৱা সমাজ সচেতন ঔপন্যাসিক হিচাপে আমাৰ থলুৱা পুৰণিকলীয়া জাতীয় বস্তু এটাৰ কিবা বেয়া দেখিলেও ভাল বুলি দেখুৱাবলৈ[১৩] যত্ন কৰা কথাষাৰ মন কৰিবলগীয়া। আগতে বিহুৰ ভালেমান আচাৰ-নীতি শিক্ষিত সমাজৰ বহুতে ভাল চকুৰে নাচাইছিল। ৰংপুৰত অসমীয়া বিহুৱে ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰাৰ পাছৰ পৰা বিহু উৎসৱে এক নতুন জীৱন পালে। ম'হ যুজ, মালযুজ, মুকলি বিহু, মিৰিবিহু, হাতীৰ দৌৰ, ঘোঁৰাৰ দৌৰ, শেন-খেলি ৰংচোৱা, গায়ন-বায়ন আদিত ইয়াৰ পয়োভৰ বাঢ়িল।

অসমীয়া ডেকা-গাভৰুৱে এবাৰ প্ৰণয় পাশত আবদ্ধ হ'লে তাৰপৰা লৰচৰ নকৰে। ইয়াৰ দৃষ্টান্ত প্ৰতিখন উপন্যাসতে বিদ্যমান। আনকি দুই পৰিয়ালৰ মাজত দুৰ্ঘোৰ কাজিয়া থকা স্বত্বেও শেষত গৈ মনোমতী আৰু লক্ষ্মীকান্তৰ বিয়া সম্পন্ন হৈছিল, ধনেশ্বৰ আৰু আঘণীৰ বিয়াও হ'ল। নিৰ্মল-ৰূপহীৰ মাজতো পলাই গৈ মাহীয়েকৰ ঘৰত বিয়া হৈছিল। কেৱল নহ'ল ৰংগিলী আৰু সংৰামৰ মাজত, দয়াৰাম্-ৰহদৈৰ মাজত বিয়া নহ'ল যদিও দুয়ো পূৰ্বৰ প্ৰণয়ৰ কথা মনৰ পৰা বিসৰ্জন দিব নোৱাৰা বাবে আজীৱন অবিবাহিত হৈয়ে কটালে, দুয়ো স্বদেশ আৰু স্বজাতিৰ হকে মন প্ৰাণ সঁপি দিয়াটো কম কথা নহয়।

৬৬২ মাজুলীৰ আউনিআটী, দক্ষিণপাট, কমলাবাৰী আকৌ কামৰূপৰ বৰপেটা সত্ৰৰ বিবিধ উৎসৱ, আচাৰ-অনুষ্ঠানে বৰদলৈৰ উপন্যাসত বিশেষ স্থান লাভ কৰিছে। বৰপেটাৰ ফাকুৱা উৎসৱৰ আয়োজন কীৰ্তন ঘৰক কেন্দ্ৰ কৰি প্ৰতিবছৰে উদ্‌যাপিত হয়। ফাকুৱাৰ শেষ দিনা শ্ৰীকৃষ্ণৰ ঘুনুচাৰ 'বাড়িৰ' পৰা লক্ষ্মী আইৰ 'গৃহলৈ' উলটি অহাৰ দিন। এই সত্ৰৰ বৰ্ণনা, কীৰ্তনঘৰৰ বৰ্ণনা, উৎসৱৰ বিৱৰণ আদিত বৈষ্ণৱ সম্প্ৰদায়ৰ সজীৱ চিত্ৰ অংকিত হৈছে। এই বৰ্ণনা প্ৰসঙ্গত বৰদলৈয়ে কোৱা 'আমি সঠিককৈ জানিছোঁ মানৱ দিনৰ আগেয়েও এই গড়, এই মঠ আৰু এই কীৰ্তন ঘৰেই আছিল, কেৱল বাটঘৰটোৰ বাজে ইবিলাক ঘৰৰ চালবিলাক খেৰৰ আছিল'

১২ ৰংগিলী, পৃ ১৪-১৯।
১৩ ঐ, পৃ. ৫২।

বোলা কথাযাৰ তাৎপৰ্য্যপূৰ্ণ।[১৪] মহাপুৰুষীয়াৰ বৰপেটাৰ থানেই হেনো প্ৰধান। কিন্তু এই থানৰ নীতি-নিয়ম আনবোৰ সত্ৰৰ দৰে নাছিল। সত্ৰৰ প্ৰতিষ্ঠাপক মহাপুৰুষে পৰলোকলৈ যাত্ৰা কৰাৰ আগতে সমূহ ভকত আৰু ৰাইজক সত্ৰৰ গৰাকী পাতি থৈ যায়। এইষা নতুন ব্যৱস্থা। ফলত 'বৰপেটা সত্ৰৰ স্বত্ব প্ৰজাতন্ত্ৰৰ ওপৰত' অৰ্পিত হৈছিল।[১৫] এইদৰে বৰপেটা সত্ৰৰ পৰিচালনা পদ্ধতি 'প্ৰজাতন্ত্ৰ' অৰ্থাৎ গণতন্ত্ৰ আছিল যদিও বলী, বুদ্ধিমান আৰু বিচক্ষণ জনেহে ভালখিনি ভোগ কৰিছিল। বৰদলৈয়ে সেয়েহে কৈ গৈছে[১৬]—

> 'স্বাৰ্থৰ বশৱৰ্তী হৈ সকলোৱে সদায় হাই-দন্দ-কাজিয়া কৰিছিল। অজলা ৰাইজক চুণটেপা আৰু পাণখিলা দি মুখিয়াল কেইজনে সদায় বৰচৰুটো আত্মসাৎ কৰিবলৈ অভিপ্ৰায় কৰিছিল।'

সেই কালৰ কণৰাগাঁও, বৰনগৰ, যুগীৰ পাম বৰপেটা আদি ঠাইৰ বৰ্ণনাৰ মাজেদি পুৰণি অসমীয়া গ্ৰাম্য সমাজখনৰ পৰিচয় পোৱা যায়। সেই সমাজখনৰ লগত বৰদলৈৰ বিশেষ পৰিচয় থকাৰ বাবে সেই সমাজৰ বৰ্ণনাত মাত্ৰাধিক ৰহণ চকুত নপৰে।

৬৬৩. দুৰ্গোৎসৱেও বৰদলৈৰ উপন্যাসত বিশেষ স্থান পাইছে। ৰজাঘৰীয়া দুৰ্গোৎসৱত উলহ-মালহ বৰ বেছি। দুৰ্গোৎসৱত সংবাদে কিংখাপৰ চোলা পিন্ধি আহি বিপদত পৰিল। সেই একেদৰে বৰফুকনে দুৰ্গোৎসৱৰ আয়োজন কৰি বলি দিয়াৰ সময়ত এক আনন্দমুখৰ পৰিবেশৰ মাজত আন এটা অনভিপ্ৰেত অৱস্থাত ৰূপচিং বঙালৰ হাতত নিজেই মৃত্যুৰ মুখত পৰিল।[১৭] আকৌ দুৰ্গোৎসৱ চাবলৈ আহি দয়াৰামৰ প্ৰণয়িনী ৰজাৰ চকুত পৰিল, কিন্তু বিজয়াৰ দিনা বিসৰ্জন চাই আহোঁতে বিশেষ মুহূৰ্তত মন দিয়া-দিয়ি হৈ গ'ল। ৰহদৈয়ে 'বাটে-পথে আগলৈ এনেকুৱা নকৰিবি' বুলি সঁকিয়াই দিলে। সেই একেদৰে দুৰ্গাপূজাৰ সময়ত তামাৰ মাইৰ মন্দিৰ, যাড়ৰ খেলৰ ধনেশ্বৰক ষড়যন্ত্ৰ কৰি বলি দিবলৈ নি বামাচাৰী সন্ন্যাসীহে মৃত্যুৰ মুখত পৰা কথা মন কৰিবলগীয়া। একাধিক স্থানত বৰদলৈয়ে যি দুৰ্গোৎসৱৰ বৰ্ণনা দিছে তাৰ লগত সম-সাময়িক সমাজ আৰু ৰজা-প্ৰজাৰ সম্পৰ্ক, আনন্দ-আশা-আকাঙ্ক্ষা প্ৰকাশ কৰিছে। বিবিধ জন্তুৰ বলি বিধান আৰু তাৰ অন্তৰালত থকা বিষয়াবৰ্গৰ ক্ষমতা লিপ্সা আদিৰ পৰিচয়ো পোৱা যায়। 'ৰাধা-ৰুক্মিণীৰ ৰণ' এই সৰু উপন্যাসখনতো অসমীয়া সমাজৰ চিত্ৰ কিছু পোৱা যায়। মোৱামৰীয়াৰ ৰাজহুৱা নাম-কীৰ্তন আৰু ৰাধাৰ দেওধনী নাচৰ দীঘলীয়া বৰ্ণনা[১৮] মন কৰিব লগীয়া। গোঁসাইক ৰভাতলীলৈ

---

১৪ মনোমতী, পৃ ২।
১৫ ঐ, পৃ ১৬৫।
১৬ ঐ, পৃ. ১৬৫।
১৭ ৰহদৈ লিগিৰী, পৃ ৭১।
১৮ ৰজনী বৰদলৈ ৰচনাৱলী, পৃ. ১৪-১৯।

দোলাৰ পৰা 'দাং দোলাকৈ নিয়া', দেওধনীয়ে পাৰ-হাঁহৰ কেঁচা তেজ পি তুলসী পানী খোৱা, চোকা তৰোৱালৰ ওপৰত জাঁপিয়াই জাঁপিয়াই নচা, ভৱিষ্যতৰ কথা সোধা আদি অসমৰ পুৰণিকলীয়া প্ৰথা আজিও কোনো কোনো গাঁৱত বিৰাজমান। দেওধনীযে নাচি নাচি সময হ'লে নিজেই চিঞৰি উঠে 'মোৰ পৰীক্ষা ল, কোনে কি সোধ সোধ' হি বুলি। মোৱামৰীয়া সকলৰ মাজত গুণ-মন্ত্ৰৰ প্ৰচলন আছিল, সেই অলৌকিক শক্তিৰ পুথি 'ধাতু-তাম্ৰাক্ষৰী' এই পন্থৰ লোকৰ হাতত থকা বুলি সকলোৱে বিশ্বাস। এই পুথিযে যিদৰে মায়াক মাৰিব পাৰে, সেইদৰে মায়াৰ জাল মেলি অলৌকিক কাৰ্য্য কৰিব পাৰে বুলিও প্ৰবাদ আছে।[১৯] তদুপৰি কিংবদন্তী অনুসৰি এই পুথিখনি অনিৰুদ্ধ আতৈযে কিছু আয়ত্ব কৰিছিল বুলি জানিব পাৰি শংকৰদেৱে সেই পুথিখন নিবলৈ কোৱাৰ উপৰিও উজনিত ধৰ্ম-প্ৰচাৰ কৰিবলৈ কৈ সেই পন্থৰ নামো 'কাল-সংহতি'[২০] হব বুলি শংকৰদেৱেই হেনো কৈছিল।

৬.৬ ৪. সেই হিচাপেই এই পন্থটো ঘাইকৈ মটক, মৰাণ, মিৰি, আহোমৰ মাজত প্ৰৱৰ্তিল। নিশাৰ গুপুত সেৱাৰ কথাও কোৱা হৈছে। অসমীযা সাজ-পোছাকেৰে সাজি-কাচি মোহনীয়া ৰূপ লৈ বোৱাৰীয়ে দেখা দিযা চিত্ৰও মনোৰম। যেনে—

> 'ৰূকিমণীয়ে চাক-চিকুণ মুগাৰ ৰিহা-মেখেলা পিন্ধি গাত খনীযা কাপোৰ লৈ, গলত মণি পিন্ধি, মূৰত বনাত বালি-চন্দা খুওৱা সৰু দৈযা জাঁপি লৈ, বাঘৰৰ নাৱত উঠিলেগৈ'।[২১]

'নিৰ্ম্মল ভকততো' সমাজ জীৱনৰ বহুখিনি কথাৰ সমাবেশ চকুত পৰে। সেই সময়ত মানুহৰ মুখে মুখে মানৰ অত্যাচাৰৰ কথা শুনা গৈছিল। তেনে এজন বুঢ়াৰ পৰা শুনা কথাকে নিৰ্ম্মলে কৈছিল মানৰ প্ৰথম দুবাৰৰ আক্ৰমণত ৰজাৰ পৰা কৰ-কাটল আৰু ৰণুৱাবোৰক বন্দী কৰি নিয়া কথা, কিন্তু তৃতীযবাৰৰ আক্ৰমণত সাধাৰণ প্ৰজাৰ ওপৰতহে অমানুষিক অত্যাচাৰ উৎপীড়ন কৰিছিল। তেনেকুৱা উৎপীড়ণৰ বৰ্ণনা মানৰ ২য আক্ৰমণৰ বন্দীৰ মুখত বহুলাংশে বিশ্বাসযোগ্য। 'মানৰ উপদ্ৰৱত হেনো অসম শ্মশানত পৰিণত হৈছিল। সেই বিষয়ে মই মানৰ দেশৰ পৰা আহি বি দেখিছিলো তাৰপৰা বঢ়িয়াকৈ বুজিছিলো মানে—আমাৰ অসম দেশখনক কি ৰূপে ধ্বংস কৰিছিল।'[২২]

৬ ৭. অসমীয়া সমাজত আনকি বৈষ্ণৱ সত্ৰৰ মাজতো জাতকুলৰ বিচাৰ বাৰুকৈয়ে সোমাই পৰিছিল বাবেই দেশৰ হকে যুঁজি দেশান্তৰী হোৱা সাহসী বীৰ নিৰ্ম্মল উলটি আহোঁতে 'জাতি ভ্ৰষ্ট মেলেছ' বুলি তাক লেই লেই চেই চেই কৰিছিল। সেই একে দশা

---

১৯ প্ৰাগুক্ত গ্ৰন্থ, পৃ ২।
২০ প্ৰাগুক্ত গ্ৰন্থ, পৃ ৩।
২১ প্ৰাগুক্ত গ্ৰন্থ, পৃ ১২।
২২ নিৰ্ম্মল ভকত, পৃ. ২৯।

হৈছিল বহুদৈ ৰজাঘৰৰ পৰা উলটি অহাৰ পিছত। এই ধৰণৰ সমাজৰ আকৰ্ষণীয় খণ্ড-চিত্ৰৰ অন্তৰালত ঔপন্যাসিকৰ অসমীয়া সমাজৰ বিবিধ অৱস্থা বৰ্ণনাৰ ইংগিত আছে। সমাজত অকলশৰীয়া যৌৱনৰ ৰূপ-ৰসপূৰ্ণা বিধবাৰ ৰূপ মাধুৰীৰ প্ৰতি আসক্ত লোকৰ অভাৱ নহয়। কোনেও কিন্তু বিধবা এজনী বিয়া কৰাই ঘৰ সংসাৰ কৰিব নোখোজে। তেনেকুৱা সাহসী দৃঢ়মনা বিধৱাই মনৰ বলত জীৱিকা উপাৰ্জন কৰি ধৰ্মৰ নীতি-নিয়ম মানি চলি সজভাৱে জীৱন-যাপন কৰে। সেই চিত্ৰ অংকিত হৈছে নিৰ্মলৰ মাহীয়েকৰ জৰিয়তে। এইবিলাক সমাজৰ বাস্তৱ চিত্ৰ।

> ‘জাতকুল ভ্ৰষ্টাৰূপে অভিহিতা ৰূপৱতী নিৰাশ্ৰয়া বা দুখত পৰা গাভৰুৰ প্ৰতি বহুতেই কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ আগবাঢ়ে, কিন্তু তেতিয়া ধৰ্ম, জাতিৰ বিচাৰ নাথাকে কেৱলীয়া ভকতেও সেই পথ লয়।’[২৩]

কেতিয়াবা সাধু সন্ন্যাসীও যৌৱনৰ ৰূপ মাধুৰ্য্য উপচি পৰা গাভৰুৰ প্ৰতি আসক্ত হোৱা একো অস্বাভাৱিক নহয়। তেনে এটি ইংগিত পোৱা যায় ব্ৰহ্মানন্দই বহুদৈক পলুৱাই নি বিয়া কৰাই সংসাৰী হ'ব খোজা প্ৰস্তাৱত।[২৪] সেই একেদৰে পানেই পলাই গৈ আশ্ৰয় লোৱা গাঁৱৰ ডেকা-ল'ৰাটোৱে তাইৰ যৌৱন উপভোগ কৰিব খোজা কথাতো সমাজৰ অন্ধকাৰ দিশৰ এটা চিত্ৰ প্ৰকাশ পাইছে।

৬৮ ‘তাম্ৰেশ্বৰীৰ মন্দিৰ'ৰ বৈষ্ণৱী সামাজিক উদ্দেশ্য আগত ৰাখি সৃষ্টি কৰা চৰিত্ৰ। শদিয়াৰ তামাৰ মাইৰ মন্দিৰৰ নৰবলি প্ৰথা, চুটিয়া সকলৰ মাজত থকা যাড়ৰ খেল, শংকৰ-দামোদৰ-মাধৱ-হৰিদেৱ গুৰুৱে গোঁসানী পূজা নকৰা, দামোদৰে লক্ষ্মী সিংহক কোনো বলি বিধান নকৰাকৈ গোঁসানী পূজাৰ অনুমতি দিয়া, বৈষ্ণৱ সাধু-সন্ন্যাসীৰ সমাজৰ কল্যাণকৰ কাম, চুটিয়া-দেউৰী সমাজৰ জাত-পাত বিচাৰ আৰু ‘আহোম হলু' বুলি ঘোষণা কৰিলেই আহোম হৈ জাত-কুলৰ বিচাৰৰ শাম কটা, সুন্দৰী কৰ্মঠ গাভৰুৰ প্ৰতি প্ৰেম-নিবেদনত গাঁৱলীয়া ডেকাৰ মাজত প্ৰতিযোগিতা আৰু ফেঁৰিয়া-ফেঁৰি বা সেই সংক্ৰান্তত পৰিয়ালৰ মাজত সংঘৰ্ষ আদি ভালেমান খণ্ড চিত্ৰৰ সমাবেশেও ঔপন্যাসিকৰ সমাজ সচেতনতাৰ পৰিচয় দিয়ে।

৬৮১ ‘দন্দুৱাদ্ৰোহ'ত বুৰঞ্জীৰ ঘটনা বহু পৰিমাণে অলৰ অচৰ হৈ প্ৰকাশ পালেও তাৰ মাজতেই সেই সময়ৰ সমাজৰ চিত্ৰ সুন্দৰভাৱে অংকিত হোৱা দেখা যায়। কামৰূপৰ সত্ৰ, অনেক তীৰ্থস্থান, মঠ-মন্দিৰ আৰু বিভিন্ন ধৰ্ম-মতৰ উল্লেখ বাস্তৱ কথা। পদ্মকুমাৰীৰ বিবাহৰ সময়ত বৰনগৰীয়া ঢুলীয়া, গায়ন-বায়ন, বাটত বৰ যাত্ৰীক হেঙাৰ ধৰা, বাট-চ'ৰাত দৰা আদৰা আদি আচাৰ-অনুষ্ঠানৰ উল্লেখ মনকৰিবলগীয়া। সেইদৰে দুৰ্গোৎসৱৰ ষষ্ঠীৰ বিল্ববোধনৰ সময়ত কামৰূপৰ ঢুলীয়া-খুলীয়া, গায়ন-বায়ন, কালীয়া-ওজাপালিৰ সমাবেশ স্থানীয় সংস্কৃতিৰ এক মনোৰম চিত্ৰ। কামৰূপৰ

২৩ বহুদৈ লিক্সৰী, পৃ ১২৩।
২৪ প্ৰাগুক্ত গ্ৰন্থ, পৃ ১৬।

সেই প্ৰসিদ্ধ ওজাপালিৰ বৰ্ণনাত সঁচাকৈয়ে পাঠক মুগ্ধ হব লাগে। একেদৰে বৰফুকনৰ সাত-বিহুৰ উৎসৱৰ কথা কওঁতে আভাস দিয়া বিহুনাচ, নানা খেল-ধেমালিৰ বিৱৰণ সমাজৰ সুন্দৰ খণ্ড চিত্ৰ। দুৰ্গা পূজাৰ প্ৰচলন বাৰুকৈয়ে হৈছিল ডা-ডাঙৰীয়া সকলৰ ঘৰত। আনকি বৈষ্ণৱপন্থী বৰুৱা, চৌধাৰীয়েও তাত যোগদান কৰিছিল, কেৱল বলি-বিধানৰ বিৰোধী আছিল বাবে বলি দিয়া নহৈছিল।

৬ ৮ ২ তদুপৰি অসমৰ সত্ৰৰ প্ৰভাৱত জনপ্ৰিয় হৈ পৰা ভাৱনাৰ কথাও একাধিক স্থানত বৰদলৈয়ে বৰ্ণনা কৰিছে। ভাৱনা-সবাহত গাঁও-ভূঁইৰ মানুহ আনন্দত অধীৰ হৈ পৰে। তেনে পৰিৱেশত ডেকা-গাভৰু আদিয়ে নিজৰ স্বাৰ্থ পূৰণৰ কামো সমাধা কৰে। নিৰ্মলে ৰূপহীক, শান্তিৰামে পদুমীক মোহিণী গাভৰুৰ ৰূপ লৈ সেই ভাওনাথলিৰ পৰাই পলুৱাই নিছিল। সাধাৰণ লোকৰ মাজত পলুৱাই নিয়া কথাটো অলপ বেছি আছিল, তেনেকুৱা দৃষ্টান্ত প্ৰায় কেউখন উপন্যাসতে আছে।

৬.৮.৩ সেই একেদৰে গাঁৱলীয়া সমাজৰ ডেকা-গাভৰু প্ৰেম নিবেদনতো বহু স্বাধীন, তাৰ উপযুক্ত ক্ষেত্ৰ হ'ল খেতি-পথাৰ, নৈ-পুখুৰীৰ ঘাট, নিৰ্জন বা অকলশৰীয়া পৰিৱেশত ঘৰৰ ভিতৰ ইত্যাদি। তদুপৰি প্ৰেম নিবেদনত মনৰ সংকল্প মতে কাম হোৱাৰ উমান পালে প্ৰেম বলিয়া ডেকাই মনৰ উত্তেজনাত প্ৰেমিকাক চুম্বন কৰিবলৈ অকণো সংকোচ নকৰে। ধনেশ্বৰে প্ৰেমৰ প্ৰতিদ্বন্দ্বী মনেশ্বৰৰ আগতে আঘণীক[২৫], পদুমীয়ে 'আজি সুৰুৰ, জলবায়ুক সাক্ষী কৰি' 'মই আপোনাৰ' বুলি ক'লত শান্তিৰামে পদুমীক[২৬], 'মই তোকে বিয়া কৰাম'-সংকল্পৰ উত্তৰত 'মইনো আৰু কি ক'ম'—এই কথা শুনি উত্ৰাৱল হৈয়ে দয়াৰামে ৰহদৈক[২৭] চুমা খোৱা কথা ঔপন্যাসিকে অকপটভাৱে বৰ্ণনা কৰিছে প্ৰসংগৰ সংগতি ৰাখি। একেদৰে বিচিত্ৰীয়ে মনাইক, কেতেকীয়ে জয়ৰামক তেনে পৰিৱেশত বাধা দিয়া কথাও অবাস্তৱ নহয়। সেইদৰে লক্ষ্মীকান্ত-মনোমতীৰ গন্ধৰ্ব প্ৰথাৰে পমীলাই বি মিলনৰ ব্যৱস্থা কৰিছিল[২৮] সিও অসমীয়া সমাজৰ নাভুত-নাশ্ৰুত কথা নহয়। জংকি আৰু পানেইৰ প্ৰেম নিবেদনৰ পদ্ধতি, ভাবাবেগ, হৃদয় দান বা মন দিয়া-দিয়িৰ মাজত আছে মিচিং ( মিৰি ) সমাজৰ তাহানিৰ প্ৰচলিত দস্তুৰ। সেই প্ৰণয় প্ৰীতিত বাহ্যিকতাৰ চিন-মোকাম নাই, কিন্তু মনৰ শক্তিশালী দৃঢ়তা আছে। সেইবাবেই বাধ্যবাধকতাৰ মাজেৰে আনৰ পাটীৰ ঘৈনী হোৱাৰ ভয়ত পানেই পলাই গৈছে। শেষত জংকিৰ লগত মিলন হৈছে যদিও নৃশংস ভাৱে মৃত্যুক বৰণ কৰিবলৈ বাধ্য হৈছে। মিৰি সমাজত নৰা-চিগা বিহু, ঐনিতম গীত-পদ, চৰণ পূজা, সুগানীং সুৰেমো ( বিজুলী, মেঘৰ দেৱতা ), মৰঙ-ঘৰ প্ৰথা, বাৰেগামৰ বিচাৰ আদিৰ মাজেদি তাহানিৰ মিৰি সকলৰ সমাজ চিত্ৰ প্ৰকাশ পাইছে।

২৫ ভাগ্যেশ্বৰীৰ মন্দিৰ, পৃ ১৮।
২৬ ৰংগিলী, পৃ ৮৫।
২৭ ৰহদৈ লিগিৰী, পৃ ১৮।
২৮ মনোমতী, পৃ ৭৭।

উপন্যাসখনৰ পটভূমি অসমৰ মিৰি সমাজ বুলি কোৱাহে যুগুত। আকৌ একেদৰে মানৱ সেনাপতি মিংগিমাহাই এহাতমান ওখ এজনা বুঢ়াৰ মূৰ্তি থাপনা কৰি ফুল-ফল, মদ-ভাত দি মানৰ আটাইবিলাক অস্ত্র আগত থৈ বুঢ়াক জিকাবলৈ তুতি কৰিলে। এইয়া আছিল মানহঁতৰ দেওপূজা।[29] সেই পূজাৰ অন্তত বাকী সকলৰ বিচাৰ কৰি শাস্তি বিহা বৰ্ণনাও মন কৰিব লগীয়া।

৬৮৪ বিশেষ উল্লেখনীয় কথা যে তাহানি কালত অসমত প্ৰচলিত * আৰু কেতবোৰ গুৰুত্বপূৰ্ণ সামাজিক প্ৰথাৰ কথা উপন্যাসৰ চৰিত্ৰৰ প্ৰাসংগিকতা ৰক্ষা কৰি উনুকিয়াবলৈ যত্ন কৰিছে। উদাহৰণস্বৰূপে কামাখ্যাৰ কুমাৰী পূজাৰ উল্লেখ কৰি বৰদলৈয়ে কৈছে[30]—

> 'কামাখ্যাত এবেলি এজন ভাটীৰ জমিদাৰে এজনী বামুণৰ কুমাৰী ছোৱালীৰ ভৰি দুখনত ধূপ, দীপ, নৈবেদ্য, বস্ত্ৰ, টকা ইত্যাদি দি পূজা কৰা নিজ চকুৰে দেখিছোঁ।'

সেই একেদৰে আমাৰ বৈষ্ণৱ সত্ৰৰ মণিকূটৰ-তিৰোতা মানুহৰ প্ৰবেশ নিষেধ কথাও উল্লেখ কৰিছে। পূৰ্বাপৰ ৰীতি ভংগ কৰাও সম্ভৱ নহয়; 'মাইকী মানুহৰ অসমৰ সত্ৰৰ নামঘৰৰ ভিতৰলৈ সোমাব নাপায়। মোৰ বাট এজনা কৃষ্ণৰ বলৱন্ত গোৱালে ভেটি ধৰিছে।'[31] এইয়া ধ্যানত মগ্ন হৈ তন্দ্ৰাৱস্থাত থকা বৰদলৈয়ে কোৱা কথা, ইচ্ছা থাকিলেও যেন পূৰ্বৰ ৰীতি ভংগ কৰাৰ মানসিক বল নাই এনে এটা ইংগিতো তাৰ আঁৰত থকা বুলি ধাৰণা হয়।

৬৯ আন কিছুমান অসমীয়া মানুহৰ স্বভাৱ চৰিত্ৰৰ বিশিষ্ট কথাও প্ৰসঙ্গক্ৰমে বৰ্ণনা কৰি বৰদলৈয়ে উপন্যাসক অধিক মনোগ্ৰাহী আৰু সুখপাঠ্য কৰি তুলিছে।

> 'আগৰ দিনত জুইশলা, ছাতা, জোতা এইবিলাক বস্তু নাছিল' বাবেই কোনো ঠাইলৈ যাওঁতে 'অসমীয়া মানুহে জাপি, লাঠি আৰু কটাৰি এই তিনিবিধ বস্তু নোলোৱাকৈ খোজ নাকাঢ়িছিল। ৰাতি হ'লে টিংগিৰিতুলা, কটাৰি, তামোল-খোৱা হাচাঁত এখন নোলোৱাকৈ নলৰিছিল।'[32]

অসমীয়া লোকৰ এইয়া এক বিশেষত্বপূৰ্ণ কথা।

সকলো পৰিস্থিতিতে অসমীয়া মানুহৰ আশ্ৰয় স্থল হ'ল ঈশ্বৰ তথা ধৰ্মীয় চিন্তাৰ শান্তি প্ৰদায়ক শীতল ৰভা। সেই কথা প্ৰতিখন উপন্যাসতে বিৰাজমান। ৰাধা-ৰুক্মিণীৰ শৰীৰ ৰক্ষক ছাঁৰ দৰে থাকিও প্ৰণয়ৰ ক্ষেত্ৰত ৰমাকান্তৰ দ্বাৰা অৱহেলিত হৈ গোপী বিৰহসূচক বৰগীত গাই 'সৰ-সুখ তেজি তোঁৰ ভজিলো শৰণ' বুলি জীৱনৰ

২৯ মনোমতী, পৃ ১০৪-১০৫।
৩০ ৰহদৈ লিগিৰী, পৃ. ১২১।
৩১ ৰহদৈ লিগিৰী, পৃ. ১২৩।
৩২ মনোমতী, পৃ. ৮৫।

বাকী দিনকেইটা কটোৱাৰ সংকল্প ল'লে। জীৱনৰ বহুতো লটি-ঘটি, ঘাত-প্ৰতিঘাতৰ মাজেদি জীয়াই থাকিও সংৰাম অবিহনে ৰংগিলীয়ে শূন্য হৃদয় লৈ হেনো বৃন্দাবন পালেগৈ, জীৱনৰ বাকীছোৱা কাল ঈশ্বৰ চিন্তাতে কটালে। দয়াৰাম আৰু ৰহদৈয়েও জীৱনযুদ্ধত মনৰ সংকল্প পূৰ্ণ-কৰিবলৈ অসমৰ্থ হৈ ভগৱানৰ চৰণযুগল বন্দনা কৰি কাল অতিবাহিত কৰিছিল, কিন্তু দেশৰ হকে কাম কৰিবলৈ সমূলি পাহৰা নাছিল, বৰং তাকেই মূল মন্ত্ৰৰূপে লৈছিল। নিৰ্মলৰ ক্ষেত্ৰতো আমি তাকেই দেখিবলৈ পাওঁ। অৱশ্যে নিৰ্মলৰ যোগে অসমৰ বৈষ্ণৱ ধৰ্মৰ মাহাত্ম্য, গুৰুৰ মহিমা, চিৰাচৰিত প্ৰচলিত শাস্ত্ৰ সম্মত কিছুমান বৈদিক কাৰ্য্যাদিৰ ব্যাখ্যাৰ অন্তৰালতো অসমীয়া সমাজ সংস্কৃতিৰ পৰিচয় সুস্পষ্ট হৈ পৰিছে।

# ৭.00 বৰদলৈৰ উপন্যাসত বুৰঞ্জী আৰু ৰাজনৈতিক চিত্ৰাংকন

৭.১ বৰদলৈৰ ঐতিহাসিক উপন্যাস সমূহৰ পটভূমি হ'ল মানৰ আক্ৰমণ আৰু মোৱামৰীয়া বিদ্ৰোহৰ সময়ত জুৰুলা হোৱা অসম আৰু অসমীয়া সমাজ। বাহিৰে এই দুটা ইতিহাস প্ৰসিদ্ধ ঘটনাৰ লগত জড়িত কেবাটাও কাহিনীৰ সৃষ্টি কৰি বৰদলৈয়ে যি কেইখন উপন্যাস বুৰঞ্জীমূলক ৰূপে চিহ্নিত কৰিবলৈ বিচাৰিছে সেইবোৰত ঐতিহাসিক ঘটনাৰ সমাবেশ মন কৰিবলগীয়া। সেই পিনৰ পৰা একাধিক উপন্যাসত পাত্ৰ-পাত্ৰীয়ে বিশেষ ভূমিকা লোৱা দেখা যায়। 'দন্দুৱাদ্ৰোহ'ত হৰদত্ত-বীৰদত্তৰ ভূমিকা,[২] ৰূপসিং বঙালৰ কাৰ্যকলাপ[৩] বুৰঞ্জী প্ৰসিদ্ধ ঘটনা। বদনচন্দ্ৰ বৰফুকনে নামনি অসমৰ বিশেষকৈ কামৰূপীয়া প্ৰজাৰ ওপৰত যি অত্যাচাৰ উৎপীড়ন কৰিছিল[৪] তাত অতীষ্ঠ হৈয়ে ডা-ডাঙৰীয়া সকলে হৰদত্ত-বীৰদত্তৰ নেতৃত্বত বিদ্ৰোহ কৰিছিল, আনকি বৰফুকনৰ সৈন্যক যুদ্ধত পৰাস্তও কৰিছিল। পিছত কিন্তু বদনৰ ঠাইত কলীয়া ভোমোৰা বৰফুকন হৈ আহি এই দ্ৰোহ দমন কৰে।[৫] বীৰদত্তৰ যুদ্ধক্ষেত্ৰতে মৃত্যু হয় আৰু হৰদত্তক বৰফুকনে শূলত দি মাৰে।[৬] অৱশ্যে বুৰঞ্জীতো হৰদত্তৰ মৃত্যুৰ পিছত বীৰদত্তক হাবিৰ মাজৰ পৰা ধৰাই আনি উগ্ৰ দণ্ড দিয়া কথাৰ উল্লেখ আছে।[৭] বদন বৰফুকন আৰু পুতেক, জন্মি আৰু পিয়লিৰ কামৰূপীয় প্ৰজাৰ ওপৰত কৰা অত্যাচাৰকেই[৮] উপন্যাসৰ মূল বিষয়বস্তু হিচাপে লৈ হৰদত্তৰ আশ্ৰয়ত ডাঙৰ-দীঘল হোৱা তোলনীয়া মহীৰামৰ লগত জীয়েক পদ্ম কুমাৰীৰ প্ৰণয় কাহিনী সৃষ্টি কৰা হৈছে। তাত কামৰূপী লোকৰ সহায়ত হৰদত্তৰ বিদ্ৰোহ, আহোমৰ সৈন্যৰ যুদ্ধ,[৯] হৰদত্তক সহায় কৰা কামৰূপীয়া বৰুৱা, চৌধুৰী আদিৰ হতাশাগ্ৰস্ত ভাব, হৰদত্তৰ মৃত্যু আদি বুৰঞ্জীৰ উল্লেখনীয় ঘটনা। আচলতে 'দন্দুৱাদ্ৰোহ'ৰ মূলতে আছিল 'কামৰূপীয়া প্ৰজাৰ ওপৰত বৰফুকনৰ অত্যাচাৰ'।[১০] ইয়াক বদন বৰফুকন

১ দ্ৰষ্টব্য গ্ৰন্থৰ চতুৰ্থ অধ্যায়।

২ বৰুৱা, গুণাভিৰাম, আসাম বুৰঞ্জী, পৃ ১২৩।

৩ ভূঞা ( সম্পা ), সাতসৰী অসম বুৰঞ্জী পৃ ১১৩ , Gait : History of Assam, p, 232।

৪ দন্দুৱাদ্ৰোহ, পৃ. ৬।

৫ ঐ পৃ. ৮১-৯০।

৬ ঐ পৃ ৯৭।

৭ পূৰ্বোক্ত আসাম বুৰঞ্জী, পৃ. ১১৫।

৮ দন্দুৱাদ্ৰোহ, পৃ. ৬।

৯ ঐ পৃ ৩২।

১০ দন্দুৱাদ্ৰোহ, পাতনি, পৃ '০৩।।

আৰু কামৰূপীয়া প্ৰজাৰ সংঘৰ্ষ বুলিলেও একো ভুল নহয়। এইবোৰৰ সমাবেশ ইমান বেছি প্ৰকট হৈ পৰিছে যে জাতীয়তাবোধ, দেশপ্ৰেম, সাহসিকতা আৰু বীৰত্ব আদি প্ৰধান চৰিত্ৰবোৰৰ বিকাশত অস্বাভাৱিকতা বিৰাজমান।

৭২ বুৰঞ্জীৰ ঘটনাবোৰে অবিকৃতভাৱে জুমুৰি দি ধৰা বাবে উপন্যাসখনিত কাৰিকৰী দিশটোৰ উজ্জ্বলতা বহু পৰিমাণে হ্ৰাস পাইছে। বহু সময়ত পুথিখনি বুৰঞ্জীৰ ঘটনাৰ দ্বাৰা ভাৰাক্ৰান্ত হৈ পৰিছে আৰু উপন্যাসৰ মূল সম্পদ চৰিত্ৰ বিকাশত সেই ঘটনাই আশানুৰূপভাৱে সহায় কৰিব পৰা নাই। বৰং তাত কিছু বাধাৰহে সৃষ্টি কৰিছে। সেই একেদৰে 'ৰাধা-ৰুক্মিণীৰ ৰণ'ত আমি পাওঁ কিদৰে স্বৰ্গদেৱ লক্ষ্মীসিংহৰ উদাসীনতাত বৰবৰুৱা কীৰ্তিচন্দ্ৰই 'বৰৰজা' ফুলেশ্বৰী কুঁৱৰীৰ নিৰ্দেশত মোৱামৰীয়া মহন্তক দুৰ্গোৎসৱত বলিৰ তেজৰ ফোট দিয়াইছিল।[১১] নাহৰ আৰু ৰাঘমৰাণৰ কথাও বুৰঞ্জীত আছে। মোৱামৰীয়া বিদ্ৰোহত ৰাধা-ৰুক্মিণীয়ে সমৰ ক্ষেত্ৰত যুদ্ধত নমাটোৱো বুৰঞ্জীৰ কথা। যুদ্ধত বন্দী হৈ তিল্ তিল্কৈ কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ মৃত্যু হৈছে[১২], সেই কথাৰো উল্লেখ আছে। ৰাধা-ৰুক্মিণীৰ যুদ্ধৰ কথা আৰু ৰুক্মিণীৰ ৰমাকান্তৰ প্ৰতি থকা প্ৰেম কাহিনীৰো মূল বস্তু। ৰমাকান্ত ৰজা হ'ল।[১৩] আহোম স্বৰ্গদেৱ লক্ষ্মীসিংহক বন্দীশালত থলে। এই আটাইবোৰেই বুৰঞ্জীৰ ঘটনা। এই দুয়োখন উপন্যাসৰে নায়ক আৰু প্ৰতিনায়ক বুৰঞ্জী প্ৰসিদ্ধ চৰিত্ৰ। গতিকে দুয়োখনতেই বুৰঞ্জীৰ সত্য ঘটনা আৰু সত্য চৰিত্ৰৰ সমাবেশ মন কৰিবলগীয়া। বৰদলৈয়ে নিজেও সেইকথা তলত দিয়া দৰে উল্লেখ কৰি গৈছে :

> 'এই উপন্যাসত আমি বুৰঞ্জীৰ প্ৰধান ঘটনা বিলাকৰ এফেৰাও লৰচৰ কৰা নাই। ইয়াত আমাৰ কল্পনাৰ মাত্ৰাও সামান্য'।[১৪]

আনহাতে 'ৰংগিলী', 'মনোমতী' আৰু 'নিৰ্মল-ভকত' উপন্যাসত কাহিনীৰ লগত জড়িত ঐতিহাসিক পাত্ৰ-পাত্ৰী উপন্যাসৰ উপজীৱ্য নহয়, বা প্ৰধান উপাদানো নহয়। এই উপন্যাসৰ প্ৰধান বিষয়বস্তু ঐতিহাসিক নহয়, কিন্তু কাহিনীৰ প্ৰেম-প্ৰণয় বা প্ৰেমিক-প্ৰেমিকাৰ জীৱনধাৰাৰ লগত ঐতিহাসিক ঘটনা অতি সুন্দৰভাৱে জড়িত। মানৰ আক্ৰমণৰ বাবেই লক্ষ্মীকান্ত-মনোমতীৰ বিয়া অৰ্থাৎ মিলন হ'ল।[১৫] নিৰ্মল আৰু ৰূপহীৰ বিচ্ছেদৰ[১৬] মূলতে যি দৰে মানৰ আক্ৰমণ সেই একেদৰে অনিৰাম আৰু ৰূপহীৰ বিবাহৰ[১৭] গুৰিতেও সেই একেটা মানৰ আক্ৰমণ। ঔপন্যাসিকে

---

১১ পূৰ্বোক্ত ৰচনামালাৰ অন্তৰ্গত 'ৰাধা-ৰুক্মিণীৰ ৰণ', পৃ ৫।
১২ " পৃ ২৩।
১৩ " পৃ. ২২।
১৪ দন্দুৱাদ্ৰোহ, পাতনি, পৃ. '০০।
১৫ মনোমতী, পৃ ১৮৩।
১৬ নিৰ্মল-ভকত, পৃ. ৩৮-৩৯।
১৭ " পৃ. ৪০।

বহুল ব্যাখ্যাসহ বিতং বিৱৰণ নিদিলেও মানৰ আক্ৰমণৰ উল্লেখ, মিংগিমাহা তিলোৱাৰ অত্যাচাৰ[১৮] বদনে অসমলৈ মান অনা,[১৯] আৰু ওপৰা-ওপৰিকৈ মানৰ তিনিবাৰ আক্ৰমণ,[২০] ইষ্ট-ইণ্ডিয়া কোম্পানীৰ লগত মানৰ সংঘৰ্ষ[২১] বুৰঞ্জীৰ অতি বাস্তৱ ঘটনা। উল্লিখিত উপন্যাসত সেইবোৰৰ প্ৰাসঙ্গিক সমাৱেশ ঘটিছে মাত্ৰ, ইয়ো বৰদলৈৰ বিচক্ষণতাৰ পৰিচায়ক। মেটুৰাকুচিত[২২] মান সৈন্যৰ লগত ইংৰাজ সেনাপতি ৰিচাৰ্ডছনৰ ভেটা-ভেটি হয়। ইয়াৰ পৰা মান সৈন্য পিছ হুহঁকিল।

৭.৩ 'তাম্ৰেশ্বৰীৰ মন্দিৰ' আৰু 'ৰহদৈ-লিগিৰী' উপন্যাসত বুৰঞ্জীৰ ঘটনাৰ সমাৱেশ ঘটিছে, কাহিনীৰ অগ্ৰগতিত বিশেষকৈ নায়ক-নায়িকাৰ চৰিত্ৰ ৰূপায়ণতো সেই ঘটনাই প্ৰয়োজনীয় পৰিবেশৰ সৃষ্টি কৰিছে। সেই বুলি বুৰঞ্জীমূলক ঘটনাই প্ৰত্যক্ষভাৱে অৰিহণা যোগাব পৰা নাই। মানৰ আক্ৰমণক জড়িত কৰা হ'ল 'তাম্ৰেশ্বৰীৰ মন্দিৰ'ত ঘাঁড়ৰ খেলৰ ধনেশ্বৰক বন্দী অৱস্থাৰ পৰা মুক্ত কৰিবলৈ। সাধাৰণ কথাৰ সলনি দেশীয় বৃহত্তৰ স্বাৰ্থৰ লগত সম্পৰ্কিত কৰি ধনেশ্বৰক মুক্ত কৰিবলৈ কোৱাত বৈষ্ণৱীৰ স্বদেশহিতৈষিতাৰ ভাবো প্ৰকাশ হৈছে। বৰদলৈয়ে বুৰঞ্জীৰ ঘটনাটো বিশেষ উদ্দেশ্য আগত ৰাখিহে ইয়াত সংযোগ কৰিছে।

চন্দ্ৰকান্ত সিংহ, পূৰ্ণানন্দ বুঢ়াগোহাঁই, সংৰাম, বদন বৰফুকন, পিজো, ৰাজমাও আদি বুৰঞ্জীৰ বিশেষ পাত্ৰ-পাত্ৰীৰ স্থান 'ৰহদৈ লিগিৰী'ত মন কৰিবলগীয়া। ৰহদৈৰ চৰিত্ৰ বিকাশত এই বিলাক চৰিত্ৰৰ অৰিহণা থাকিলেও কাহিনীৰ সজীৱতা বা বিকাশৰ গতিত ইতিহাসৰ কাৰ্যাৱলী তথা ঘটনাই বিশেষ প্ৰভাৱ পেলাব পৰা নাই। সংৰামে ৰজাৰ অনুগ্ৰহত চাবিৰুৱীয়া ফুকন বাব পাই ডা-ডাঙৰীয়া কাকো নমনা হ'ল, গপতে ওফন্দি উঠিল। সংৰামৰ সেই দাম্ভিকতাৰ কথা আৰু উচ্চ ৰাজপদবী লাভৰ দুৰাকাংখাৰ কথা বুৰঞ্জীতো[২৩] আছে। ৰজাই সংৰামক শিখণ্ডী স্বৰূপে লৈ পূৰ্ণানন্দ বুঢ়াগোহাঁইক অপমান কৰিবলৈ আৰু যথাসম্ভৱ তেওঁৰ ক্ষমতা কমাবলৈকো যত্ন কৰিছিল, ইযো বুৰঞ্জীৰ বৰ্ণনাত স্বীকৃত কথা। সংৰামৰ নিৰ্বাসনৰ সম্ভেদো বুৰঞ্জীয়ে দিয়ে। উপন্যাসত কিন্তু ৰংগিলীয়ে মনপ্ৰাণ সংৰামত নিবিষ্ট কৰি বৰদলৈয়ে কিছু নতুন কথাৰ সমাৱেশ কৰিছে। নানা লাটি-ঘাটিৰ অন্তত ৰংগিলীৰ প্ৰকৃত প্ৰেমৰ মৰ্যাদা উপলব্ধি কৰাই নহয়, তাইৰ পৰামৰ্শক্ৰমে ভটিয়াই গৈ বদন বৰফুকনৰ লগ লৈছে। বুৰঞ্জী প্ৰসিদ্ধ পাত্ৰ-পাত্ৰীয়ে ভুমুকি মাৰিলেও এই দুখন উপন্যাসত তেওঁলোকৰ বুৰঞ্জীগত বৈশিষ্ট্যতকৈ কাহিনীৰ মূল বিষয়বস্তুহে অধিক

---

১৮ পূৰ্বোক্ত, আসাম বুৰঞ্জী, পৃ ১৪৭-১৪৮।
১৯ Gait History of Assam, p 231।
২০ ৰাজকুমাৰ, সৰ্বানন্দ, ইতিহাসে সোঁৱৰা ছশটা বছৰ, পৃ. ৮২৬, ৮২৮, ৮২৯।
২১ পূৰ্বোক্ত, আসাম বুৰঞ্জী, পৃ. ১৫৪-১৬০।
২২ মনোমতী, পৃ. ১৭৩।
২৩ Gait, History of Assam, p. 230.

স্পষ্ট ৰূপত প্ৰকাশ পাইছে। থুলমূলকৈ কবলৈ হ'লে বুৰঞ্জীৰ ঘটনা বা প্ৰসিদ্ধ চৰিত্ৰই বৰদলৈৰ উপন্যাসত নানা প্ৰসংগত বহুবাৰ দেখা দিছে, কিন্তু সি উপন্যাস লিখকৰ সীমিত প্ৰয়োজনৰ গণ্ডীতে থাকিল।

৭৪ বৰদলৈয়ে বুৰঞ্জীমূলক ঘটনাৰ বিশেষকৈ মানৰ আক্ৰমণৰ আধাৰত উপন্যাস লিখাৰ আন এটা কাৰণ হ'ল তেওঁৰ 'পিতামহৰ ভাতৃজনাক মানে দিহিঙৰ পাৰত সবংশে কাটি'[২৪] বংশৰ এটা ঠাল নিঃশেষ কৰি দিয়াত মনৰ আক্ষেপ। মানৰ হাতত লটি-ঘটি হৈযে তেওঁৰ পিতামহ নদীয়া শান্তিপুৰত থাকি পিছত বঙ্গালী আৰু বাউসীত আশ্ৰয় লৈ শেষত গুৱাহাটী পাইছিলহি।[২৫] ব্যক্তিগতভাৱে নহলেও পূৰ্বৰ তৃতীয় পুৰুষৰ লোক সকলে মানৰ আক্ৰমণ আৰু অত্যাচাৰ উৎপীড়নৰ তিতা অভিজ্ঞতা লাভ কৰিছিল। সেইবাবেই বুৰঞ্জীৰ কথাবোৰ বহুখিনি বৰদলৈৰ মানসপটত স্পষ্ট হৈ জিলিকি উঠিছিল। তদুপৰি বৰদলৈৰ 'ৰংগিলী', 'নিৰ্মল-ভকত', 'ৰহদৈ-লিগিৰী', 'মনোমতী' এই চাৰিখন উপন্যাসৰ ঘটনা আৰু কাহিনীৰ লগত আহোমৰ ক্ৰমপতন, মানৰ আক্ৰমণ, উৎপীড়নত জুৰুলা অসম আৰু অসমীয়া সমাজ ওতঃপ্ৰোত-ভাৱে জড়িত। 'নিৰ্মল-ভকত'ত মানৰ তিনিটা আক্ৰমণৰ মৌলিক পাৰ্থক্যৰ কথা[২৬] সংক্ষিপ্তভাৱে উল্লেখিত হোৱাটো মন কৰিবলগীয়া কথা। 'দন্দুৱাদ্ৰোহ' আৰু 'ৰাধা-ৰুক্মিণীৰ ৰণ' উপন্যাস দুখনিতো আকৌ আহোমৰ কুশাসন আৰু পতনৰ কথাই প্ৰাধান্য পাইছে। সেইদৰে 'তাম্ৰেশ্বৰীৰ মন্দিৰ'ত মানৰ আক্ৰমণৰ কথা সন্নিবিষ্ট হৈছে যদিও প্ৰকৃততে সেই সময়ত শদিয়াক কেন্দ্ৰ কৰি এটা বিশেষ অঞ্চলৰ চুটিয়া, আহোম আৰু হিন্দু ধৰ্মৰ আচাৰ-অনুষ্ঠান তথা সাংস্কৃতিক জীৱন ধাৰাইহে মুখ্য স্থান পাইছে। বুৰঞ্জীয়ে স্পৰ্শ কৰাটো সেই সাংস্কৃতিক দিশৰ প্ৰাসংগিকতা মাত্ৰ।

৭৫ বুৰঞ্জীৰ কথাৰ লগত ঠায়ে ঠায়ে বৰদ'লৰ উপন্যাসত ব্যতিক্ৰম চকুত পৰে। ৰাজসভাত বদনচন্দ্ৰক ধৰি আনিবলৈ লোৱা সিদ্ধান্তৰ খবৰটো পিজৌ গাভৰুৱে স্বামীৰ পৰা জানি জনৈক ধনীৰাম বৰুৱাৰ হাতত চিঠি পঠাই দি পিতাকক সাৱধান কৰি দিছিল, কিন্তু 'ৰংগিলী' উপন্যাসত নগা পৰ্বতলৈ নিৰ্বাসন দণ্ড দি থৈদি পঠোৱা সংৰামকহে চিঠি দি বদনৰ ওচৰলৈ পঠোৱাৰ উল্লেখ আছে। বুৰঞ্জীত নিৰ্বাসিত সংৰাম ঘূৰি অহাৰ কোনো উল্লেখ নাই। সেইদৰে বুৰঞ্জীমতে চন্দ্ৰকান্ত সিংহৰ ৰাজধানী আছিল যোৰহাটত, কিন্তু 'ৰংগিলী' উপন্যাসত ৰাজধানীৰ স্থান ৰংপুৰ বুলিহে কোৱা হৈছে।

৭৬. বৰদলৈৰ উপন্যাসৰাজিত অসমৰ ৰাজনৈতিক পৰিস্থিতিৰ বিশেষকৈ

---

২৪ ৰহদৈ-লিগিৰী, পৃ ১৪৭।
২৫ দ্ৰষ্টব্য, এই গ্ৰন্থ ২.১৭।
২৬ নিৰ্মল ভকত, পৃ. ৩৭।

চন্দ্ৰকান্ত সিংহ ৰাজপাটত উঠাৰ পৰৱৰ্তী কালৰ পৰা ঘটিছে অসম দখল কৰা সময়লৈকে এই কালছোৱাৰ ৰাজনৈতিক, সামাজিক তথা সাংস্কৃতিক ছবি অংকন কৰিছে। ১৭৭০ শকত (১৮১০-খৃষ্টাব্দত) চন্দ্ৰকান্ত সিংহ ৰজা হয়। উল্লিখিত কালছোৱাত অসমৰ ভাগ্যাকাশত কিছু ৰাজনৈতিক বিবৰ্তনৰ সুস্পষ্ট ইংগিত সূচিত হৈছে। ৰবদলৈৰ উপন্যাসত সেই ৰাজনৈতিক সংবাদ আৰু সন্দেভ পোৱা যায়। শিৱসিংহ হিন্দু হোৱাৰ পিছত উজনি অসমৰ মঠ-মন্দিৰ চাই ফুৰোঁতে নাহৰণি দ'লত নটৰ জীয়াৰী ৰূপ-লাৱণ্যময়ী ফুলেশ্বৰীক দেখি, মন্দিৰত তাইৰ মোহময়ী নৃত্য-ভংগিমাত ভোল গৈ ৰজাই তাইক ৰাণী পাতিলে। ফুলেশ্বৰীয়ে ৰজাক মোহিত কৰি ইমানেই বশ কৰিলে যে প্ৰজাৰ মাজত ৰাণীৰ চিনাকি হল 'বৰৰজা'[২৮] আৰু ৰজাৰ চিনাকি হ'ল 'সৰুৰজা'[২৯] ৰূপে। সেই সময়ত ফুলেশ্বৰীয়ে 'উঠক' বুলিলে ৰজা উঠিছিল আৰু বহক বুলিলে ৰজা বহিছিল।[৩০] ৰাজ অন্তেষপুৰৰ ইয়ো এখন সুন্দৰ ছবি। ৰাণী ফুলেশ্বৰীয়ে আহোম ৰজাৰ ৰাজকাৰ্য্যত হস্তক্ষেপ তথা ৰজাৰ নামত ৰাজকাৰ্য্য চলোৱাটো এক মন কৰিবলগীয়া কথা। সেই সময়ত কীৰ্তিচন্দ্ৰ বৰবৰুৱা বৰ প্ৰতিপত্তিশালী ৰাজ-বিষয়া। তেওঁ বৰবৰুৱা খিতাপ পাইছিল। স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ বিশেষ অনুগ্ৰহ লাভ কৰি তেওঁ অহংকাৰী হৈ উঠিছিল। অন্যান্য কেইজনমান ৰাজ-বিষয়াই ষড়যন্ত্ৰ কৰি কীৰ্তিচন্দ্ৰক 'চকৰিফেটী' বুৰঞ্জীৰ সহায়ত সঁচা আহোম নহয় বুলি যুক্তিৰে প্ৰমাণ দি 'জলমবটা' ৰূপে তুচ্ছ-তাচ্ছিল্য কৰিছিল।[৩১] বাঘৰ, ৰমাকান্তই সেই কীৰ্তিচন্দ্ৰ বৰবৰুৱাক নানা শাস্তি দি তিলাতিলকৈ যন্ত্ৰণা দি কিদৰে বধ কৰিছিল সেই বৰ্ণনা ছবিৰ দৰে চকুৰ আগত ভাঁহি উঠে।[৩২] তদুপৰি আহোম ৰাজ-পৰিয়ালৰ লোকৰ প্ৰতিও বাঘৰ আৰু ৰমাকান্তই ভাল আচৰণ কৰা নাছিল। তেওঁলোকে স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ মণিপুৰী কুঁৱৰী কুৰংগনয়নীকে ধৰি তিনিওগৰাকী ৰাণীকে পত্নীৰ স্থান দি ৰক্ষিতা ৰূপে[৩৩] নিজৰ অন্দৰ মহলত ৰখাটোৱেই তাৰ প্ৰমাণ। অৱশ্যে বুৰঞ্জীত[৩৪] মণিপুৰী কুঁৱৰী কুৰংগনয়নীক বাঘৰ আৰু ৰমাকান্ত উভয়ৰে পত্নী আখ্যা দিয়া কথা ৰবদলৈৰ উপন্যাসত নাই।

৭৭ চন্দ্ৰকান্ত সিংহৰ ভিতৰুৱা ৰংচৰাত সংবাদে বন্ধু-বান্ধৱৰ আগত সাজ-পোছাক, পাগুৰি, লাখুটি আদি লৈ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ভেশছন[৩৫] কৰি ৰজাক

---

২৮ বৰুৱা, গুণাভিৰাম, আসাম বুৰঞ্জী, পৃ ১৮।
২৯ ৰচনামালাৰ অন্তৰ্গত 'ৰাধা ৰুক্মিণীৰ ৰণ', পৃ ৫।
৩০ ঐ, পৃ ৫।
৩১ পূৰ্বোক্ত আসাম বুৰঞ্জী, পৃ ১০২।
৩২ ৰচনামালাৰ অন্তৰ্গত 'ৰাধা ৰুক্মিণীৰ ৰণ', পৃ ২৩।
৩৩ ঐ, পৃ ২৩।
৩৪ ৰাজখোৱাৰ, সৰ্বানন্দ, ইতিহাসে সোঁৱৰা ছশটা বছৰ, পৃ ৭০৪।
৩৫ পূৰ্বোক্ত বুৰঞ্জী পৃ. ১৩০।

আমোদ দিয়াৰ উদ্দেশ্য থাকিলেও একে সময়তে পূৰ্ণানন্দক তুচ্ছ কৰাৰ ইংগিতো[৩৬] আছিল। অতি উচ্ছাভিলাষী সংৰামে সুযোগ পালেই যে পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ দৰে কাম কৰিব পাৰে তাৰো গোপন ইংগিত ইয়াৰ মাজেৰে নুসুচাইছিল বুলি কব নোৱাৰি। পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ নিচিনা তিনিও গবাকী প্ৰতাপী মন্ত্ৰীয়ে ইচ্ছানুযায়ী ৰজা ভঙা-পতা[৩৭] কৰিব পাৰিছিল। ফলত ৰজা বহুখিনি দুৰ্বল হৈ পৰিছিল। দেশত কেবাটাও বিদ্ৰোহ হৈছিল আৰু অশান্তিও বৃদ্ধি পাইছিল। স্বৰ্গদেৱ চন্দ্ৰকান্ত সিংহৰ শাসনকালত পূৰ্ণানন্দ বুঢ়াগোঁহাই আছিল সৰ্বেসৰ্বা আৰু তেৱেঁই বৰগোঁহাই, বৰপাত্ৰগোঁহাই এই দুযোজনকে বিষয়া পাতিছিল। গতিকে এই তিনিওজনা গোঁহাই আৰু ৰাজমাও একফলীয়া হৈছিল, ৰজা, সংৰাম আৰু গুৱাহাটীৰ বদন বৰফুকন আনফলীয়া হৈছিল।[৩৮] ইয়ো সেইসময়ৰ ৰাজকাৰ্য্যৰ বিষয়াবৰ্গৰ ভিতৰুৱা পৰিস্থিতিৰ এটা সুন্দৰ চিত্ৰ। বৰদলৈৰ ৰচনাত ৰজাঘৰৰ ৰাজনৈতিক কথাৰ সুন্দৰ ছবি অংকিত হৈছে। ঘটনাটি এনেকুৱা সৰু হলেও ৰজা চন্দ্ৰকান্তক উপহাৰ স্বৰূপে পূৰ্ণানন্দই দিয়া কিংখাপৰ ছোলাটো ৰজাৰ নিৰ্দেশক্ৰমে সংৰামে পিন্ধি দুৰ্গাপূজা মণ্ডপত দেৱী প্ৰতিমাক প্ৰণাম জনাবলৈ আহোঁতে মন্ত্ৰীসকলে সংৰামকে ৰজা বুলি ভুলক্ৰমে আঠুলৈ[৩৯] লগে লগে নিজৰ ভ্ৰম বুজিব পাৰি লজ্জিত হৈছিল, আৰু সেই ঘটনাটোৱে ৰাজনৈতিক আকাশত নতুন প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। সংৰামক নগা পৰ্বতলৈ শাস্তি দি খেদি পঠালে যদিও উপন্যাসৰ মতে সি বদনচন্দ্ৰৰ লগ ললেগৈ। তেতিয়াৰ পৰা অৰ্থাৎ সংৰামৰ নিৰ্বাসনৰ পিছৰে পৰা পূৰ্ণানন্দই সৰ্বেসৰ্বা হ'ল। 'চন্দ্ৰকান্ত সিংহ নাম মাত্ৰহে ৰজা হ'ল। বুঢ়াগোহাঁই দেশখনৰ উঠি ৰজা, বহি ৰজা, হ'ল।[৪০] সেই সংৰামৰ হাতত দি পঠোৱা পিজো গাভৰুৰ চিঠি পাই বদন মান দেশ পালেগৈ আৰু মান সৈন্য আহি পূৰ্ণানন্দৰ ওপৰত প্ৰতিশোধ ল'লে। পূৰ্ণানন্দৰ মৃত্যু হ'ল। মানৰ লগত আহোম ৰজাৰ সন্ধি হ'লত বদন বৰফুকনে আহোম ৰজাৰ সোঁহাত স্বৰূপে কাৰ্য্য নিৰ্বাহ কৰিবলৈ ধৰিলে। অসমৰ ৰাজনীতিত, আহোম ৰজাৰ সাৰ্বভৌমত্বৰ ওপৰত মাধমাৰ পৰিল। বৰদলৈয়ে ঠাই বিশেষে চমু বৰ্ণনাৰে অসমৰ ৰাজনৈতিক পৰিস্থিতিৰ একোটাহ'ত সুন্দৰ ছবি দাঙি ধৰিছে। যেনে—

> 'আমাৰ বিষয়াসকলৰ পৰস্পৰ হিংসাহিংসি, ৰজা ভঙা-ৰজা পতা ইত্যাদি খেলি-মেলিয়েই আমাৰ দেশখন খালে। যাইকৈ দুৰ্বল ৰজা চন্দ্ৰকান্ত আৰু বৰফুকন বদনচন্দ্ৰ যেনেকৈ একালে দোষী, আনপক্ষে ভাণ্ডৰীয়া, নকৈ নোৱাৰো যে পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু ৰাজমাও এই দুজনাও দোষী।

৩৬ ৰংগিলী, পৃ ৩৯।
৩৭ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৩৯।
৩৮ নিৰ্মল-ভকত, পৃ ২৯।
৩৯ ৰংগিলী, পৃ ১৫৭।
৪০ ঐ, পৃ. ১৮৩।

এই দু-দ'লৰ অন্যায়, অবিধি পৰস্পৰ হিংসাহিংসি ভাবেই অসম দেশখন খালে।'[৪১]

এই বৰ্ণনা চমু, কিন্তু ইমান পৰিস্কাৰ আৰু পোণপটীয়াকৈ ইয়াৰ মাজেদি সেই সময়ৰ অসমৰ ৰাজনৈতিক পৰিস্থিতি ছবিৰ দৰে ফটফটীয়া হৈ ওলাইছে। সেই একেদৰে বদনচন্দ্ৰ বৰফুকনক ৰূপসিং চুবেদাৰে তৰোৱালেৰে কাটি হত্যা কৰা ঘটনাটো এটা চমৎকাৰ চিত্ৰৰ দৰে আমাৰ চকুৰ আগত ভাহি উঠে। যেনে—

'তেওঁৰ শৌচকৰা ঘৰটো অলপ আঁতৰত। তাৰ প্ৰায় চাৰিওফালে আঁৰবেৰ স্বৰূপে ঢেৰ কলগছ আছিল। সেই কলগছবিলাক ইমান ডাঠকৈ হৈছিল যে তাৰ মাজত বাঘ-ভালুকে লুকাই থাকিলেও হঠাতে আঁতৰৰপৰা দেখা পোৱা নগৈছিল। বৰফুকনে শৌচ কৰি ওলাই আহি তলমুৰ কৰি ওচৰতে থোৱা থালিৰ পৰা পানী আনি হাতত মাটি ঘঁহিবলৈ ধৰিছিল, ইফালে পূজা ঘৰত ম'হ বলিৰ আয়োজন হবলৈ ধৰাত শংখ, ঘণ্টা, দবা, কাঁহ বাজি উঠিছিল। বলিৰ সকলো যো-জা হৈছিল বৰফুকন ডাঙৰীয়া গা তিয়াই যোৱা নাই দেখি বলিকটীয়া বৈ আছিল। ঠিক এনেকুৱা সময়তে কলৰ মাজৰ পৰা সাউৎকৰে হাতত তৰোৱাল লৈ লুকাই থকা ৰূপসিং ৰঙালে আহি পিছফালৰ পৰা বৰফুকনৰ গলত এনেহে তৰোৱালৰ কোৰ বহুৱালে যে সেই একে কোবতে বৰফুকনৰ মূৰ মাটিত চিঁঙি পৰিল।'[৪২]

নিতান্ত এক নাভুত-নাশ্ৰুত পৰিবেশত আকস্মিক ভাৱে বৰফুকনৰ হত্যাৰ ঘটনাটিয়ে এক জটিল ৰাজনৈতিক পৰিস্থিতিৰ সৃষ্টি কৰিলে। বৰফুকনৰ পুত্ৰদ্বয়ে মাকৰ ওপৰতে বাপেকৰ সংস্কাৰৰ ভাৰ দি নগা পৰ্বতৰ পিনেৰে বৰ্মা দেশলৈ গ'ল। সেয়া আছিল ১৮১৭ খৃষ্টাব্দৰ ফেব্ৰুৱাৰী মাহৰ এক স্মৰণীয় ঘটনা। দ্বিতীয়বাৰ মান সেনাপতি মিংগিমাহা কাডেউ দহহেজাৰ সাহসী সৈন্য লগত লৈ অসম সোমাল।[৪৩] এইবাৰৰ অসম আক্ৰমণত মানে অসমৰ অৱস্থা আগতকৈও শোচনীয় কৰি পেলালে।[৪৪] সেই সময়ৰ ৰাজনীতি জনাবলৈ বুলি বৰদলৈয়ে সন্নিবিষ্ট কৰা চন্দ্ৰকান্ত সিংহ, ৰাজমাও দেউতা, পূৰ্ণানন্দ বুঢ়াগোহাঁই, বদন বৰফুকন সম্পৰ্কে কিছু কথাৰ পৰিচয়মূলক বৃত্তান্ত দাঙি ধৰিছে। সেই প্ৰসঙ্গতে সেইসকলৰ মাজত পৰস্পৰৰ প্ৰতি থকা বিশ্বাস, প্ৰত্যয় আৰু ধাৰণাৰো ইঙ্গিত দিছে। নিৰপেক্ষ সকলৰ বহুতে বুঢ়াগোহাঁইৰ মইমতালিৰ দোষ-তহে অসমলৈ মান আহিবলৈ পালে[৪৫] বুলি ভবা কথাও বৰদলৈয়ে কবলৈ পাহৰা নাই।

৭.৮ বদন বৰফুকনে কামৰূপীয়া প্ৰজাক অত্যাচাৰ উৎপীড়ন কৰাৰ মূলতে

---

৪১ নিৰ্মল-ভকত, পৃ. ২৫-২৬।

৪২ বহুতৈ লিগিৰী, পৃ. ৭১।

৪৩ ঐ, পৃ., ১৮১. এই প্ৰসঙ্গত 'নিৰ্মল-ভকত' উপন্যাসত (পৃ. ২৫) থকা 'মান ৰজাই বদন বৰফুকনক অন্যায়কৈ মৰোৱা বাতৰি পাই এইবাৰ ত্ৰিশ-হেজাৰ মান সেনা লগত দি আলুমিংগি নামে সেনাপতি এজনক ১৭৪১ শকত অসম আক্ৰমণ কৰিবলৈ পঠালে' বোলা কথাষাৰ উল্লেখ কৰিব পাৰি। ঘটনাৰ বৰ্ণনা প্ৰসঙ্গত এই অমিলৰ কথাটো মন কৰিবলগীয়া।

৪৪ নিৰ্মল-ভকত', পৃ. ২১।

৪৫ ৰঙাগৰা, পৃ. ৩৮।

আছিল তেওঁৰ উৎকট লোভ আৰু স্বাৰ্থপৰতা। এই বিষয়ক জনশ্ৰুতিৰ আধাৰত বৰদলৈয়ে কিছু কথা সংযোগ কৰিছে। এই দেশীয় লোকক অন্যান্য আহোমৰ দৰে তেওঁ সততে ঘৃণাৰ চকুৰে চোৱাই নহয়, সকলো কথাতে তুচ্ছ তাচ্ছিল্য কৰি 'ঢেকেৰী' অৰ্থাৎ পৰাজিত জাতি[৪৬] বুলি জোকাইহে আনন্দ পাইছিল। তলতীয়া বিষয়াবোৰেও বদন বৰফুকনৰ অনুকৰণত এই দেশীয় প্ৰজাক 'ঢেকেৰী' বুলি সম্বোধন কৰাৰ উপৰিও লুটি-পুটি খাই হাৰাশাস্তি কৰা কথা কামৰূপীয়া প্ৰজাই বুঢ়াগোহাঁইৰ ওচৰত নিবেদন কৰিছিল।[৪৭] বুঢ়াগোহাঁইৰ ধাৰণা তেওঁ যি কৰিছিল ৰজা আৰু ৰাজ্যৰ হিতৰ অৰ্থেহে, আনহাতে বৰফুকনৰ ধাৰণা ভাটীখণ্ডত তেৱেঁইহে প্ৰকৃত ৰজা। কম বয়সীয়া ৰজা ৰাজপাটত থাকিলেও তেওঁ সংৰাম প্ৰমুখ্যে উটনুৱা ডেকা কেইজনমানৰ লগত ৰং-ৰহইছত ব্যস্ত, ৰাজমাও পুতেকৰ ৰাজপাটৰ চিন্তাত মগ্ন। গতিকে উজনি-নামনি দুই ঠাইৰ প্ৰধান ৰাজ-বিষয়াৰ ওপৰত নিৰ্ভৰ নকৰিলেও নচলা এক পৰিস্থিতি।[৪৮] ৰাজনৈতিক এই পৰিস্থিতি সঁচাকৈয়ে সংকটপূৰ্ণ এক অধ্যায়ৰ সূচনা কৰা বুলিব পাৰি। পূৰ্ণানন্দ বুঢ়াগোহাঁই নিজেও প্ৰভুত ক্ষমতালোভী হৈ উঠিছিল। সংৰামক নিৰ্বাসন দিয়াৰ পিছত তেওঁ ভাবিছিল চন্দ্ৰকান্ত সিংহ তেওঁৰ হাতৰ মুঠিত। ৰাজমাওৰ সততে চিন্তা পুতেকক লৈ, তেওঁক ৰাজপাটত ৰখাটোৱেই যেন একমাত্ৰ কৰ্তব্য।[৪৯] এনে অৱস্থাত ৰজাক দিহা-পৰামৰ্শ দিয়া সংৰামৰ ফৈদক, বদনৰ ফৈদক যাকে য'তে পালে ধৰাই আনি শাস্তি দিয়াত বুঢ়াগোহাঁয়ে অধিক মনোযোগ দিলে।[৫০] লগে লগে পৰ্বতীয়া ফুকনক লগত মানুহ দি বদনক ধৰি আনিবলৈ পঠালে।[৫১] অসমৰ ৰাজনীতিত এইবোৰ কাৰ্য্যই এক অস্থিৰ ভৱিষ্যতৰ ইংগিত দিয়ে।

৭.৯ শদিয়াখোৱা গোহাঁইৰ নিৰ্দেশত কমলেশ্বৰ গোহাঁইৰ নেতৃত্বত চৈখোৱাৰে গৈ ডাঙৰীত মান সেনাপতি বাদুলাৰ সৈন্যসকলক বাধা দিয়ে। দুয়ো পক্ষৰ তয়া-ময়া যুদ্ধ লাগে। মান সৈন্যই 'আও এই ফালৰ অসমীয়া কেনে মত্তক' বুলি চিঞৰি চিঞৰি লৰি পলাবলৈ ধৰিলে, বন্দুলাই কোনো-মতে দুই-তিনিশ মান সৈন্যেৰে সৈতে ভটিয়াই পলাইগৈ ৰংপুৰত মিংগিমাহাৰ লগ লাগে।[৫২] এইখন যুদ্ধই মানৰ ভালকৈয়ে কঁকাল ভাঙিলে। এইয়া মানৰ তৃতীয় আক্ৰমণৰ ঘটনা। ইয়াৰ পিছত মান ৰজাই নিজেও অসমৰ পৰা পৃষ্ঠ ভংগ দিব লগা হৈছিল, বুৰঞ্জী ইয়াৰ সাক্ষী। বৰদলৈৰ উপন্যাসত চেগা-চোৰোকাকৈ অসমৰ এই কালৰ ৰাজনৈতিক পৰিস্থিতি আৰু বিশেষ বিশেষ ঘটনাৰ কিছু পৰিচয় পোৱা যায়।

---

৪৬ পূৰ্বোক্ত, আসাম বুৰঞ্জী, পৃ. ১২৩।
৪৭ বৰ্গিলী, পৃ. ৪১।
৪৮ ঐ, পৃ. ৪৩।
৪৯ বৰ্গিলী, পৃ. ১৩২, ১৪১।
৫০ পূৰ্বোক্ত, আসাম বুৰঞ্জী, পৃ. ১৩২।
৫১ বৰ্গিলী, পৃ. ১৭২।
৫২ তাম্ৰেশ্বৰীৰ মন্দিৰ, পৃ. ১৬।

অষ্টম অধ্যায়

## ৮.০০ বৰদলৈৰ ৰচনাত ধৰ্ম আৰু দৰ্শন

৮১ ৰজনীকান্ত বৰদলৈৰ সমগ্ৰ ৰচনা-ৰাজি দৰাচলতে উপন্যাস আৰু অন্যান্য প্ৰবন্ধ, ভাষণ আদি দুটা প্ৰধান ভাগত সামৰি লৈ তেওঁৰ ধৰ্মীয় ভাবাদৰ্শ আৰু দাৰ্শনিক দৃষ্টিভংগী তাত কেনেদৰে প্ৰকাশ পাইছে সেই বিষয়ে আলোচনা কৰিব পাৰি। দৰাচলতে অন্যান্য ৰচনাসমূহত তেওঁ ধৰ্মীয় দৃষ্টিভংগী প্ৰকাশত কিছু বাধাগ্ৰস্ত হৈছে যিহেতুকে সিবোৰত তেনেকুৱা সুবিধা কম আৰু পৰিবেশো যথেষ্ট সীমিত। তথাপি তেওঁ য'তেই অলপ সুৰুঙা পাইছে তাতেই ধৰ্মৰ ক্ষুদ্ৰতম হলেও আঁচোৰ মাৰিবলৈ যত্ন কৰিছে। ধৰ্মপ্ৰাণ ব্যক্তি হিচাপে বৰদলৈয়ে তেনেকুৱা মনৰ ভাৱ ব্যক্ত কৰাত কাৰ্পণ্য নকৰাটোৱে স্বাভাৱিক। আকৌ মন কৰিবলগীয়া কথা যে ধৰ্মীয় দৃষ্টিভংগীৰ ভুমুকনিয়ে তেওঁৰ কোনো ৰচনাত সৌন্দৰ্য্য বা সৌষ্ঠৱ ম্লান কৰা নাই, কিম্বা সেই ধৰ্মীয় কথাৰ অৱতাৰণাত কোনো অস্বাভাৱিকতাও নাই। বৰদলৈৰ সেইটোৱে হ'ল লেখক হিচাপে শিল্পীসুলভ দক্ষতাৰ পৰিচয়।

৮২ ৰজনীকান্ত বৰদলৈ আছিল ধৰ্মপ্ৰাণ নৈষ্ঠিক ব্যক্তি। আউনীআটি সত্ৰৰ অনুগামী দামোদৰীয়া পন্থৰ বৈষ্ণৱ ধৰ্মাৱলম্বী লোক হিচাবে পৰমপুৰুষ বিষ্ণু ভিন্ন আন দেৱ-দেৱতাৰ পূজা-পাতলত তেওঁৰ বিশ্বাস নাছিল। ঈশ্বৰ সম্পৰ্কে তেওঁৰ নিজস্ব ধাৰণা মতে বিষ্ণু বা তেওঁৰ বিবিধ অৱতাৰ ভিন্ন আন ক'তো ঈশ্বৰত্ব আৰোপ কৰিব নোৱাৰি। আড়ম্বৰপূৰ্ণ নানা উপাচাৰ আয়োজনেৰে নানা দেৱ-দেৱীৰ পূজা পাতল কৰি অভীষ্ট সাধন কৰিব নোৱাৰি, নাইবা কামনা পূৰণাৰ্থে ভগৱানৰ কৃপা লাভ কৰিবও নোৱাৰি। দৰাচলতে মানস কৰা কৰ্ম-সাধনাৰ ক্ষেত্ৰত ভগৱানৰ কৰুণা পাবলৈ হ'লে অন্তৰৰ শুচিতা আৰু প্ৰকৃত আৰাধণাৰহে দৰ্কাৰ। কোনোৱে কাৰো ধৰ্মত হাত দিয়া উচিত নহয়, প্ৰত্যেকে নিজ নিজ ধৰ্মীয় আচাৰ-অনুষ্ঠান পালন কৰা উচিত। ৰচনাৰ একাধিক ঠাইত সেই কথাৰ প্ৰমাণ পোৱা যায়। দৃষ্টান্তস্বৰূপে 'দামোদৰদেৱ আৰু হিন্দু ধৰ্ম' প্ৰবন্ধটিৰ দামোদৰীয়া আদৰ্শৰ লগতে উক্ত কথাৰ ইংগিত আছে। 'শংকৰদেৱ' শীৰ্ষক প্ৰবন্ধটিতো শংকৰদেৱৰ বিষয়ে আলোচনা কৰাৰ উপৰিও একে কথাৰ যুক্তি অৱতাৰণা কৰিছে। অসম সাহিত্য সভাৰ নগাওঁ অধিবেশনৰ সভাপতিৰ আসনৰ পৰা প্ৰদান কৰা ভাষণতো তেওঁ নিজস্ব ধৰ্মীয় দৃষ্টিভংগীয়ে ভুমুকি মাৰিছে, কোনেও কাৰো ওপৰত ধৰ্মৰ একো কথাতে বলপ্ৰয়োগ কৰা উচিত নহয়। বৰদলৈৰ ভাষাত—

> 'আমি প্ৰত্যেকটো অসমীয়াই নিজ নিজ ধৰ্ম আৰু অনুষ্ঠানৰ মাজেদি জ্ঞান ভক্তি আৰু কৰ্মত আশ্ৰয় লৈ এই জগতৰ আদি কাৰণ, সচ্চিদানন্দময়, অনন্ত নিৰ্গুণ গুণে নিয়ন্তা, সৰ্বশক্তিমান মহান বিষ্ণুৰ চৰণত আশ্ৰয় ললেহে আমাৰ

উদ্ধাৰ নাই। দেহে-মনে-প্ৰাণে আমি প্ৰভুত আশ্ৰয় মাগোঁ তেহে আমি ৰক্ষা পাৰিম—তেহে আমি সৰ্বপ্ৰকাৰে উন্নতি লাভ কৰিব পাৰিম—তেহে আমাৰ মাজত ওখ ভাব ওখ আহি' হব।'[১]

৮২১· ৰজনীকান্ত বৰদলৈ অসমৰ বৈষ্ণৱ ধৰ্মৰ প্ৰতি ইমান বেছি আকৃষ্ট হৈছিল যে বৈষ্ণৱ প্ৰাণ মহাপুৰুষ সকলক কৃষ্ণৰে অংশ বিশেষ তথা অৱতাৰ বুলি ভাবিছিল বাবেই কবলৈ প্ৰয়াস পাইছিল :

> 'প্ৰভু কৃষ্ণদেৱ শংকৰ স্বৰূপে অৱতাৰ হৈছিল। প্ৰভু কৃষ্ণৰ দ্বিতীয় অংশ প্ৰভু দামোদৰ দেৱৰো অৱতাৰ হৈছিল।'[২]

অসমৰ বৈষ্ণৱধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত পুথি প্ৰণয়ন, গীত-পদ ৰচনা, নাট, ভাওনা, নাম-কীৰ্তন আৰু ভাগৱত ব্যাখ্যা আদিৰ জৰিয়তে প্ৰধান ভুমিকা লোৱা বা নেতৃত্ব বহন কৰা কৃতিমান মহাপুৰুষৰ কথা বৰদলৈয়ে উল্লেখ কৰি গৈছে। প্ৰভু শংকৰদেৱ, মহাপুৰুষ মাধব দেব, প্ৰভু দামোদৰ দেৱ আৰু প্ৰভু হৰিদেৱ' আছিল অসমৰ বৈষ্ণৱ আন্দোলনৰ নেতৃত্ব দিয়া বিপুল শক্তিশালী ব্যক্তি। অসমত—

> বৈষ্ণৱ ধৰ্ম সংস্থাপনৰ লগে লগে ঠায়ে ঠায়ে সত্ৰাদি নিৰ্মাণ কৰিবলগীয়া হোৱাত বাঢ়ৈ, ঘৰামী, মঠ-মন্দিৰ সাজিবলৈ ৰাজমিস্ত্ৰী খনিকৰৰ দাল সুজিত হৈছিল।'[৪]

সেইদৰে নানা তৰহৰ শিল্পীৰে অসম উপচি পৰিছিল। ৰজাৰ ভয়তে হওক কিম্বা পৃষ্ঠপোষকতাৰ গুণতে অসমীয়া মানুহো সকলো বিদ্যাতে পাকৈত হৈ উঠিছিল। বুৰঞ্জীতো তাৰ উল্লেখ আছে।[৫] এইদৰে সেই কালত অসমৰ যথেষ্ট আধ্যাত্মিক উন্নতি হৈছিল, সুন্দৰ প্ৰেমময় পবিত্ৰ বৈষ্ণৱ ধৰ্মৰ ভাব-ৰাজিয়ে মানুহক আধ্যাত্মিক শিক্ষা দি ঈশ্বৰমুখী কৰি তুলিছিল। এনেকুৱা পৰিবেশৰ মাজত বৰদলৈ সেই ধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাটো স্বাভাৱিক।

৮২২ সেই ধৰ্মীয় ভাবাদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাৰ অন্যতম প্ৰমাণ তেখেতৰ ভাষণৰাজিত, উপন্যাসৰ পাতত আৰু অন্যান্য ৰচনাত স্পষ্টভাৱে প্ৰকাশ পাইছে। ষ্ণৱ কবি সকলৰ প্ৰত্যেকেই বেদ, বেদান্ত, গীতা, ভাগৱত পুৰাণ, শ্ৰুতি, স্মৃতি আদি-সকলো শাস্ত্ৰতে প্ৰগাঢ় পণ্ডিত আছিল আৰু শংকৰদেৱ আছিল সি সকলৰ অগ্ৰণী। বৰদলৈয়ে ভট্টদেৱৰ জ্ঞান-ভক্তি আৰু পাণ্ডিত্যৰ কথাও প্ৰকাশ কৰিছে। প্ৰয়োজন হলেই পৰমব্ৰহ্ম, পৰম পুৰুষক, মহান ঈশ্বৰক নিষ্কাম ভাবেৰে প্ৰাৰ্থনা কৰিবলৈ[৬]

---

১ হাজৰিকা, অতুলচন্দ্ৰ (সম্পা.) ১৯৫৫ : অসম সাহিত্য সভাৰ ভাষণাৱলী, পৃ. ১৭৫।
২ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৪৫।
৩ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৫৪।
৪ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৫৬।
৫ বৰুৱা, গুণাভিৰাম, ১৯৭২ : আসাম বুৰঞ্জী, পৃ. ১৩।
৬ পূৰ্বোক্ত ভাষণাৱলী, পৃ. ১৫৭।

তেওঁ সকলোকে সাঁকিয়াই দিছে। ধৰ্মপ্ৰাণ ব্যক্তি নহলে, বৈষ্ণৱ ভাবাদৰ্শ তথা অসমৰ 'এক দেৱ এক সেৱ, একবিনে নাহি কেৱ' নীতিযুক্ত বৈষ্ণৱ গুৰুৰ পদানুগামী বৰদলৈয়ে এনেকুৱা ভাৱ প্ৰকাশ নকৰিলেহেঁতেন।

৮২.৩ ব্যক্তিগত জীৱনৰ দৈনন্দিন কাম কাজৰ তালিকাতো তেওঁৰ এই ভগৱৎচিন্তা তথা ঈশ্বৰোপাসনা আছিল এক অবিচ্ছেদ্য বিষয়। সেইবাবেই সম্ভৱতঃ প্ৰায়বিলাক ৰচনাতে বৰদলৈয়ে ঈশ্বৰ চিন্তা তথা ঈশ্বৰৰ নাম আৰু গুণানুকীৰ্তন কৰিবলৈ তেওঁৰ সেই ভগৱৎমুখী ভাবধাৰাই তাত ভুমুকি মাৰিছেহি। আনকি 'চেতন প্ৰাণী আৰু উদ্ভিদৰ পাৰ্থক্য কি' শীৰ্ষক বিজ্ঞানমূলক নিবন্ধটিতো অসীম ব্ৰহ্মাণ্ডৰ সকলো বস্তুকেই পৰস্পৰৰ উপযোগীকৈ যিজনা পুৰুষে সৃষ্টি কৰিছে 'সেইজনা পুৰুষৰ শক্তি আৰু মহিমা কেনে অসীম'[৭] বুলি ঈশ্বৰৰ মহিমাৰ কথাকে স্মৰণ কৰি লিখকে তৃপ্তি-বোধ কৰিছে। 'অসমত উপন্যাসৰ সঁজুলি' শীৰ্ষক নিবন্ধটিৰ মাজতো বৰদলৈয়ে আলোচনা প্ৰসঙ্গত অদ্বৈতবাদৰ কথা উল্লেখ কৰি পৃথিৱীৰ সকলোতে যে ভগৱান বিৰাজমান, বিশ্বৰ সকলোৱেই যে ঈশ্বৰৰহে অংশ, উপন্যাসৰ সকলো ঘটনা, নায়ক-নায়িকাৰ মিলন, হৰ্ষবিষাদ সকলো যে ঈশ্বৰৰে ইচ্ছা, সেই কথাকে প্ৰকাশ কৰিবলৈ যত্ন কৰিছে। তদুপৰি উপন্যাস একোখনত কোনো একোটাহঁত বিশেষ ধৰ্মৰ গৌৰৱ প্ৰকাশ কৰা হয়, সেই কথা উল্লেখ কৰিও বৰদলৈয়ে নিজৰ ধৰ্মভাবৰ কথাকে প্ৰকাৰান্তৰে প্ৰকাশ কৰিছে। আলোচনা প্ৰসঙ্গত যীশুখ্ৰীষ্টৰ গুণানুকীৰ্তন, চৈতন্যদেৱৰ গুণগান, শংকৰ, দামোদৰদেৱ, হৰিদেৱৰ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰৰ কথা আদিৰ মাজতো বৰদলৈৰ ব্যক্তিগত ঈশ্বৰ পৰায়ণতাৰ পৰিচয় ওলাই পৰিছে, উপন্যাস ৰচনাত এইসকল মহাপুৰুষ তথা ধৰ্মগুৰুৰ বাণী, পবিত্ৰ উপদেশৰ কেনেভাৱে সহায় লব পাৰি সেই কথা কোৱাৰ আঁৰতো আছিল তেওঁৰ বৈষ্ণৱ প্ৰীতি। বৰদলৈয়ে বৈষ্ণৱ ভিন্ন আন কোনো ধৰ্মৰে আচাৰ-নীতি ব্যক্তিগতভাৱে কেতিয়াও পালন নকৰিছিল। কিন্তু আন কাকো তেওঁ অন্য ধৰ্মীয় আচাৰ-নীতি পালনত বাধা নিদিছিল। নিজৰ ঘৰত তেওঁৰ সহধৰ্মিনীয়ে লক্ষ্মী প্ৰতিমা আগত ৰাখি পূজা কৰাতো তেওঁ বাধা নিদিছিল, সেই পূজাৰ প্ৰসাদো তেওঁ গ্ৰহণ কৰিছিল। এইয়া তেওঁৰ ধৰ্মীয় উদাৰতাৰে পৰিচায়ক।

৮২৪ ধৰ্মীয় কামত তেওঁ সমাজৰ নীতি বিৰুদ্ধ কিবা কাম-কাজ দেখিলে সুযোগ বুজি তাৰ সমালোচনা কৰিবলৈ পিচ নুহুঁহকিছিল। 'ভিৰুগড়ৰ আইথান দৰ্শন'ত তাৰ দৃষ্টান্ত পোৱা যায়। ধৰ্মীয় কথাত সাধু-সন্ন্যাসীৰ বিচাৰ বিশ্লেষণ তত্ত্বপূৰ্ণ কথাৰ সৰল ব্যাখ্যাৰ ওপৰত বৰদলৈৰ বিশ্বাস আৰু শ্ৰদ্ধাৰ সুন্দৰ আভাস পোৱা যায় 'সীতাকুণ্ড দৰ্শন'ৰ সময়ত সাক্ষাৎ লাভ কৰা সন্ন্যাসী গৰাকীৰ লগত হোৱা কথোপকথনত। এই সাধুগৰাকীক বহুতে 'কাৰবাৰী ঠিকাদাৰ বাবা' বুলি ইতিকিং কৰিছিল যদিও তেওঁৰ কৃষ্ণ, ৰাম শব্দৰ ব্যাখ্যা শুনি বৰদলৈ অভিভূত হৈ পৰিছিল—

৭ পূৰ্বোক্ত ৰজনী বৰদলৈ ৰচনাৱলী, পৃ. ১১০।

'মনক হৰি কথা স্বৰূপ হালেৰে কৰ্ষণ কৰিলে হৰিৰূপী বৃক্ষ তাত ওপজে, সেই বৃক্ষ উপজিলেই আনন্দ হয়। এই শৰীৰ আৰু মন ক্ষেত্ৰত 'ইদং শৰীৰং ক্ষেত্ৰং কৌন্তেয়' ইত্যাদি গীতাই কৈছে, সেইদৰে 'ৰময়তি ইতি ৰামঃ', সেই পৰম ব্ৰহ্ময়ে ৰাম, সেই পৰম ব্ৰহ্মযে কৃষ্ণ, গড, আল্লা'।[৮]

বৰদলৈয়ে খোলাখুলিকৈয়ে কৈছে 'যে এই বাবাৰ সংসৰ্গ লভি তেওঁৰ ভালেমান পুৰণি কথা হেনো মনলৈ আহিছিল।

৮২৫ বৰদলৈযে 'শদিয়া ৰাজ্যৰ পুৰণি তত্ত্ব' শীৰ্ষক প্ৰবন্ধত শদিযাৰ পৰশু-কুণ্ডৰ কথা উল্লেখ কৰিছে। দেশী-বিদেশী প্ৰত্নতাত্ত্বিকৰ মতামত দাঙি ধৰি পুৰণি হিন্দু ৰজাসকলৰ পৃথুৰী খন্দা, জলাশয় প্ৰতিষ্ঠা যে ধৰ্মৰে এটা প্ৰধান অঙ্গ সেই কথা প্ৰতিপন্ন কৰিছে। মহাভাৰতৰ কালতেই শদিযালৈ কৃষ্ণ আহিছিল ৰুক্মিণীৰ উদ্দেশ্যে। সেই সময়ত ইয়াত আছিল হিন্দুধৰ্মৰ বিশেষ প্ৰাদুৰ্ভাব। ভীষ্মক আৰ্যভিন্ন গোষ্ঠীৰ লোকৰূপে চিহ্নিত কৰিলেও কিন্তু বেদনিধি বেদজ্ঞ ব্ৰাহ্মণৰ পৰা ইযাত আৰ্য্য অধিবাসী থকাৰ কথাও সূচায। মিচিমি সকলক পৰশুৰামৰ লগত দিগ্বিজয কৰিবলৈ অহা মিশ্ৰ ব্ৰাহ্মণ, আৰু মিশ্ৰ ক্ষত্ৰিয[৯] বুলি কোৱা হৈছে, কিন্তু কালক্ৰমে হিন্দুৰ মূল সুঁতিৰ পৰা আঁতৰি গৈ এওঁলোক মিচিমিৰূপে জনাজাত হ'ল। পৰশুৰামৰ নামৰ লগত জড়িত পৰশুকুণ্ড, ব্ৰহ্মকুণ্ড মানস-সৰোবৰ হিন্দুৰ অতি পবিত্ৰ তীৰ্থ স্থানত পৰিণত হৈছে।

৮.২৬ দেউৰী সকলৰ ধৰ্ম বিশ্বাসৰ কথাৰ বহুল আভাস দি বৰদলৈয়ে তেওঁলোকৰ মাজত প্ৰচলিত কিংবদন্তীৰ উল্লেখ কৰিছে। সেই কিংবদন্তী মতে শিলাৰূপে দুৰ্গাদেৱী স্বয়ং দিবং নদীত ভাহি উঠিল আৰু হিন্দুসকলে তেওঁক নদীৰ পৰা আনিবলৈ অপাৰগ হোৱা দেখি চুটিয়াসকলে ভক্তিভাবেৰে প্ৰাৰ্থনা কৰি নদীৰপৰা তেওঁক তুলি আনি মন্দিৰত স্থাপন কৰিলে। তাম্ৰেশ্বৰী মন্দিৰেই আছিল সেই মঠ-মন্দিৰৰ শ্ৰেষ্ঠ আকৰ্ষণ। তাত বছৰি নৰবলি দিয়া হৈছিল।[১০] শিলেৰে গঁঠা আৰু শিলবোৰ লোৰে গঁঠা, এই মন্দিৰটোৰ চালখন তামৰ, দীঘেও ৮ ফুট, বহলেও ৮ ফুট এই মন্দিৰটোৰ চাৰিওকাষে থকা ইটাৰ প্ৰাচীৰ দীঘে আছিল ২০০ ফুট আৰু পথালিয়ে ১৩০ ফুট। পশ্চিম দুৱাৰ মুখত' থকা 'শিলৰ তেপাইখনতে বছৰি নৰবলি' দিয়া হৈছিল।[১১] আদিতে প্ৰাণদণ্ডেৰে দণ্ডিত ৰাজদ্ৰোহীক বলি দিয়া হৈছিল, কিন্তু তেনে লোকৰ অভাৱ হোৱাত ৰজাৰ কৰ-কাটলৰ পৰা মুক্ত এটা সুকীয়া খেলৰ প্ৰৱৰ্তন কৰি তেওঁলোকৰ মাজৰ পৰা কোনো এজন লোকক বছৰি বলি দিয়া হৈছিল।

৮ পূৰ্বোক্ত ভাষণাৱলী, পৃ ১৬১।
৯ পূৰ্বোক্ত ৰজনী বৰদলৈ ৰচনাৱলী, পৃ ২০১।
১০ প্ৰাগুক্ত গ্ৰন্থ, পৃ ২১৪।
১১ প্ৰাগুক্ত গ্ৰন্থ, পৃ ২১৩।

আদিতে ৰাজদ্ৰোহীক প্ৰাণদণ্ড দিয়াৰ ই এক ব্যৱস্থা বুলিও কোনো কোনোৱে কৈছিল, কিন্তু স্বকীয়া খেল প্ৰৱৰ্তন কৰাই পিছলৈ নৰবলি মন্দিৰৰ যজ্ঞৰেকীয়া আমোদৰ অংগ কৰিহে তুলিছিল। চুটিয়া জাতি-ভিন্ন আন কোনো লোকক বলি দিয়া নহৈছিল। আনক বলি দিয়া নিষেধ আছিল।। এই মন্দিৰৰ মাহাত্ম্য অসীম, আনকি তিব্বত, চীন, পশ্চিম ভাৰতৰ পৰাও এই মন্দিৰলৈ পূজা দিবলৈ মানুহ আহিছিল। দেউৰী সকলে আহোম ৰজাৰ দিনতো বছৰি এটাকৈ কমেও ৬০০টা মানুহক এই মন্দিৰত বলি দিয়া বুলি কয়।[১২] এইয়া দৰাচলতে শাক্ত মন্দিৰ। মানে অসম দেশ অধিকাৰ কৰাৰ পিছৰ পৰা পৰম্পৰাগত নৰবলি প্ৰথাৰ অৱসান ঘটিল। ব্ৰাউন চাহাবৰ মতে 'নৰবলি প্ৰথাৰ চুটিয়া দেউৰীৰ ৰৰগঞা খেলহে লিপ্ত আছিল'।[১৩]

৮২৭ বৰদলৈয়ে নিজে কিন্তু শাক্ত পূজা-পাতল নামানিছিল। তেওঁৰ মতে পৰম ব্ৰহ্মৰ অধিকাৰী বিষ্ণুৱেই সৰ্বশ্ৰেষ্ঠ দেৱতা। গতিকে তেওঁৰ বাহিৰে আনৰ ধ্যান-ধাৰণা, পূজা-পাতল কৰা অৰ্থহীন। বৈষ্ণৱ ধৰ্মত পূজা-পাতল আদিৰ কোনো আড়ম্বৰ নাই, বাহ্যিকতা বিবৰ্জিত ধৰ্মত নিজৰ মনটো নিবিষ্ট কৰিব পাৰিলেই যথেষ্ট। আনহাতে অনাবৈষ্ণৱ ধৰ্মীয় আচাৰ অনুশীলনত মন সংযোগ হওক নহওক বাহ্যিকতাৰ আড়ম্বৰত কোনো হীন-ডেঢ়ী হব নোৱাৰে। বৰদলৈয়ে তেনে বাহ্যিকতা ভাল নাপাইছিল। তাতে শংকৰ দামোদৰ-হৰিদেৱ' প্ৰচাৰিত ভাগৱতভিত্তিক ধৰ্মীয় আচাৰ-অনুষ্ঠানৰ দ্বাৰা তেওঁ প্ৰভাৱিত হৈছিল যাবেও শক্তি উপাসনাৰ পৰা আঁতৰত আছিল। কোনো লেখাতে তেওঁ শাক্ত ধৰ্মৰ গুণ-গৰিমা তথা মহিমাৰ কথা ব্যক্ত কৰা নাই। কেৱল প্ৰসংগক্ৰমে তেওঁ তেনে ধৰ্মীয় আচাৰ-অনুষ্ঠানৰ কথা, মঠ-মন্দিৰৰ কথা, সেই জাতীয় পূজা-পাতাল আদিৰ কিছু বৰ্ণনাহে দিছে মাত্ৰ। মৰংগি, নাহৰণীৰ শিৱদৌল, শদিয়া-চুণপোৰা, গুৱাহাটী আদি ঠাইৰ বিবিধ মঠ-মন্দিৰৰ বৰ্ণনা ইয়াৰে উজ্জ্বল দৃষ্টান্ত। আনহাতে য'তেই সুবিধা পাইছে বৰদলৈয়ে তাতেই বৈষ্ণৱ ধৰ্মৰ গুণ-গৰিমা, অসমৰ চাৰিগৰাকী বৈষ্ণৱ গুৰুৰ গুণানুকীৰ্তন কৰিবলৈ পৰাঙ্মুখ হোৱা নাই। মান-মৰাণৰ উপদ্ৰৱত অসমৰ পৰা লোপ হোৱা ধৰ্ম-কৰ্ম সমস্তৰে পুনৰ সংস্কাৰ কৰিব লাগিব। তাৰ বাবে একমাত্ৰ অৱলম্বন 'মহাপুৰুষ শংকৰ, দামোদৰ, মাধৱ, হৰিদেৱ এই সকলৰ নাম ধৰ্ম'[১৪] আৰু সিয়েহে অসমীয়া জাতিক উদ্ধাৰ কৰিব পাৰিব বুলি বৰদলৈৰ ধাৰণা।

৮৩ উপন্যাস কল্পিত তথা অলীক কাহিনীৰ আধাৰত ৰচিত হলেও তাক কিন্তু সাহিত্যত কোনো মিথ্যা বা সত্যতাহীন সৃষ্টি বুলি আজি আৰু কব নোৱাৰি। কিয়নো উপন্যাসে আজি সমাজৰ গ্লানি আৰু তাৰ প্ৰয়োজনীয় সংস্কাৰৰ পথ দেখুৱায়,

---

১২ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ২১৪।
১৩ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ২১৫।
১৪ ৰঙা লিঙ্কী, পৃ. ২০৭।

জাতিৰ মাজত ধৰ্মৰ ভাৱ প্ৰকাশ কৰাৰো আজিৰ যুগৰ এক শ্ৰেষ্ঠ আলম হৈছে উপন্যাস সাহিত্য। চমু কথাত উপন্যাসে আজি এক উপাদেয় সাহিত্যৰো সৃষ্টি কৰে। বৰদলৈৰ উপন্যাসসমূহ তেনেকুৱা সজ শিক্ষাৰ অন্যতম ভঁড়ালস্বৰূপ। ৰচনা-চাতুৰ্য্য, ৰচনাত শিল্প কৌশল, চৰিত্ৰাংকন, দেশীয় চিন্তা-চৰ্চা, ধৰ্মীয় আদৰ্শ সবাৰো উপৰি জাতীয়তাবোধৰ ভাবেৰে পাঠকক পুলকিত কৰিব পৰা গুণৰ সমাবেশৰ বাবেই বৰদলৈৰ উপন্যাস আমাৰ ইমান প্ৰিয়, আজিও সিবোৰ সকলোৰে সুখ-পাঠ্য। ধৰ্ম তথা সমপৰ্য্যায়ৰ নীতিৰ ভাৱ আৰু উচ্চ আদৰ্শৰ সমাবেশত উপন্যাস কেইখন অধিক মনোগ্ৰাহী হৈ পৰিছে।

৮৩১ উপন্যাস সমূহৰ নায়ক-নায়িকা নাইবা চৰিত্ৰ সমূহৰ কথোপকথনত কোনো বিশেষ মুহূৰ্তত ধৰ্মীয় ভাৱাদৰ্শৰ সমাবেশ চকুত পৰে। তাৰ ভিতৰত অসমৰ প্ৰধানকৈ চাৰিজন গুৰুৱে প্ৰচাৰ কৰা বৈষ্ণৱ ধৰ্ম, যি ধৰ্মৰ মূল তত্ত্ব হ'ল—'এক দেৱ এক সেৱ, একবিনে নাহি কেৱ'। মূল আদৰ্শ, তাৰ গুণ-গৰিমা প্ৰকাশ সুস্পষ্ট। এই ধৰ্ম গুৰু-প্ৰধান, গুৰু অবিহনে কোনোৱে ঈশ্বৰৰ কৃপা কৰুণা লাভ কৰিব নোৱাৰে। সকলো কাৰ্য্যতে গুৰুক স্মৰণ কৰা হয়।' 'শ্ৰীগুৰু শংকৰ মাধৱৰ নাম স্মৰি সকলোকে আশীৰ্বাদ দিয়াৰ' উপৰিও—শ্ৰীগুৰুৰ চৰণৰ কৃপাতে যাতে সকলোৰে কুশল হয় তাকে কামনা কৰি ৰাম, হৰিৰ নাম সমস্বৰে লোৱাটো মন কৰিবলগীয়া।'[১৫] এই গুৰু সম্পৰ্কে বৰদলৈয়ে দক্ষিণপাট সত্ৰৰ নিৰ্মল আতৈৰ মুখেৰে দীঘলীয়া ব্যাখ্যা দাঙি ধৰিছে। ভকতীয়া ব্যাখ্যামতে 'গু'ৰ অৰ্থ 'আন্ধাৰ' আৰু 'ৰু'ৰ অৰ্থ 'পোহৰ দেখুৱাওঁতা', অৰ্থাৎ গুৰু মানে 'জীৱনৰ আন্ধাৰ হৰণ কৰি পোহৰ দেখুৱাই দিয়া ব্যক্তি', গুৰুবিনে হিন্দু ধৰ্মত পৰম সম্পদ লাভ নহয়। তাৰেই তেওঁ কৈছে[১৬]—

> 'হিন্দু ধৰ্মটোৱেই গুৰু আৰু ব্ৰাহ্মণ এই দুটা ভেটিৰ ওপৰত স্থাপিত। এই দুটা বাদ দিলে হিন্দু ধৰ্ম নাথাকে।'[১৭]

গুৰু ধাৰণ আৰু গুৰুৰ পৰা নাম-মন্ত্ৰ ভজন হৃদয়ত দকৈ শিপায, গুৰুৱে দিয়া মন্ত্ৰ নিতে আবৃত্তি কৰিলে, শ্ৰৱণ-কীৰ্তন, মনন বিবিধ্যাসন আদি নিতৌ কৰিলে ইষ্ট জনৰ নাম আৰু জপ হৃদয়ৰ পৰা আঁতৰি যাব নোৱাৰে। নিত্য ক্ৰিয়াৰ মূলতে গুৰুৰ বাধ্য-বাধকতা, ফলত এই নিত্য ক্ৰিয়া অভ্যাসৰ গুণে পৰমাত্মাৰ সমীপবৰ্তী হোৱাৰ অবাৰিত প্ৰচেষ্টা ফলৱতী হয়। গুৰুৱে দিয়া উপায মতেহে সেই ৰূপৰ ধ্যান কৰিব লাগে, গুৰুৰ অনুগ্ৰহতহে আচলতে সেই ৰূপৰ কীৰ্তন, সেই ৰূপৰ স্তুতি-আৰু হৃদয়ত সেই ৰূপৰ ছবি অংকন সম্ভৱ। গতিকে গুৰু পৰম বস্তু তেওঁক সাক্ষাৎ ভগৱান বোলাহে যুগুত। এনেয়ে জানো গায়—'গুৰু মোকে দয়া ন ছাড়িবা এ'। আতৈৰ ভক্তি গদ্‌গদচিত্তে কোৱা কথাষাৰ প্ৰণিধানযোগ্য।[১৮]

---

১৫ মিৰী জীয়ৰী, পৃ. ১৭।
১৬ নিৰ্মল ভকত, পৃ ৭১।
১৭ ঐ, পৃ. ৭৩।
১৮ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৭৩।

'কৃষ্ণকে নালাগে তথাপি মোক গুৰু লাগে। গুৰুক পালেহে কৃষ্ণক পাম। গুৰুক নাপালে কৃষ্ণকো নাপাওঁ। গুৰু তুষ্ট হলেহে কৃষ্ণ তুষ্ট হয়। ভাওৰীয়া হিন্দুৰ গুৰু পৰম ধন বিশেষ মন্ত্ৰদাতা গুৰুজন।'

অৱশ্যে এই গুৰুৰ প্ৰকাৰ ভেদ আছে। আদি গুৰু পিতৃ-মাতৃ আৰু সেইজনা গুৰু সাকাৰ। সাকাৰ পিতৃ-মাতৃ ভাবেৰে নিৰাকাৰ পিতৃ-মাতৃৰ ভাবৰ সৃষ্টি হয়, এই ধাৰণাৰ বীজ যি জনে দিয়ে তেওঁ দীক্ষা গুৰু আৰু এই সকলো কথাৰ জ্ঞান দাতাজন হ'ল শিক্ষা গুৰু, সেইদৰে জীৱিকাৰ পথ-প্ৰদৰ্শক কৰাজন হ'ল অন্নদাতা গুৰু। মূল গুৰু অৰ্থাৎ পিতৃ-মাতৃ এক, দীক্ষা গুৰুও এজন, কিন্তু শিক্ষাগুৰু একাধিক তথা অনেক।[১৯]

৮.৩২ মানৱ জগত যুঁজ কৰি বন্দী হৈ মানৱ দেশত কিছু কাল কটাই স্বদেশলৈ উভতি আহি পূৰ্বৰ প্ৰণয়িনী ৰূপহীক আনিবামৰ জগত বিবাহিত জীৱন যাপন কৰি সতি-সন্ততিৰে সুখেৰে বাস কৰা দেখি আত্ম পৰিচয় নিদি নিৰ্মলে দক্ষিণপাট সত্ৰৰ কেৱলীয়া ভকত হ'লগৈ। কঠোৰ ভাৱে সংসাৰ বিৰাগী ভকত ৰূপে ব্ৰহ্মচৰ্য্য পালন কৰি জীৱনৰ বাকী কালছোৱা কটালে। দক্ষিণপাট সত্ৰৰ গুৰুজনাৰ মাহাত্ম্য মহিমাৰ কথাও বৰদলৈয়ে ভকতৰ মুখেৰেই নিঃসংকোচে প্ৰকাশ কৰিছে। সত্ৰ সম্পৰ্কীয় যি যি কামত ঈশ্বৰ পুৰুষে অৰ্থাৎ গুৰুজনাই লগাইছিল তাকে এই ভকত জনাই কৰিছিল।[২০] ইয়াৰ মাজেদি বৰদলৈৰ সত্ৰৰ প্ৰতি তেওঁৰ অচলা ভক্তি প্ৰকাশ পাইছে। সত্ৰ-প্ৰীতি 'মনোমতী'ৰ 'বৰপেটাৰ কীৰ্তন ঘৰৰ ফাকুৱা উৎসৱ' আৰু 'বৰপেটীয়া মেল'ৰ[২১] অন্তৰ্গত কথাৰ মাজত বাৰুকৈয়ে প্ৰকাশ পাইছে। এই সত্ৰ প্ৰতিষ্ঠাতা গৱাকীৰ মৃত্যুৰ সময়ত-সত্ৰৰ দায়িত্ব ৰাইজৰ ওপৰত অৰ্পণ কৰি যোৱা বাবেই পৰৱৰ্তী কালতো বৰপেটা সত্ৰৰ স্বত্ব ৰাইজৰ ওপৰতে প্ৰবৰ্তিল। সেই সূত্ৰেই বৰপেটা সত্ৰৰ স্বত্ব প্ৰজাতন্ত্ৰৰ ওপৰত ৰ'লগৈ। এই কথাই সত্ৰক এক বিশিষ্ট মহিমা প্ৰদান কৰিছে। বৰদলৈয়ে সেই কথাও সুন্দৰ ভাৱে প্ৰসংগ সমাবেশৰ জৰিয়তে প্ৰকাশ কৰিছে।

৮.৩৩ উজনিৰ পৰা মানৰ আক্ৰমণত ভাটিয়াই আহি সত্ৰৰ গুৰু ভকত সকলে গুৱাহাটী আৰু ইয়াৰ দাঁতি কাষৰীয়া অঞ্চলত বাহৰ পাতিছিলহি। সেইবিলাক চাই ফুৰিছিল কৃষ্ণদাসী ৰূপিণী বহদৈ লিগিৰী আৰু প্ৰেমানন্দ বাবাজীয়ে।[২২] তেওঁলোকে ধৰ্মৰ ৰীতি-নীতি কেনেভাৱে আচৰণ কৰিছিল তাকে চোৱাৰ উপৰিও সাধাৰণ ৰাইজক নৈতিক বলৰ বাবে আৰু দেশবহুকে চিন্তা কৰিবলৈ শিকাবলৈ যত্ন কৰিছিল। সত্ৰ-বাহৰত পূজা, দুপৰীয়া, গধূলি প্ৰসঙ্গ-হৰিধ্বনি শুনাৰ উপৰিও দেবালয়, মঠ-

১৯ প্ৰাগুক্ত গ্ৰন্থ, পৃ ৭৬।
২০ নিৰ্মল ভকত, পৃ. ৮২।
২১ মনোমতী, পৃ ২—৪, ১৬৬, ১৬৮।
২২ বহদৈ লিগিৰী, পৃ ১৯২।

মন্দিৰতো শংখ, ঘন্টা, বৰকাঁহ, ডবা বজোৱা আৰু পূজা-পাতল কৰা কথা উল্লেখ কৰিছে। একেদৰে বামুনীয়া সত্ৰৰ ভকতসকলে কামাখ্যা, নৱগ্ৰহ, বশিষ্ঠাদি তীৰ্থবোৰ চাই ফুৰাবো উল্লেখ কৰিছে। ইয়াৰ মাজেদি বৰদলৈয়ে সত্ৰভেদে গুৰু-ভকত সকলৰ মাজত যে ৰীতি-নীতিৰ কিছু পাৰ্থক্য আছিল তাৰ ইঙ্গিত দিছে। কিন্তু কাকো তেওঁ সমালোচনা কৰা নাই, নাইবা ভাল বেয়া নিন্দাসূচক মন্তব্যও কৰা নাই। ইয়াক বৰদলৈৰ ব্যক্তিগত ধৰ্মীয় দৃষ্টিভঙ্গীৰে প্ৰভাৱ বুলিব পাৰি। মান-মৰাণৰ আক্ৰমণত অসমৰ ধৰ্মীয় দিশটোৰ অৱনতিৰ কথা কোৱাৰ উপৰিও সাধনাত সিদ্ধি লাভ কৰি বৈষ্ণৱী ৰূপে জীৱন-নিৰ্বাহ কৰা কৃষ্ণদাসীৰ মুখেৰে অসমৰ বৈষ্ণৱ ধৰ্মৰ এটা ডাঙৰ আদৰ্শৰ কথা মুকলিভাৱে ব্যক্ত কৰিছে। ইয়াৰ উদ্দেশ্য অসমৰ ধৰ্মৰ পুনৰ সংস্কাৰৰ কামনা।

৮৩৪ বৃটিছৰ অধীনলৈ অহাৰ পিছত অসমত শান্তি স্থাপন হোৱাৰ আগজাননী পোৱা গৈছে, কিন্তু দেশৰ হকে কৰিবলগীয়া কাম বহুত আছে। দধাৰামক প্ৰতীক হিচাপে লৈ বৰদলৈয়ে কৃষ্ণদাসীৰ মুখত যি কথাৰ অৱতাৰণা কৰিছে সেয়া বৈষ্ণৱ ধৰ্মৰ আদৰ্শত অসমক পুনৰ্জীৱন দিয়া কথাহে—

> 'অসমত মাইকী মানুহৰ দ্বাৰাই ধৰ্মৰ সংস্কাৰ হোৱাৰ নিয়মো নাই, উপায়ো নাই। মহাপ্ৰভু ৺শঙ্কৰ, দামোদৰ, মাধৱ, হৰিদেৱ—এই সকলৰ নাম ধৰ্মইহে অসমীয়া জাতি উদ্ধাৰ কৰিব পাৰিব।'[২৩]

'ৰাধাৰুক্মিণীৰ ৰণ'ৰ পাতত প্ৰকাশিত ধৰ্মীয় আদৰ্শও বিশেষ মন কৰিবলগীয়া। বৌদ্ধ ধৰ্মাৱলম্বী আহোম সকলে স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনত নদীয়া-শান্তিপুৰৰ পৰা পৰ্বতীয়া গোঁসাইক অনাইছিল যদিও পুতেকৰ দিনত হিন্দু ধৰ্ম গ্ৰহণ কৰি শাক্ত মন্ত্ৰ লৈছিল। নানা ঠাইত মঠ-মন্দিৰ সজোৱাৰ উপৰিও বছৰি দশভুজা দুৰ্গাদেৱীৰ পূজা প্ৰৱৰ্তন কৰিলে। ৰজাঘৰৰ দুৰ্গোৎসৱ আছিল অতি আড়ম্বৰপূৰ্ণ। ৰাণী ফুলেশ্বৰীৰ দিনত একশৰণীয়া সত্ৰৰ গুৰু-ভকতসকলক নিমন্ত্ৰণ কৰিছিল আৰু ৰাজদণ্ডৰ ভয়ত কোনো কোনো সত্ৰৰ ভকতে সেই নিমন্ত্ৰণত মন নাথাকিলেও ৰক্ষা কৰিছিল। বিবাদ হ'ল মোৱামৰীয়া মহন্ত সকলৰ লগত : 'গুৰুকো নৰাইবা, প্ৰসাদো নখাইবা ভক্তি হৈব ব্যভিচাৰ'—এই মতকে সৰোগত কৰি ৰজাৰ সেই নিমন্ত্ৰণ মোৱামৰীয়া মহন্ত সকলে প্ৰত্যাখান কৰিলে।[২৪]

এইদৰে বৰদলৈয়ে অসমৰ সত্ৰ অনুষ্ঠানক কেন্দ্ৰ কৰি সুপ্ৰতিষ্ঠিত বৈষ্ণৱ ধৰ্মৰ কথা উপন্যাসৰ পাতত যথাযথ ভাৱে প্ৰকাশ কৰিছে, লগতে সেই ধৰ্মৰ শ্ৰেষ্ঠতা, মোহনীয়তা আৰু সমাজৰ কল্যাণৰ ক্ষেত্ৰত বৈষ্ণৱ ধৰ্মৰ বাহিৰে আন ধৰ্মৰ বৰগুণ যে বিশেষ নাই সেই কথা প্ৰতীয়মান কৰিবলৈ যত্ন কৰিছে। বহুদৈ লিগিৰীয়ে বিবাহযোগ্য বয়সত

---

২৩ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ২০৭।
২৪ ৰজনী বৰদলৈৰ ৰচনামালা, পৃ. ৫।

যৌৱনভৰা দেহৰ ৰূপ লাৱণ্যৰ তাড়নাত পদে পদে বিপদত পৰি উপায়ান্তৰ হৈ ব্ৰহ্মপুত্ৰত জাপ দিও জীৱন বিসৰ্জন দিব নোৱাৰিলে। তেওঁ বৈষ্ণৱ সাধিকাৰূপে কঠোৰ ব্ৰত আৰু পৰীক্ষাৰ মাজেদি সাধনাত সিদ্ধি লাভ কৰিছে। তাৰ পিছত সমাজৰ কল্যাণমূলক কামত আত্মোৎসৰ্গ কৰিছে। ই বৈষ্ণৱ ধৰ্মৰ মাহাত্ম্য প্ৰকাশৰ কথাকে সূচায়।

৮৩৫ বৰদলৈৰ মানত অসমৰ বৈষ্ণৱপ্ৰাণ মহাপুৰুষে সকলৰ কোনো সৰু-বৰ নাছিল। তেওঁলোকৰ লক্ষ্য এক বৈষ্ণৱ ধৰ্ম প্ৰচাৰ আৰু জাতিক নৈতিক বলত বলীয়ান হবলৈ উৎসাহ উদ্দীপনা যোগোৱা। সেইবাবেই তেওঁ বহুবাৰ প্ৰধান চাৰিগৰাকী মহাপুৰুষ শঙ্কৰ, মাধৱ, দামোদৰ আৰু হৰিদেৱৰ নাম আৰু তেৰা সকলৰ প্ৰচাৰিত ধৰ্মৰ কথা উল্লেখ কৰি গৈছে। উপন্যাসৰ পাতত চৰিত্ৰৰ কথোপকথনত বৰদলৈয়ে কোনো বিশেষ পন্থৰ প্ৰতি অহৈতুক আন্তৰিকতাৰ মাত্ৰাধিক্য প্ৰকাশ কৰা নাই। তেওঁৰ ধৰ্মীয় উদাৰতাৰে ইও এক চমৎকাৰ দৃষ্টান্ত।

৮৩৬ উপন্যাস সমূহৰ সৰহখিনি ঘটনাই বুৰঞ্জীৰ কোনো বিশেষ ঘটনাৰ অৱলম্বনত ৰচিত। আহোম শাসনৰ শেষ কালছোৱাত অসমৰ ৰাজনৈতিক আৰু আৰ্থ-সামাজিক পৰিস্থিতিৰ ওপৰত প্ৰায় কেইখন উপন্যাসেই ঠন্ ধৰি উঠিছে। গতিকে ধৰ্মীয় দিশটো চেগা-চোৰোকাকৈ হলেও চৰিত্ৰৰ লগত নানাভাবে জড়িত হৈ কিছু ছবি অঙ্কিত হোৱা স্বাভাৱিক। সেই কালছোৱাত অসমত ইছলাম আৰু বৌদ্ধধৰ্মই উল্লেখ কৰিবলগীয়া স্থান পোৱা নাছিল, আৰু খৃষ্টান ধৰ্মৰ বিশেষ নাম-গন্ধই নাছিল। আনহাতে হিন্দুধৰ্মৰ উত্থান-পতনৰ কিছু দৃষ্টান্ত আছে। বিশেষকৈ ১৫শ-১৬শ শতিকাৰ পৰা সঞ্চালনিকৈ প্ৰচাৰিত হৈ অহা নৱবৈষ্ণৱ ধৰ্মৰ ওপৰত স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ পুত্ৰসকলৰ দিনৰপৰা অনুষ্ঠিত হোৱা শাক্ত ধৰ্মৰ লগত জড়িত বিবিধ আড়ম্বৰপূৰ্ণ ( আচাৰ-অনুষ্ঠান ) নতুনত্বত কিছু কিছু লোক ভোল গৈছিল। পুৰণি গতানুগতিক আড়ম্বৰহীন সত্ৰীয়া ক্ৰামুঠীয়া নিয়ম-নীতিৰ মাজত জাত পাতৰ বিচাৰৰ নানা খেলি মেলিৰ মাত্ৰাধিক্য ঘটিছিল আৰু সেইবোৰ কথাত অতীষ্ঠ হৈ বহুলোক শাক্ত ধৰ্মৰ আড়ম্বৰপূৰ্ণ নতুন আচাৰ-অনুষ্ঠানৰ প্ৰতি আকৃষ্ট হৈছিল। গতিকে সেই সময়ত এহাতে সত্ৰীয়া সংহতিৰ বাচ-বিচাৰত বৈষ্ণৱ ধৰ্মৰ প্ৰাদুৰ্ভাৱ স্তিমিতমুখী আনহাতে ৰজাঘৰীয়া পৃষ্ঠপোষকতাত শাক্ত ধৰ্মৰ সমাদৰ আৰু সিবিলাকৰ শুভাগমণৰ বিশেষ ভূমিকাৰ মাজত সাধাৰণ প্ৰজা এক দোধোৰ-মোধোৰ ভাবৰ সম্মুখীন হৈছিল। তদুপৰি একে সময়তে শাক্ত তান্ত্ৰিক সকলৰ সমাগমো বৃদ্ধি পাবলৈ ধৰিছিল। এইদৰে কেউপিনে বৈষ্ণৱ ধৰ্মৰ এক মুজুৰা পৰিবৰ উপক্ৰম হৈছিল। এই পৰিস্থিতিত উদ্ভৱ হোৱা অসমৰ সমাজ-সংস্কৃতিৰ প্ৰতিচ্ছবি বৰদলৈৰ উপন্যাসত ৰূপায়িত হোৱা চকুত পৰে। সেইবাবেই সত্ৰকেন্দ্ৰী বৈষ্ণৱ ধৰ্মৰ উপৰিও শাক্ত, শৈৱ বিশেষকৈ তান্ত্ৰিকতা প্ৰধান ধৰ্মীয় আচাৰ-অনুষ্ঠানেও উপন্যাসত বাৰুকৈয়ে ভুমুকি মাৰিছে। 'কৃষ্ণৰ-পৰ্বত-পুণ্যজাৰো আত্মাৰাম' ব্যাখ্যাৰে ভক্তিশিষ্যবৃন্দক ধৰ্মৰ শিক্ষা দিয়া সত্ৰৰ ৰীতি-নীতিত নানা

ব্যভিচাৰে স্থান পাইছিল। সেইবাবেই ৰহদৈযে ৰাজ পৰিয়ালত লিগিৰী কাম কৰি ঘৰলৈ আহি মাকৰ লগত সত্ৰৰ ব্যৱস্থা বিধান দিয়া ব্ৰাহ্মণ কমলাদেউৰ কাষলৈ আহিছিল খাদ্যাখাদ্য নিয়ম-নীতিৰ নানা ব্যতিক্ৰমত গাঁৱৰ সমাজত থাকিবলৈ কিবা পৰাচিত আদিৰ ব্যৱস্থা বিচাৰি। কমলাদেউৰ[২৫] মুখত 'তাইক জাতত তুলিবৰ ব্যৱস্থা পুথিত নাই' বুলি স্পষ্টভাৱে কোৱাৰ পিছত কিছু যুক্তিপূৰ্ণ আলোচনাৰ অন্তত 'এশ সোণৰ মোহৰ দিলে জাতত তোলাৰ ব্যৱস্থা' দিবলৈ সেইজন কমলাদেউ সম্মত হোৱা কথাও সত্ৰীয়া সমাজৰ ঘোচ খোৱা আদি ব্যভিচাৰৰ পৰিচায়ক।

৮.৩৬১ আকৌ মানৰ হাতত বন্দী হৈ বাৰ বছৰৰো অধিক কাল অনাই-বনাই ফুৰি নিৰ্মলে মাজুলিৰ দক্ষিণপাট সত্ৰ পালেহি। কিন্তু 'জাতকুল ভ্ৰষ্ট মেলেছ, উদ্ধাৰ পৰাচিত নোহোৱাকৈ সত্ৰৰ ভিতৰলৈ যাব নোৱাৰে[২৬] বুলি সত্ৰৰ মেধি মহন্ত ভক্ত সকলে জকজকাই উঠাত—'বাঘে ঘোগে খালেও খাওক' বুলি নিৰ্মলে নিশাটো মন্দিৰৰ বাহিৰৰ কৰাপাটতে পৰি থাকিল। মেধি মহন্ত সকলৰ এই কাৰ্য্যৰ মাজতো সত্ৰৰ কুসংস্কাৰ প্ৰকাশ পাইছে। তাতে চিলমিলিয়া টোপনিৰ মাজত ৰূপহীক পলুৱাই নি যি গৰাকী মাহীয়েকৰ ঘৰত আশ্ৰয় লৈ মাতৃহীনা নিৰ্মলে মাতৃস্নেহ লাভ কৰিছিল সেই গৰাকী মাহীযেকক সপোনত দেখা পালে। কিন্তু সেই মাহীয়েক পতিত পাৱনী জননীৰূপে 'দেখোন সিংহবাহিণী দুৰ্গে-দুৰ্গতি নাশিনী মা দশভুজা দুৰ্গা দেৱী'ত পৰিণত হ'ল আৰু সেই মাহীমাকৰ বৰত নিৰ্মলৰ আগত 'প্ৰাণৰ ইষ্ট কৃষ্ণই' দেখা দিলেহি। সাৰ পালত মুৰশিতানৰ পিনে দেখা ঢেকীয়াপটীয়া বাঘো নিৰ্মলৰ হৃদয়ত কৃষ্ণৰ মদনমোহন মুৰতি ধ্যান কৰিলত সেই কৃষ্ণমাহাত্ম্য গুণেই হিংস্ৰ বাঘো লাহে ধীৰে আঁতৰি গ'ল। আকৌ নিচেই পুৱাতে সত্ৰাধিকাৰৰ সাক্ষাৎ লাভৰ পিছত তেখেতৰ কৃপা অনুগ্ৰহত বৈনিবা নিৰ্মলক এক চন্দ্ৰায়ন পৰাচিত কৰাই আৰু যাদৱৰায়ৰ মূৰ্তি দৰ্শনৰ অন্তত জনৈক বৃদ্ধ ভকতৰ আশ্ৰয় লাভ কৰিলে। প্ৰায়শ্চিত্ত আদি কথাত[২৭] সাধাৰণতে বামুণকে দোষাৰোপ কৰা হয়, তেওঁলোকে দান-দক্ষিণা লাভৰ যোগেদি স্বাৰ্থ পূৰণৰ পথ উলিয়াই বুলি। কিন্তু সেয়া যে সত্য নহয়, দোষ-ত্ৰুটিৰ নিয়ম-নীতিৰ অনিয়মৰ পিছত মনৰ শুচিতাৰ বাবে যথাযথ কৰ্মাদি আচৰণৰ শাস্ত্ৰ-সম্মত বিধি আছে, সেই বিষয়ে নিৰ্মলৰ মুখত দীঘলীয়া ব্যাখ্যা আখৈ ফুটা দি ফুটিছে[২৮]—

'ভকতি ভোমাই মাই, গুৰু আশাধাৰী শিৰ কপটীয়া, জীৱৰো তৰণি নাই।'

যথা-সৰ্বস্ব হেৰুৱাই প্ৰাণৰ পুতলি ৰূপহীকো এই জনমত পোৱাটো অসম্ভৱ বুলি জানি নিৰ্মলে সত্ৰৰ সংসাৰ বিবাগী কেৱলীয়া ভকতৰূপে থাকি কৃষ্ণৰ চৰণ চিন্তা কৰি জীৱন-যাপনৰ সিদ্ধান্ত ল'লে। বিপদ তাৰণৰ একমাত্ৰ অৱলম্বন ঈশ্বৰৰ কৰুণা। বৰদলৈৰ উপন্যাসৰ এইটো এটা বিশেষ গুণ। নিৰ্মলৰ কেৱলীয়া ভকত হোৱা

২৫ ৰহদৈ লিগিৰী, পৃ. ১৩-১৪ দ্ৰ
২৬ নিৰ্মল ভকত, পৃ. ৫০।

কাহিনীৰ জৰিয়তে বিষ্ণুৰ অংশস্বৰূপে 'কৃষ্ণ' আৰু দেৱী তথা শক্তিৰ আধাৰ স্বৰূপ 'দুৰ্গা' উভয়ৰে সমাবেশ কৰি বৰদলৈয়ে দুযোটা পন্থৰ মাজত সামাজিক জীৱনত বিৰোধ আঁতৰোৱাৰ পৰিবেশ সৃষ্টি কৰিব খোজা যেন ধাৰণা হয়। দুয়ো সমানে পূজাৰ যোগ্য, দুৰ্গা শক্তিৰূপিণী হলেও পুত্ৰ বৎসলা স্নেহময়ী মাতৃৰ প্ৰতীক, তাত সংহাৰিণী বা তামসিকতাৰ নাম গন্ধ নাই আকৌ কৃষ্ণ বিষ্ণুৰে ৰূপান্তৰ, তাত আছে সাত্বিকতা।

দুৰ্গা আৰু কৃষ্ণৰ উপস্থিতিৰ দ্বাৰা শাক্ত আৰু বৈষ্ণৱ উভয়ৰে প্ৰকৃত লক্ষ্য আৰু আদৰ্শ যে এক লোক সমাজৰ কল্যাণ সাধন সেই কথা প্ৰতিপন্ন কৰিবলৈকে বৰদলৈয়ে ইয়াৰ যোগেদি এক নতুন প্ৰচেষ্টা হাতত লোৱা চকুত পৰে।

৮৩৬২ 'নিৰ্মল ভকত'ত নিৰ্মল' ৰিদৰে মানৱ সমাজৰ এক প্ৰতীক ঢেঁকীয়া-পটীয়া বাৰ্ঘটিও সিদৰে এটি ভয়াবহ বিপদৰ প্ৰতিভূ সদৃশ। মাতৃ সদৃশ মাহীয়েক দুৰ্গালৈ ৰূপান্তৰিত হৈ পুত্ৰৰ মনৰ অভীষ্ট পূৰণৰ বাবে কৃষ্ণক উপস্থিত কৰালে। এই সুন্দৰ কৌশলেই হ'ল শাক্ত, বৈষ্ণৱৰ সহৃদয়তাৰ মহামিলন। বৰদলৈৰ নিজৰ দেৱী দুৰ্গাৰ প্ৰতি যি অসীম শ্ৰদ্ধা, বিষ্ণুৰ প্ৰতিভূ কৃষ্ণৰ প্ৰতিও সমধিক প্ৰগাঢ় ভক্তি, আকৌ বামুণীয়া কাৰ্য্যকাৰণতো তেওঁৰ অৱস্থা বিদ্যমান। সেই কথাই ইয়াৰ মাজত প্ৰচ্ছন্ন-ভাৱে প্ৰকাশ পাইছে। দেৱীৰ আৱিৰ্ভাৱ আৰু মহিমাৰ প্ৰকাশ শিল্পীসুলভ দৃষ্টি-ভংগীৰে বৰদলৈয়ে যিদৰে প্ৰকাশ কৰিছে সি নিপুণ কলাকাৰৰ কলাকুশলী আখ্যা পোৱাৰ যোগ্য।

৮৩৭ আহোম ৰজা ঘৰত দুৰ্গোৎসৱ অতি ধুমধামেৰে উদ্‌যাপিত কৰা হৈছিল, বিশেষকৈ ফুলেশ্বৰী কুঁৱৰী, চন্দ্ৰকান্ত সিংহ আদিৰ দিনত। নানা ঠাইৰ প্ৰজাই সেই উৎসৱৰ মেলাত যোগদান কৰি আনন্দ উপভোগ কৰিছিল। দয়াৰাম আৰু ৰহদৈয়ে ৰংপুৰলৈ গৈ দুৰ্গোৎসৱ চোৱাৰ সময়ত দুযো দুয়োকে মুকলিভাৱে পোৱাৰ আশা কৰিছিল। আনহে নালাগে সত্ৰবিলাকৰ পৰাও[29] বহুলোক দুৰ্গা পূজা চাবলৈ আহিছিল। প্ৰসংগক্ৰমে বৌদ্ধ ধৰ্মী আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহৰ পুত্ৰসকলৰ দিনৰে পৰা কেৱল ৰজা ঘৰতেই নহয় আন ডা-ডাঙৰীয়াৰ ঘৰতো দুৰ্গা পূজাৰ আয়োজন হৈছিল। কামৰূপৰ হৰদত্ত বীৰদত্তয়ো বছৰি পঠা ছাগলী দি সেৱা সম্মান কৰি দুৰ্গোৎসৱ পাতিছিল।[30] ৰজাৰ সময়ৰ কুৰি-পঁচিশটা বলি দিয়া কাৰ্য্য শাক্ত সকলে বৰ উলাহেৰে দৰ্শন কৰা কথা বৰদলৈয়ে সদাৰি কৰি থৈ গৈছে। ৰজাঘৰৰ দুৰ্গোৎসৱৰ থুল-মূল বৰ্ণনাৰ মাজেদি তাৰ তামসিকতা প্ৰধান ছবি এখন প্ৰকাশ পাইছে। ম'হ, ছাগলী, হাঁহ, পাৰ আদি বলি বিলাকক শান্তিজল চটিয়াই দুৰ্গামাতৃৰ উদ্দেশ্যে উচৰ্গা

২৭ নিৰ্মল ভকত, পৃ, ৫০।
২৮ ঐ, পৃ ৬১।
২৯ মহৰী লিখিবী, পৃ ১।
৩০ মনুৰাদ্ৰোহ, পৃ ২০।

কৰাৰ পিছত বলি কটিয়াই শালত সুমাই লৈ এটা এটাকৈ কাটিছিল আৰু সেই বলিৰ তেজেৰে ঠায়ে ঠায়ে ডোংগা বান্ধিছিল।[৩১] বৰদলৈৰ এই বৰ্ণনাত অতিৰঞ্জনৰ কোনো চিন নাই। ইয়াত শাক্ত ধৰ্মীয় বিশেষকৈ অনাবৈষ্ণৱ ৰীতিৰে শাৰদীয় দুৰ্গাৰ যি পূজা কৰা হৈছিল সেই কথাৰেই বিৱৰণ পোৱা যায়। এই বিষযত কোনো মতামত নিদি বৰদলৈয়ে কেৱল ঘটনাৰ লগত প্ৰসংগৰ সৃষ্টি কৰি সেই দুৰ্গোৎসৱৰ কথাহে কৈ গৈছে অতি সংযতভাৱে। বৈষ্ণৱ ভকতক জোৰকৈ বলিৰ তেজেৰে ফোট দিয়া কথাও তেওঁৰ বৰ্ণনাৰ পৰা বাদ পৰা নাই।[৩২] ধৰ্মৰ নামত এইবোৰ ব্যভিচাৰেই নহয়, দুৰ্ঘোৰ অন্যায়।

আগমানন্দ স্বামীৰ আৰু শ্ৰৱনানন্দৰ কৰিলামুখত থকা আশ্ৰম সত্ৰ অনুষ্ঠানৰ দৰে তান্ত্ৰিক সন্ন্যাসীৰ বাসস্থান। আগমানন্দ বাবাজী দেৱী উপাসক, স্ত্ৰীজাতিক তেওঁ সততে সেৱা কৰে, নিজে কিন্তু সেৱা নলয়। ৰহদৈৰ নিচিনা অপূৰ্ব সুন্দৰী, স্বাস্থ্যৱতী যৌৱন উপচিপৰা, তেজে ফুটোঁ ফুটোঁ কৰা গাভৰু গৱাকীৰ অনুগ্ৰহত বাবাজীয়ে একেৰাহে তিনি নিশা এক কঠোৰ সাধন কৰি যোগীৰ সংযমশীলতাৰ পৰিচয় দি চতুৰ্থ দিনা ৰহদৈক সাষ্টাংগে প্ৰণাম জনাই তেওঁৰ সাধনাৰ সিদ্ধি হোৱা কথাকে আত্মপ্ৰসাদ লাভ কৰিছিল। এই ঘটনাৰ মাজত তান্ত্ৰিক সাধকৰ কথা জড়িত আছিল। সেই তান্ত্ৰিকতা কিন্তু শাক্তৰ তামসিকতাৰে পৰিবৃত নহয়, আচলতে সেইয়া আছিল বৈষ্ণৱীয় বিধি বিধান সম্মতহে। গতিকে তামসিকতাৰ সলনি তাত আছিল সাত্ত্বিক ভাৱাদৰ্শ আৰু মানৱীয মায়া মোহৰ উৰ্দ্ধত থকা আধ্যাত্মিক দৰ্শনৰ নিগূঢ় তত্ত্বৰ পৰমাৰ্থ।

সেই আগমানন্দ বাবাজীৰ মনত কৃষ্ণ সততে বিৰাজমান। ৰহদৈক তেওঁ কৃষ্ণ মন্ত্ৰকে দিছে। 'কৃষ্ণৰ যুৱা কালৰ মূৰ্তি ধ্যান' কৰিবলৈ আৰু 'শংকৰ মাধৱৰ গীত গাবলৈ' আগমানন্দ গুৰুৰ আদেশ পালে। নানাবিধ কঠোৰ সাধনাত সিদ্ধ বাবাজীকো বিষ্ণু ভক্তৰূপে ৰূপায়িত কৰি বৰদলৈয়ে তান্ত্ৰিক সাধনাৰ অন্তত কৃষ্ণ ধ্যান তথা বিষ্ণু ভক্তিৰ শ্ৰেষ্ঠতাকে প্ৰকাশ কৰিছে। বৰদলৈৰ ঈশ্বৰ চিন্তাৰ সকলো মাৰ্গৰ শেষ আশ্ৰয় স্থল বিষ্ণু তথা কৃষ্ণ-বন্দনা। আকৌ শিলঘাটৰ গহ্বৰৰ ভিতৰত দহমাহ দিনলৈ মুখ বন্ধ কৰি ৰাখি এক বিশেষ সাধনাৰ দ্বাৰা ৰহদৈক ষাঠি বছৰীয়া বৃদ্ধা ৰূপ দিয়াৰ উপৰিও প্ৰয়োজন মতে নিজৰ পূৰ্বৰ ৰূপ ধাৰণ কৰিব পৰা শক্তি প্ৰদান কৰিলে আগমানন্দ স্বামীয়ে বৈষ্ণৱ তান্ত্ৰিক সাধনাৰ দ্বাৰা। একেদৰে নিজেও ওঠৰ বছৰীয়া ডেকাৰ ৰূপ পৰিগ্ৰহ কৰিলে।[৩৩] বৰদলৈয়ে এই বিষয়ে সবিশেষ ব্যাখ্যা নিদিলেও উপন্যাসৰ চৰিত্ৰ আৰু ঘটনাৰ লগত সংগতি ৰাখি দিয়া বৰ্ণনা মন কৰিবলগীয়া। এই সাধন পদ্ধতিৰ বৰ্ণনা দীঘলীয়া হোৱা হ'লে উপন্যাসৰ সৌন্দৰ্য্য হানি হোৱাৰ উপৰিও এই

৩১ ৰহদৈ লিগিৰী, পৃ ১৩।
৩২ 'ৰাধা-ৰুক্মিণীৰ বৰ' ৰচনামালাৰ অন্তৰ্গত, পৃ ৫।
৩৩ ৰহদৈ লিগিৰী, পৃ ৩৪২।

তান্ত্ৰিক সাধন পদ্ধতিৰ পৰিপন্থী পুথিত পৰিণত হ'লহেতেন। উপন্যাসিক হিচাপে প্ৰথম প্ৰধান কৰ্তব্য এই গ্ৰন্থৰ উপন্যাসগত সৌষ্ঠৱ অটুট ৰখাটো। বৰদলৈৰ আন এখনি উপন্যাস 'ৰংগিলী'ত থকা ৰজাঘৰীয়া দুৰ্গোৎসৱৰ[৩৪] কথাও প্ৰসংগক্ৰমে উনুকিয়াব পাৰি।

৮.৩.৮. ধৰ্মীয় ভাবাদৰ্শৰ এক অপূৰ্ব সমাবেশ ঘটিছে 'তাম্ৰেশ্বৰীৰ মন্দিৰ' উপন্যাসত। ইয়াত শাক্ত তান্ত্ৰিকতাৰ মাহাত্ম্য বিদবে প্ৰকাশ পাইছে বৈষ্ণৱীয় যোগাভ্যাস আৰু প্ৰবল ইচ্ছাশক্তিৰ সফল দক্ষতাও প্ৰকাশ পাইছে। শেষ-পৰ্যন্ত কিন্তু বামাচাৰীৰ তান্ত্ৰিকতা বৈষ্ণৱ মাহাত্ম্যৰ গৰিমাৰ আগত এক দুৰভিসন্ধিমূলক ষড়যন্ত্ৰ-ৰূপেহে প্ৰতীয়মান হৈছে। ষাঁড়ৰ খেলৰ ধনেশ্বৰক তান্ত্ৰিক যুক্তিৰে জনৈক বামাচাৰী সন্ন্যাসীয়ে বলিৰ যোগ্য বুলি যি প্ৰমাণ দাঙি ধৰিছিল, পৰশুৰাম কুণ্ডলৈ তীৰ্থযাত্ৰী ৰূপে আহি, তাত থকা ষাঠী বছৰীয়া বৈষ্ণৱীয়ে কেবাটাও পৰীক্ষাৰ সহায়ত প্ৰমাণ কৰি দেখুৱালে যে বামাচাৰী সন্ন্যাসীৰ এই কাম নিতান্তই চক্ৰান্তমূলক।[৩৫] আচলতে লাংফাইৰ প্ৰতিশোধ পূৰণত সহায় কৰিবলৈ বামাচাৰীয়ে ধনেশ্বৰৰ ক্ষেত্ৰত ষড়যন্ত্ৰ কৰি তাক বলি দিযাৰ ব্যৱস্থা কৰিছিল। ইয়াত কিন্তু বৰদলৈয়ে তামাৰ মাইৰ মন্দিৰৰ নৰবলি প্ৰথা যে অনুচিত কৰ্মৰ এক ব্যৱস্থা, তাত ধৰ্মীয় কোনো সত্যতা নাই তাকে প্ৰতিপন্ন কৰিবলৈকে সাধনাত সিদ্ধি লাভ কৰা বৈষ্ণৱীক 'ৰহদৈ লিগিৰী' উপন্যাসৰ পৰা ইয়ালৈ আনিছে।[৩৬] ইয়াতো তেওঁ এক বিশেষ ভূমিকাত অৱতীৰ্ণ হৈছে। সাধনাত সিদ্ধি লাভ কৰা তথা প্ৰকৃতাৰ্থত বৈষ্ণৱ বা বৈষ্ণৱীৰ মাহাত্ম্য প্ৰদৰ্শনো বৰদলৈৰ এক উদ্দেশ্য। সেই বৈষ্ণৱীৰ আধ্যাত্মিক মহীয়ান বলৰ আগত বামাচাৰীৰ সকলো শক্তি সামৰ্থকে তুচ্ছ বুলি প্ৰমাণিত কৰিলে, ইয়াৰ অন্তৰালত বৰদলৈৰ বৈষ্ণৱ ধৰ্মৰ প্ৰতি থকা প্ৰগাঢ় ভক্তি আৰু আস্থা বিৰাজমান।

সাধু-সন্ন্যাসীৰ প্ৰতি বিশেষ অনুৰাগী হৈও ৰজনীকান্ত বৰদলৈ কিন্তু অসমৰ বৈষ্ণৱ ধৰ্মৰ প্ৰতি অসীম আগ্ৰহী আছিল। বৈষ্ণৱ ধৰ্মৰ প্ৰতি তেওঁৰ বিশেষ অনুৰাগ আছিল। নিজেও আছিল দক্ষিণপাট সত্ৰৰ অনুগামী। সেইবাবে বৈষ্ণৱৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰাত তেওঁ ক'তো অকনো কুণ্ঠাবোধ কৰা নাছিল। ঘোৰ শাক্ত আৰু দুৰ্গাৰ একান্ত সেৱক হোৱা সত্বেও কুমেদান বণ্ডালৰ হাতত হৰদত্তৰ মৃত্যু আৰু কাম ৰূপীয়া প্ৰজাৰ মাজত প্ৰচলিত ফকৰা 'দেৱীক পূজিলেনো হ'ব কি, দেখা নাইনে মাক বলি দিলে মায়ে সেই বলিও খায় অথচ ছলিও (সন্তান) মাৰে' কথাই বৰদলৈৰ সেই মনোভাবৰে প্ৰমাণ দিয়ে।[৩৭] বৰদলৈৰ ধৰ্ম-বিশ্বাস তথা ধৰ্মীয় দৃষ্টিৰ এইটোৱে হ'ল বিশেষভাৱে উল্লেখনীয় দিশ।

---

৩৪ ৰংগিলী, পৃ. ১৫৬।
৩৫ তাম্ৰেশ্বৰীৰ মন্দিৰ, পৃ. ৮০।
৩৬ ঐ, পৃ. ৫।
৩৭ দন্দুৱাদ্ৰোহ, পৃ. ১০১—১০২

বৰদলৈয়ে ব্যক্তিগতভাৱে কোনো বিগ্ৰহ বা মূৰ্তিৰ প্ৰয়োজন বোধ নকৰিলেও সাধাৰণলোকৰ বিগ্ৰহৰ আৱশ্যকতা নুই কৰা নাই। সেই বাবে দক্ষিণপাট সত্ৰৰ যাদব ৰায় মূৰ্তি দৰ্শনৰ দ্বাৰা নিৰ্মলৰ মনত কৃষ্ণ চিন্তাৰ সজীৱতা আৰোপণৰ চেষ্টা কৰিছে। সিংহবাহিনী দুৰ্গাদেৱীৰ মাতৃমূৰ্তি দৰ্শন কৰাইছে যুৱাকালৰ কৃষ্ণ মূৰ্তি ধ্যান কৰিবলৈ শিকাইছে ৰহদৈক, তামাৰ মাইৰ মূৰ্তিৰ কথাও এই প্ৰসংগত উল্লেখ কৰিব পাৰি। আচলতে ঈশ্বৰ নিৰাকাৰ, যিজনে যিটো আকাৰত ভাৱে সেইৰূপতে ভগৱান বিৰাজ কৰে। বৰদলৈয়ে বৈষ্ণৱীৰ মুখেৰে তাকেই প্ৰকাশ কৰিছে[৩৮]—

> 'কেৱে তেওঁক কৃষ্ণ, কেৱে সদাশিৱ, কালিয়া বাবা, বুঢ়া বাবা, পিতৃ-মাতৃ, বান্ধৱ, প্ৰভু ইত্যাদিৰূপে ভাৱে, কেৱে তেওঁক ৰাধা লক্ষ্মী, দুৰ্গা, সতী, কালী, ভৈৰৱী ইত্যাদিৰূপে ভাৱে। দৰাচলতে ঈশ্বৰ জননো কেনেকুৱা ক'ব নোৱাৰে। হিন্দু শাস্ত্ৰৰ ওখ খাপত ঈশ্বৰক পৰমাত্মা বোলে। সেই পৰমাত্মাৰ অংশ সকলো জীৱতে আনকি তৰু-লতা-তৃণ আদিতো আছে, সেই দেখি আমি বিশেষ বিষ্ণু পন্থী সকলে ঈশ্বৰক আইযেই বোলো বা বোপায়েই বোলো আমি কোনো জীৱ-জন্তু মাৰি নুপূজো। কেৱল ফুলে ফলে, চাউলে মাহে উপকৰণে, নৈবেদ্য, ধূপ-ধুনাৰে পূজো। তেওঁক আমি কৰুণাময়, দযাময, শান্ত, শিৱ, সুন্দৰ বোলো। তেওঁৰ প্ৰীতিৰ অৰ্থে আমি প্ৰাণীক সেৱা কৰোঁ, কোনো প্ৰাণীক হিংসা নকৰোঁ। আঁতুৰ, ৰুগীয়া, দুখীকষ্ট এই সকলক সহায় কৰোঁ। বাবা পৰমাত্মাৰ ৰাম নাম, কৃষ্ণ নাম বৰ মধুৰ।'

৮.৩৯ শদিয়াখোৱা গোঁহায়ে বৈষ্ণৱীৰ পূৰ্বৰ কথা আৰু ৰহদৈ লিগিৰীৰ ভুবনমোহিনী ৰূপ দৰ্শন কৰি হিন্দুৰ যোগবলত আস্থাৱান হৈ হিন্দু ধৰ্মৰ শ্ৰেষ্ঠতা উপলব্ধী কৰাৰ উপৰিও 'ধৰ্ম' যে বাহিৰৰ এটা আভৰন বা অৱলম্বন সেই কথাৰ মৰ্মোপলব্ধী কৰিছিল।[৩৯] ধৰ্ম বুলিলে যে বৌদ্ধ ধৰ্ম বা হিন্দু ধৰ্ম আদি সকলো ধৰ্মই একে আৰু সেয়া একে ঈশ্বৰক বিচৰাৰে চেষ্টা মাথোন। আচলতে শদিয়াখোৱা গোহাঁইৰ অন্তৰৰ উপলব্ধি নহয়, বৰদলৈৰ অন্তৰৰ নিভৃততম স্থলীৰ পৰা উঠলি উঠা আধ্যাত্মিক তত্ত্ব নিৰ্গত বাণীহে। বৰদলৈৰ সেই ঈশ্বৰ চিন্তা তথা ধৰ্ম আৰু দাৰ্শনিক তত্ত্বই উপন্যাসৰ পাতত নানাভাৱে বিৰাজমান।

৩৮ তাম্ৰেশ্বৰীৰ মন্দিৰ, পৃ. ৯৩।
৩৯ তাম্ৰেশ্বৰীৰ মন্দিৰ, পৃ. ১০৪।

# ৯.00 বৰদলৈৰ উপন্যাসত প্ৰকৃতি

৯১ পৃথিৱী তথা আমাৰ চৌপাশৰ এই জগত খন আমি সকলোৰে পূজিতা আই মাতৃ। সেই মাতৃৰ বুকুৰ মাজত উমলি-জামলি জীৱন নিৰ্বাহ কৰোঁ বাবে প্ৰতি খোজতে তেওঁৰ দ্বাৰা আমি প্ৰভাৱান্বিত হওঁ। ই স্বাভাৱিক কথা। লিখক সকলেও প্ৰকৃতিৰ সেই বহুমুখী প্ৰভাৱ উলাই কৰিব নোৱাৰে, মানি লবলৈ বাধ্য। সি মনৰ চেতন, অবচেতন দুয়ো অৱস্থাতে আছে। ৰজনীকান্ত বৰদলৈৰ উপন্যাসৰ নানা ঠাইত প্ৰকৃতিয়ে ভুমুকি মাৰিছে পৰিবেশ অনুসৰি ভিন্ন ৰূপত।

'মিৰি জীয়ৰী'ত মিৰি তথা মিচিং সকলে সোৱণশিৰিক আই ৰূপে অভিহিত কৰিছে,—

> 'আইৰ ৰূপৰো সীমা নাই কতবা বৰ বিতোপন হাবিৰ মাজেদি বাগৰিছে। মিৰিহঁতৰ আইৰ কাষত নাথাকিলেই নহয়।··· আইৰ শীতল বতাহ নাপালে জীৱ নাথাকে।'[১]

ইয়াৰ পানী অতি নিৰ্মল, উজনিৰ ফাললৈ ইমান নিৰ্মল যে ইয়াৰ তলি দেখা যায়। তাতে সাঁতুৰি-নাদুৰি, সেই পানীকে খাই তাৰ বতাহকে সেৱন কৰি তাৰ বুকুতে নাও বাই, মাছ মাৰি পানেই, জংকি, ডালিমী, ৰকমী আদি ভৈয়ামৰ মিৰি সকলে সহজ-সৰল জীৱন-যাপন কৰিছে।

৯২ সোৱণশিৰিৰ পাৰত বাঘ-ভালুক ওলায়, গধূলি ৰ'দৰ কিৰণ পৰি পানী জিল-মিলায়। মিৰিৰ স্বভাৱ সম্পৰ্কে বৰদলৈয়ে লিখিছে যে তেওঁলোক একুৰীয়া, এবাৰ মনত যিটো সোমাল সেয়ে, তাৰ আৰু লৰচৰ নহয়। সোৱণশিৰি দুইমুখী সোঁতৰ দৰে, ভেটা দিলেও কামত নাহে। কিবা আলচ কৰিবলৈ হলেও সোৱণশিৰিৰ বালিহে উত্তম ঠাই। জংকি-পানেইৰ মন দিয়া দিধি কৰা ঠাই হ'ল সোৱণশিৰিৰ পাৰ —কাৰ্সিং-কাৰ্টাঙক সাক্ষী ৰাখি পানেইয়ে শপত খালে জংকিৰ অবিহনে তাই কাকো স্বামী ৰূপে গ্ৰহণ নকৰে। সোৱণশিৰিৰ পাৰৰ হাবিখনো বৰ ডাঠ ভাত সহজে বাট পথ বিচাৰি পোৱা টান।

৯.২.১ পৰ্বতৰ গাচি মিৰিসকল কিন্তু সৰল—নহয়, 'নৃশংস, দয়ামায়া নোহোৱা পশুতকৈও অধম'।[২] পৰ্বতৰ বাট পথ দুৰ্গম, অসংখ্য নিজৰা, পাৰ হৈ যাবলৈ আছে মাথোঁ বেতৰ সাঁকো। পৰ্বতৰ ওপৰত জীৱন নিৰ্বাহৰ পথ কঠোৰ সংগ্ৰামমুখী, প্ৰাকৃতিক পৰিবেশো তেনেকুৱা ধুমুহাত গছ-গছনি, হাবি-বননি ভাগি ছিগি একাকাৰ হয় খন্তেকতে, শিল বাগৰি আহি বহুতকে চুৰমাৰ কৰে, বালি-মাটি গছ দ ঠাই সমান কৰে,

১ মিৰি জীয়ৰী, পৃ ২।
২ মিৰি জীয়ৰী, পৃ. ৯১।

পৰ্বতৰ ওপৰ ভাগ সদায় কঠিন, ৰূঢ় আৰু নৃশংসতাই বিৰাজ কৰে। ৰৰ ৰৌঁছ সোঁ-সোঁৱনি শব্দ কৰি বতাহ বয়। প্ৰকৃতিৰ তেনে ক্ৰূৰ পৰিবেশত ডাঙৰ দীঘল হোৱা ৰেবাং, কৌদিং, তামেং আদি পৰ্বতীয় মিৰিসকল নিষ্ঠুৰ হোৱাটো একো অস্বাভাৱিক নহয়। সিহঁতৰ হাতত থাকে দা, তীৰ, ধনু, গাৰ ভূষণ হ'ল বেতৰ টুপী, ক'কালত বেতৰ কোধাৰি, কপালত বাঁহ বা লোৰ শলা—প্ৰকৃতিৰ লগত তাল মিলাই সেইবোৰ ব্যৱহাৰ কৰিবলৈ তেওঁলোক বাধ্য হৈছে।

৯২২ প্ৰকৃতিয়ে মানুহক নিষ্ঠুৰ হবলৈ যেনেকৈ শিকায পৰিবেশে সাহসী আৰু উদাৰ হবলৈকো উদ্গণি দিয়ে। পানেই পলাই গলত মাক বাপেকৰ মনত দুখ আৰু তেতিয়া বাপেক তামেদে জংকিক অনুশোচনা কৰি কৈছে[৩]—'ক'ৰবাত তাইক লুকুৱাই থৈছ যদি লৈ আহ, মই আজি তোৰ আগত কাৰ্সিং-কাৰ্টাঙক সাক্ষী কৰি শপত কৰিলোঁ তোকে তাইক দিম।'

৯২৩ খাদ্যা খাদ্যৰ ওপৰতো প্ৰকৃতিৰ সমান প্ৰভাৱ, কুকুৰা-গাহৰি, আপং মিৰি-সকলৰ সেই পৰিবেশত প্ৰয়োজনীয়।

৯৩ বৰদলৈৰ আন কেইখন উপন্যাসতো চৰিত্ৰৰ ওপৰত প্ৰকৃতিৰ প্ৰভাৱ মন কৰিবলগীয়া। তদুপৰি বৰদলৈয়ে উপন্যাসৰ পাতত অসমৰ বৈচিত্ৰ্যপূৰ্ণ প্ৰাকৃতিক সৌন্দৰ্য্যৰ বৰ্ণনা দিবলৈ যত্ন কৰাও চকুত পৰে। প্ৰকৃতিৰ পৰিবেশ আদিৰ বৰ্ণনাৰ লগত ঘটনাৰ চৰিত্ৰ, সংঘাত কাৰ্য্যকলাপ সম্পৰ্কেও বহু কথা চকুত পৰে। বৰদলৈৰ উপন্যাসত প্ৰকৃতিৰ সেই দৃষ্টি তথা প্ৰভাৱ বিশেষ ভাৱে মন কৰিবলগীয়া। মাজুলীৰ অন্তৰ্গত আউনিআটী, দক্ষিণপাট, কমলাবাৰী সত্ৰসমূহে বৈষ্ণৱ ধৰ্মৰ ৰীতি-নীতি, আচাৰ-অনুষ্ঠান ধৰি ৰাখিছিল। বৰলুইতৰ মাজত এটা পৱিত্ৰ পৰিবেশত নিতৌ ধৰ্মীয় আলাপ-আলোচনা, সজ কথাৰ চিন্তা-চৰ্চা, সংসাৰৰ নানা বাক্-বিতণ্ডাৰ পৰা আঁতৰি থকা বাবে ভকত সকলে এটা সজ বাতাবৰণৰ সৃষ্টি কৰিব পাৰিছিল। সমভূমিৰ বুকুৰেদি বৈ যোৱা ব্ৰহ্মপুত্ৰৰ দুটা সুঁতিৰ মাজত মাজুলীৰ প্ৰাকৃতিক পৰিবেশ শান্ত, ধীৰ। নদীবো প্ৰখৰ ৰুদ্ৰস্ৰোত নাই আৰু গাওঁভুঁই খেতি বাতিৰে সমৃদ্ধ। সেই হিচাপেই সত্ৰীয়া পৰিবেশত বিশেষ জঞ্জাল নাই যদিও অন্ধ গোড়ামিয়ে শিপাই বহিছিল।

৯৪ মানসকল বৌদ্ধ ধৰ্মী, অহিংসাই পৰম ধৰ্ম। কিন্তু সিবিলাকৰ দেশখন পাহাৰ, কেৱল পাহাৰেৰে ভৰা। হাবি-বননিৰে ভৰা, বাট-পথ অতি দুৰ্গম। খাদ্যবো সিবিলাকৰ কোনো বিচাৰ নাই, এন্দুৰ-নিগনিৰ পৰা গৰু-গাহৰিলৈকে সকলোকে খায়।[৪] মদ-ফাটিকাও বাদ নপৰে। হাবিৰ জীৱ-জন্তু চিকাৰ কৰি আমোদ পোৱা মান সকল নিষ্ঠুৰ হোৱাটো স্বাভাৱিক। নিষ্ঠুৰতা, মদ খাই মাতলামি কৰাটো মানৰ ধৰ্ম। দেও-

৩ মিৰি জীয়ৰী, পৃ. ৭৫।
৪ নিৰ্মল ভকত, পৃ. ২৮।

পূজাৰ বৰ্ণনাতে সেই কথা প্ৰতীয়মান হৈছে। প্ৰাকৃতিক পৰিৱেশে সিহঁতক তেনেকুৱা কৰিছিল যদিও তাৰ মাজতো সিহঁতৰ কিছুমানৰ দয়া-মায়া থকাটোৱো দেখা যায়।

১৫ হৰদত্ত, বীৰদত্ত, চণ্ডী বৰুৱা, ধনেশ্বৰ আদিৰো জীৱনত প্ৰকৃতিৰ প্ৰভাৱ চকুত পৰে। হাবিৰ মাজত সৰনাই পহু আদি চিকাৰ কৰিছিল,[৫] তদুপৰি হাবিৰ হিংস্ৰ জন্তুৰ লগতো সংগ্ৰামত লিপ্ত হৈছিল দাঁতি-কাষৰত হাবি থকা বাবে। সৰুৰে পৰা হাবিৰ মাজত বিচৰণ কৰি, চিকাৰ কৰি নিজৰ সাহস আৰু যুদ্ধ-কৌশল বৃদ্ধি কৰাৰ সুযোগ পাইছিল। প্ৰকৃতিয়ে প্ৰকাৰান্তৰে এনেকৈয়ে মানুহৰ স্বভাৱ-চৰিত্ৰত প্ৰভাৱ বিস্তাৰ কৰে।

১৬ গাওঁ ভুঁইৰ ল'ৰা-ছোৱালীয়ে গৰু ৰখা, ম'হ চৰোৱা কাম কৰিব লাগেই। গাৱঁলীয়া জীৱনৰ ই এক নিত্য-নৈমিত্তিক কথা। সেইবোৰ কামত চৰণীয়া পথাৰ, হাবি-বননিত, পৰ্বত-পাহাৰৰ দাঁতি-কাষৰত, নৈ-নলাৰ পাৰত ফুৰাটো দৰকাৰ। এনেকুৱা গৰখীয়া জীৱনত বহু মনোৰম ঘটনা ঘটে। বিভিন্ন সাহিত্যত এনেকুৱা গৰখীয়া জীৱনৰ চিত্ৰ অংকিত হৈছে। বৰদলৈৰ উপন্যাসতো সেই কথা চকুত পৰে। পানেই-জংকি যেন জন্মাৰে পৰা গৰখীয়া, মুকলি পথাৰত খেতিত টঙি বাঁধিছে আৰু সেই মুকলি বিশাল আকাশৰ তলত বহল শস্যপূৰ্ণ পথাৰৰ মাজত উভয়ৰে প্ৰকৃতিৰ জটিলতা-বিহীন পৰিৱেশত পবিত্ৰ আৰু গভীৰ প্ৰেমৰ সঞ্চাৰ হৈছে, দুযো দুয়োকো প্ৰাণ ভৰি ভাল পাইছে। প্ৰকৃতিৰ মুকলি পৰিৱেশৰ দৰে সিহঁতৰ প্ৰেম-প্ৰীতি প্ৰকাশতো অকণো আঁৰ বেৰ নাই। পানেইৰ 'জংকি তোক মই ভাল পাওঁ, তোক মই মৰম কৰোঁ, সদায় তোক চকুৰ আগত দেখি থাকোঁ'[৬] আৰু 'মই তোলৈহে যাম' বোলা কথা আৰু জংকিৰ 'তোক নাপালে মই এই জীৱটোক নাৰাখোঁ' কথা তাৰেই সাক্ষী। ই যিমান সৰল সিমান হৃপাণপটীয়া। সেইদৰে দয়াৰাম-ৰহদৈ দুয়ো একেলগে ম'হ চৰাইছিল,[৭] পথাৰৰ মাজত, হাবিত তেনে গৰখীয়া জীৱনৰ বিচিত্ৰতাৰ মাজত সিহঁতৰ প্ৰেমে গঢ় লৈছিল আৰু সেই প্ৰেমো আছিল মহান আৰু পবিত্ৰ। জীৱনৰ শেষ মুহূৰ্তলৈকে সিহঁতৰ সেই সংকল্পৰ লৰচৰ নহ'ল। নিৰ্মল-ৰূপহীৰ সৰু কালৰ দিনবোৰত গৰখীয়া জীৱনৰ কথা নুই কৰিব নোৱাৰি। ৰংগিলী-সংৰাম, পদুমী-শান্তিৰাম, কেতেকী-জয়ৰাম, বিচিত্ৰী-মনাইহঁতৰ জীৱনতো সেই জাতীয় গ্ৰাম্য পৰিৱেশ আৰু তাৰ প্ৰভাৱৰ গঢ় লৈ উঠা প্ৰণয়ৰ দৃষ্টান্ত 'ৰংগিলী'ৰ পাতত পোৱা যায়। গাঁৱৰ প্ৰাকৃতিক পৰিৱেশত সিহঁতৰ ভৱিষ্যত জীৱনৰ আঁচনিয়ে ৰূপ লৈছিল।

১৭ বিহুগীত, বিহুনৃত্য আৰু তাৰ লগৰ বাদ্য আদিৰ উৎসভূমি প্ৰকৃতি। সিবিলাকৰ সুৰীদ সুৰৰ মাজতো আছে প্ৰকৃতিৰ বিবিধ প্ৰক্ৰিয়াৰ উথল-মাথল তৰংগ

---

৫ মন্দুৰাদ্ৰোহ, পৃ. ৩০-৪৭।
৬ নিৰ্মি জীৱনী, পৃ. ২৭।
৭ বহুৰৈ নিৰ্মালী, পৃ. ৭-৯।

প্লাৱিত আলোড়ণ। বিহুগীত বিহুনৃত্যৰ মাজেদি যৌৱনৰ বলিয়া বাত উন্মত্ত হৈ পৰা ডেকা-গাভৰুৰ যৌৱনশ্ৰীৰ মাদকতাই ৰূপ লয়। সেই নৃত্যগীতৰ বিচিত্ৰ পযোভৰৰ মাজত ডেকা-গাভৰুৰ মাজত প্ৰেম-প্ৰণয়ে গজালি মেলে, পৰিপুষ্টিও লাভ কৰে আৰু কেতিয়াবা তাৰ বিপৰীত পৰিণতিও ঘটে। বৰদলৈৰ উপন্যাসৰ প্ৰেম-প্ৰণযৰ উদ্ভৱৰ স্থান তেনে মুকলি পৰিবেশ, যাইকৈ নৈৰ পাৰ, বহল পথাৰ। মুঠতে বিশাল মুকলি নীলা আকাশৰ তলত মুকলি পৰিবেশত বৰদলৈৰ নাযক-নায়িকাৰ প্ৰেম-প্ৰণয়ে পকিবলৈ ঠাই পাইছে।

তদুপৰি ঋতুৰ প্ৰভাৱৰ কথাও বৰদলৈয়ে মনত ৰাখিছিল। মনোমতী লক্ষ্মীকান্তৰ প্ৰণয়ৰ গজালি মেলিছিল ফাগুণ মহীয়া বলিযা পচোৱাৰ মাজত ফাকুৱাৰ ৰাগৰঞ্জিত ধূলি ধূসৰিত আকাশৰ তলত। নৱ বসন্তৰ এক সুমধুৰ পৰিবেশৰ মাজত আনন্দমুখৰ জন-কোলাহলপূৰ্ণ উৎসৱৰ থলীও পাৰস্পৰিক দৃষ্টি বিনিময়ৰ মাজত লক্ষ্মীকান্ত-মনোমতী দুয়ো প্ৰেমশৰ বিন্ধ হ'ল। উভয়ৰে প্ৰেম বিহ্বল অৱস্থা। বসন্ত কালৰ উৰুঙা উৰুঙা মনত যৌৱনৰ মাদকতা, তাতে অপ্ৰত্যাশিত ভাৱে দুযোৰে আকস্মিক দৃষ্টি বিনিময়।[৮] সেই একেদৰে তেওঁলোকৰ মিলনৰ আগমুহূৰ্তত বসন্তকালৰ পূৰ্ণিমা নিশাৰ জ্যোৎস্না বিধৌত ফুলনিত মনোমতীৰ প্ৰতি পমীলাৰ বিশেষ অৰ্থৰ ইংগিতপূৰ্ণ কথাষাৰ মনকৰিবলগীয়া—

> 'সেই জোন বাইটি নীল আকাশখনত লক্ষ লক্ষ তৰাৰ মাজত কেনেকৈ জিলিকিব লাগিছে।'[৯]

সেই প্ৰাকৃতিক পৰিবেশত মনোমতীক লক্ষ্মীকান্তৰ হাতত পমীলাই গান্ধৰ্বমতে গতাই দিছে। এই প্ৰাকৃতিক পৰিবেশৰ ছবি অংকন প্ৰতীক ধৰ্মী হৈ, আন একো নহয়।

১৮ 'স্কটৰ উপন্যাসৰ 'হাইলেণ্ড' আৰু 'লো লেণ্ড'ৰ পৰিবেশে মানুহক সাহসী আৰু ভীৰু কৰি গঢ়ি তোলাৰ দৰে বৰদলৈৰ উপন্যাসতো মানুহ সাহসী হোৱাৰ মূলতে আছে প্ৰকৃতিৰ প্ৰভাৱ।'[১০] ইমানখিনি কৰা সত্বেও বৰদলৈৰ উপন্যাসত অসমৰ নদ-নদী, পৰ্বত-পাহাৰ, হাবি-বননি, ষড় ঋতুৰ বিবিধ ফুল, নানা বৰণীয়া চৰাই-চিৰিকতি, জীৱ-জন্তুৰে পৰিপূৰ্ণ চিৰ সেউজীয়া প্ৰকৃতিৰ অতি চমৎকাৰ চিত্ৰ ৰূপায়িত নহ'ল। পৰশুৰাম কুণ্ডৰ প্ৰাকৃতিক সৌন্দৰ্য, গুৱাহাটীৰ আশে-পাশে থকা মঠ-মন্দিৰৰ বৰ্ণনাৰ মাজতে সৰু বৰ পাহাৰ-টিলা আদিৰ চিত্ৰাংকনৰ বহু ঠাই আছিল, যাৰ লগত চৰিত্ৰ সমূহৰ বিবিধ ক্ৰিয়া-কলাপৰ সম্পৰ্কও বিদ্যমান। মানুহ আৰু প্ৰকৃতিৰ আত্মাৰ মিলন ঘটাবলৈ বৰদলৈয়ে কৰা প্ৰচেষ্টা সঁচাকৈযে প্ৰশংসনীয়, কিন্তু তাৰ মাজত পৰ্যবেক্ষণ চিন্তা, কল্পনা আৰু মননশীলতাৰ অভাৱ সামান্য পৰিমানে হলেও পৰিলক্ষিত হয়। ইতিহাসৰ প্ৰতি সচেতন হবলৈ সততে চেষ্টা কৰা বাবেই সম্ভৱতঃ আনপিনে তেওঁৰ দৃষ্টি কিছু উদাস হৈ পৰা যেন অনুমান হয়।

---

৮ মনোমতী, পৃ. ৬।

৯ ঐ, পৃ. ৭৫।

১০ পূৰ্বোক্ত, ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ, পৃ. ৭১।

# ১০.০০ বৰদলৈৰ উপন্যাসত অসম-চিন্তা

১০.১ জন্মভূমি অসম আৰু অসমীয়া এই জাতীয়তাবোধ আছিল বৰদলৈৰ সাহিত্য চৰ্চাৰ মূল প্ৰেৰণা। কলিকতাত কলেজত ভৰ্তি হোৱা কালৰেপৰা অসমীয়া সাহিত্য চৰ্চাৰ শুভাৰম্ভ কৰি মৃত্যু কাললৈকে বৰদলৈয়ে যি লিখনিৰাজিৰে অসমীয়া ভাষা-সাহিত্য সমৃদ্ধ কৰি গ'ল তাৰ মাজত তেওঁৰ অসম প্ৰেম, অসমীয়া ধৰ্ম-সংস্কৃতি, অসমীয়া জাতীয়তাবোধৰ অকৃত্ৰিম প্ৰকাশ চকুত পৰে। তেওঁৰ উপন্যাস সমূহৰ পটভূমি ঘাইকৈ তলত দিয়া ধৰণে দেখুৱাব পাৰি: (ক) অসম বা অসমৰ একো একোটা অঞ্চল বিশেষ, যেনে—'মিৰি-জীয়ৰী', 'তাম্ৰেশ্বৰীৰ মন্দিৰ', (খ) সমগ্ৰ অসম বা তাৰ ঘটনাত অসম বুৰঞ্জীৰ এক সন্ধিক্ষণ, যেনে—'মনোমতী', 'দন্দুৱাদ্ৰোহ', 'ৰংগিলী', (গ) অসমৰ সামাজিক অৱস্থাৰ বিশেষ পৰিস্থিতি, যেনে—'ৰহদৈ লিগিৰী', 'নিৰ্মল-ভকত', 'ৰাধা-ৰুক্মিণীৰ ৰণ'। উপন্যাসৰ ঘটনা বিন্যাসৰ অংগে অংগে বিৰাজ কৰিছে অসম তথা অসমৰ অধিবাসীৰ জাগতিক আৰু আধ্যাত্মিক কল্যাণ কামনাৰ ইংগিত। মাত্ৰ কেইটামান বছৰৰ ভিতৰত মানৰ এবা ধৰাকৈ তিনিটা আক্ৰমণ আৰু মোৱামৰীয়া মহন্তৰ বিদ্ৰোহে অসমত ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱনতিৰ সৃষ্টি কৰিছিল।

১০.২ স্বৰ্গদেউসকল বিলাসিতাপূৰ্ণ জীৱন-যাপনতহে অধিক আগ্ৰহী, মদ-মাইকীলৈয়ে ব্যস্ত, ৰাজকাৰ্য্যৰ প্ৰতি উদাসীন, বুঢ়াগোহাঁই, বৰফুকন আদি বিষয়াৰ ওপৰতে শাসনভাৰ এৰি দিছে। তাতে আকৌ নীহকুলীয়া নাচনী ছোৱালীয়েও ৰাজমহিষী হৈ ৰজাৰ সকলো কাৰ্য্যত হস্তক্ষেপ কৰাত ব্যস্ত। এই সকল নাৰীৰ হস্তক্ষেপত উচ্চপদস্থ বিষয়াকে ধৰি সকলো বিতুষ্ট, ধৰ্মীয় বিশ্বাসতো মাথমাৰ পৰিছে। এনেয়ে প্ৰজাৰ শান্তি নাই, জুৰুলা, তাতে আকৌ ৰাণীসকলৰ প্ৰৰোচনাত ধৰ্মকৰ্ম জাত যোৱা অৱস্থাত দেশত একুৰা জুই উমি উমি জ্বলিব ধৰিলে। মুঠতে, সমাজত ধৰ্মীয় আচাৰ-অনুষ্ঠানতো ব্যভিচাৰ, খাম-খেৱালি, ৰাজ বিষয়াসকলৰ পাৰস্পৰিক ঈৰ্ষা আৰু ক্ষমতা লিপ্সা, তলতীয়া কৰ্মচাৰী সকলৰ অভাৱনীয় দুৰ্নীতি ইত্যাদি নানা ৰকমৰ কু-প্ৰথাই অসম দেশ তথা অসমৰ সামাজিক জীৱন-বিপন্ন কৰি তুলিছিল। সমাজৰ সকলো স্তৰতে দুৰ্নীতি আৰু অন্ধতাই বিৰাজ কৰিছিল। এই কালছোৱাক অসমৰ এক পতন তথা অৱক্ষয়ৰ যুগ বুলিব পাৰি। সেইকাৰণেই বৰদলৈয়ে কবলৈ প্ৰয়াস পাইছে,—

> 'কোনো এটা জাতিৰ ধ্বংস হোৱাৰ আগীৰ্ণনতে যি বিলাক পাপ হয় সেই সমস্ত পাপ অসমীয়াৰ গাঁৱে গাঁৱে সমাজে সমাজে ভৰপূৰ।'[১]

১ ৰহদৈ-লিগিৰী, পৃ ১৭১।

বৰদলৈৰ উপন্যাসত এই বিলাক দুৰ্যোগ বিশেষকৈ মানৰ নৃশংস অত্যাচাৰত অসমৰ মানুহৰ জন-সংখ্যা কেনেদৰে হ্ৰাস পাইছিল সেই কথা ক'তো বহলাই কোৱা নাই স'চা, কিন্তু মানৰ অত্যাচাৰৰ পৰিণতিত অসমীয়া মানুহৰ সংখ্যা সাংঘাতিক ভাৱে কমি যোৱা কথা তেওঁৰ লিখনিত প্ৰকাশ পাইছে। তৃতীয়বাৰ মানৰ আক্ৰমণৰ সময়ত গাঁৱে-ভুঞে প্ৰজাৰ ওপৰত যি অমানুষিক অত্যাচাৰ সেয়া ইতিহাসৰ এক কলংকিত অধ্যায়। সিহঁতৰ সেই নৃশংস অত্যাচাৰত জুৰুলা হৈ দুঃখে বেজাৰে প্ৰাণৰ ভয়ত সাধাৰণ প্ৰজা, আশ্ৰয় বিচাৰি দেশ-দেশান্তৰলৈ পলাই গৈছিল, হাবি-বননিৰ মাজত পলায়ো ৰক্ষা পোৱা নাছিল। বৰদলৈৰ ভাষাত—

> 'অসম এৰি জাকে জাকে অসমীয়া মানুহে হেনো ত্ৰিপুৰা, জৈন্তিয়া, ময়মনসিং, মণিপুৰ, কাছাৰ, ভোটান, তিৰ্বত আদি ঠাইলৈকো পলাই গৈছিল।'[২]

১০.৩ ইংৰাজ অহাৰ পিছতো বিদেশলৈ ভাগি গৈ থান থিত লগাৰ পিছত সেই ভগনীয়াসকলৰ বহুতো আৰু স্বদেশলৈ উভতি নাহিল। একেদৰে ভালেমান লোকক বন্দুৱা-দাস-দাসী ৰূপে মানে ধৰি নিছিল। সেইদৰে অসংখ্য অসমীয়াই মানৰ হাতত যুঁজ কৰিযেই হক নাইবা আন কাৰণতেই প্ৰাণ হেৰুৱালে। এইদৰে অসমীয়া জনসংখ্যা এক অতি অস্বাভাৱিক ভাৱে হ্ৰাস পাইছিল। বৰদলৈয়ে উল্লেখ কৰা মতে,—

> 'মানৰ দিনৰ আগৰ মুঠ (৪০) লক্ষ অসমীয়াৰ স্থলত ইংৰাজে অসম লবৰ সময়ত মুঠেই আঠ লক্ষ হে অসমীয়া ৰলগৈ।'[৩]

অসমীয়াৰ জনসংখ্যাৰ এই অস্বাভাৱিক নিম্নমুখিতাত বৰদলৈৰ অন্তৰে কান্দি উঠিছিল।

> 'অনেক প্ৰজা দেশলৈ উলটি নাহি ৰংপুৰ, কোচবিহাৰ ইত্যাদি জিলাতেই ঘৰ-দুৱাৰ কৰি ৰ'ল। অসংখ্য মানুহ চিলং জয়ন্তিয়াৰ ফালেও গ'ল।'[৪]

ৰহদৈৰ মুখৰ সেই কথাৰ অন্তৰালত আছে দেশান্তৰী হোৱা অসমীয়া প্ৰজাৰ বাবে বৰদলৈৰ নিজৰ হৃদয়ৰ মৰ্মবেদনা।

১০.৪ বৰদলৈৰ নিজৰ পিতামহৰ ককায়েককো মানে দিহিঙৰ পাৰত কাটিছিল, ফলত গোটেই পৰিয়ালটোৰ লটিঘটি হৈছিল। পূৰ্বপুৰুষ সকলে দুখ পোৱাৰ বাবেই এই গ্ৰন্থকাৰে উপন্যাস ৰচনাত মনোনিবেশ কৰি 'আহোম ৰজাঘৰৰ ক্ৰমপতন আৰু মানৰ অত্যাচাৰৰ বৰ্ণনা কৰি বাইজলৈ আগবঢ়াইছে'[৫]—ৰংগিলী', 'নিৰ্মল ভকত', 'ৰহদৈ-

২ নিৰ্মল-ভকত, পৃ. ২১।
৩ ৰহদৈ-লিগিৰী, পৃ. ২০৩।
৪ ৰহদৈ লিগিৰী, পৃ. ২০৩।
৫ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ১৪৭।

লিগিৰী', 'মনোমতী'—এই চাৰিখন উপন্যাস। সেইবাবেই তেওঁৰ উপন্যাসৰ গঠন-মূলক দৃষ্টিভংগী তথা লিখকৰ দাৰ্শনিক সত্যটো হ'ল অসমীয়াসকলক দেশ আৰু জাতিৰ পুনৰ গঠন আৰু নৱজাগৰণৰ হকে সাধ্যানুসৰি অনুপ্ৰেৰণা যোগোৱা। নকৰিলেও হ'ব—'অসমীয়া মানুহ ধ্বংসৰ বাটত'[৬] পাৰস্পৰিক অবিশ্বাস আৰু বৈৰিতাৰ পৰিচয়-জ্ঞাপক সংসাৰধৰ্মী সকলতকৈ সংসাৰ বিৰাগীসকল তুলনামূলক ভাৱে জাগতিক আশা-আকাংখা, বিষয়-সম্পদৰ লোভৰ পৰা আঁতৰত থাকে।

১০ ৪ ১ বৰদলৈয়ে উপন্যাস কেইখনৰ জড়িয়তে তেনেকুৱা চৰিত্ৰৰ আলমত জাতি গঠনৰ বিবিধ প্ৰচেষ্টাৰ ইংগিত দিছে। তেওঁৰ নিজস্ব জাতীয়তাবোধ তাৰ আঁহে আঁহে বিৰাজমান। যাঠী বছৰীয়া বৈষ্ণৱী বহদৈয়ে কৃষ্ণদাসীৰূপে উজনি অঞ্চলৰ 'মৰংগি, গোলাঘাট, কছাৰিহাট, গেলেকি, আঠগাঁও, মৌ-খোৱা, ঢেকীয়াল ইত্যাদি গাওঁবোৰত ভিক্ষা মগাৰ চলেৰে'[৭] অসমৰ মানুহক ধৰ্মৰ প্ৰতি আৰু দেশ ৰক্ষাৰ প্ৰতি সচেতন হবলৈ নানাভাবে বুজনি দি ফুৰিবলৈ ধৰিলে। নাহৰণীৰ শিৱদৌলৰ বিৰাট জন-সমাবেশৰ আগত বৈষ্ণৱীযে অসমৰ পবিত্ৰ ৰীতি-নীতি বিলাক আচৰণ কৰিবলৈ কোৱাৰ উপৰিও 'দেশৰ হকে, ধৰ্মৰ হকে প্ৰাণ দিবলৈ' সকলোকে অনুৰোধ কৰিছিল।[৮] যোৰহাটৰ পিনে আহি বৰভিঠাত দেখিলে 'মহাপুৰুষীয়া আৰু দামোদৰীয়া সম্প্ৰদায়ৰ ভিতৰত হাই-দন-কাজিযা'[৯] আৰু ধৰ্মৰ নামত দলাদলি লৈয়ে মানুহ ব্যস্ত। তাতো কৃষ্ণদাসীযে সকলোকে এক দলবন্ধ হৈ দেশ আৰু ধৰ্মৰ হকে কাম কৰিবলৈ বুজনি দিছে। ৰংপুৰ, জাঁজী আদি বিভিন্ন ঠাই ভ্ৰমি সেই একেদৰে মানুহক বুজনি দি শদিয়া চুনপোৰা পালেগৈ। ইতিমধ্যে তেওঁলোকে গুৱাহাটীৰ কামাখ্যাও পাইছিল। ইয়াতো তেওঁলোকে মানৰ আক্ৰমণত ভাগি অহা, কিম্বা স্থানীয় লোক আৰু বিশেষকৈ ভকত সকলৰ নৈতিক বল পৰীক্ষা কৰা আৰু তাৰ লগে লগে তেওঁলোকৰ মনক কৃষ্ণলৈ আকৰ্ষণ কৰা আৰু দেশৰ হকে চিন্তা কৰিবলৈ শিকাইছিল।[১০]

১০.৪২ কৃষ্ণদাসীৰ লগৰ ব্ৰহ্মচাৰীজন ভাটিৰ বঙালী মানুহ, তেৱোঁ কৃষ্ণদাসীৰ এই কাৰ্যত সহযোগিতা কৰিছে। তেওঁলোকে দীনবন্ধু ভকতৰ বিশেষ সহায়ত প্ৰায় তিনিশজনীয়া সেৱক দল গঠন কৰিলে। আগন্তুক মানৰ আক্ৰমণৰ সম্ভাৱনা বুজি পাই আগধৰি দুখী, আঁতুৰ সকলক সেৱা-শুশ্ৰূষা কৰিবলৈ সেৱক দল গঠন কৰিছিল। বৰদলৈৰ ধাৰণা যি কোনো কৰ্মৰ কৃতকাৰ্যতাৰ অন্তৰালত থাকে ঈশ্বৰ বিশ্বাস আৰু প্ৰকৃত ধৰ্মাচৰণ, সেই কথাকে বৰদলৈয়ে বহু ঠাইত প্ৰকাশ কৰিছে।

৬ প্ৰাগুক্ত গ্ৰন্থ পৃ. ১৫০।
৭ ৰহদৈ লিগিৰী, পৃ. ১৫০।
৮ ঐ, পৃ. ১৬৮।
৯ ঐ, পৃ. ১৭১।
১০ ৰহদৈ লিগিৰী, পৃ. ১৯২।

১০.৫ অসমৰ ধৰ্মানুষ্ঠান, সত্ৰ আৰু সত্ৰীয়া সংস্কৃতিৰ প্ৰতি আছিল বৰদলৈৰ অসীম শ্ৰদ্ধা আৰু অসমৰ এক শৰণীয়া বৈষ্ণৱ ধৰ্মৰ প্ৰতিও আছিল তেওঁৰ সীমাহীন প্ৰগাঢ় ভক্তি। দক্ষিণপাট, আউনীআটী, কমলাবাৰী, বৰপেটা আদি ঐতিহ্যপূৰ্ণ সত্ৰৰ বিষয়ে যথেষ্ট কথা সন্নিবিষ্ট কৰিছে, কিন্তু একে সময়তে কালৰ সোঁতত সত্ৰৰ বিবিধ নিয়ম-নীতি তথা আচৰণত সোমোৱা কিছু ত্ৰুটিপূৰ্ণ কথাও তেওঁ উনুকিয়াই গৈছে, লগে লগে সমালোচনা কৰি চোকা মন্তব্যও দিছে। বৰদলৈয়ে নিৰ্মলৰ মুখত দিয়া 'মই দক্ষিণপাটৰে সেৱক' কথাষাৰ প্ৰকাৰান্তৰে তেওঁৰ নিজৰ কথাকে কোৱা যেন লাগে।[১১] তাৰ কাৰণ হ'ল দোষ ত্ৰুটিবোৰৰ সংশোধনৰ পথ সুগম কৰা। একেদৰে অসমৰ মঠ-মন্দিৰ আদিক কেন্দ্ৰ কৰি ভাটিৰ পিনৰ অনা-অসমীয়া বামাচাৰী তান্ত্ৰিক সন্ন্যাসীৰ প্ৰভাৱত অসমত ধৰ্মৰ নামত ব্যভিচাৰৰ অনুপ্ৰবেশৰ কথাও উনুকিয়াই গৈছে, আৰু তাৰ দ্বাৰা অসমৰ বৈষ্ণৱী পন্থী সাধু বৈষ্ণৱৰ দ্বাৰা ইয়াৰ সংশোধন কৰিবলৈ যত্ন কৰা চকুত পৰে। 'তাম্ৰেশ্বৰীৰ মন্দিৰ'ৰ ঘটনা ইয়াৰে সাক্ষী। ইযো বৰদলৈৰ স্বদেশ আৰু স্বজাতিৰ প্ৰতি থকা হিয়া ভৰা প্ৰেম-প্ৰীতিৰে দৃষ্টান্ত।

১০.৬ বিহু অসমীযাৰ কেৱল আদৰৰে নহয এক ঐতিহ্যপূৰ্ণ অতি মহিমামণ্ডিত ডাঙৰ উৎসৱ। সেয়ে বৰদলৈযে ইযাক 'অসমীয়াৰ জাতীয উৎসৱ বাপতি সাহোন' আখ্যা দিছে।[১২] আহোম শাসনৰ শেষৰ ফালে বঙ্গদেশীয় শাক্ত ব্ৰাহ্মণৰ প্ৰভাৱত দুৰ্গোৎসৱ অসমত সোমাল। বৰদলৈয়ে দুৰ্গোৎসৱৰ ক'তো বিৰুদ্ধাচৰণ কৰা নাই, কিন্তু বিহুৰ প্ৰতি ইয়াৰ আনুসংগিক নৃত্য-গীত আদিৰ প্ৰতি অসমীযা লোকৰ বিৰূপ আচৰণ প্ৰকাশ কৰা দেখি তেওঁ অসন্তুষ্ট, সেই কথাহে তেওঁ সহ্য কৰিব নোৱাৰিছিল। অৱশ্যে পিছলৈ বিহুৰ নামত কেতবোৰ অনুষ্ঠানত যে কিছু অশ্লীলতাই স্থান পাইছিল সেই কথা স্বীকাৰ কৰিছে।[১৩] তদুপৰি তেওঁ সামাজিকভাৱে বিহু উৎসৱ উদযাপনত ৰজাঘৰৰ পৃষ্ঠপোষকতাৰ[১৪] উল্লেখ কৰি আনন্দ প্ৰকাশ কৰিছে। তেওঁ সকলোৰে সেই আদৰ্শৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিছে। বহু জাতি-উপজাতিৰে ভৰপূৰ অসমত এক অসমীয়া জাতি গঠনত এই সকলোৰে সাংস্কৃতিক ভাবোচ্ছ্বাসৰ মহামিলনৰ দৰকাৰ। বৰদলৈৰ দূৰদৰ্শী জাতীয়তাবোধ তথা অসম প্ৰেমৰ এইয়া এক উজ্জ্বল দৃষ্টান্ত।

১০.৭ শংকৰদেৱ, মাধৱদেৱ আদি প্ৰাচীন মহাপুৰুষ সকলৰ ৰচনাই বৰদলৈক প্ৰভাৱান্বিত কৰিছিল। সেইবাবে তেওঁৰ উপন্যাসৰ নায়ক-নায়িকা আদিয়ে সেই গীত পদকে আওৰাইছিল। লোকসাহিত্যৰ অন্তৰ্ভুক্ত বিহুগীত, বিয়ানাম, কিংবদন্তী প্ৰবাদ আদি অসমীয়া সাহিত্যৰ মূল্যবান সম্পদ। তাৰ প্ৰতিও বৰদলৈৰ বিশেষ শ্ৰদ্ধা

---

১১ নিৰ্মল ভকত, পৃ ৪৪।

১২ ৰংগিলী, পৃ ১৪।

১৩ ঐ, পৃ. ৬০।

১৪ ৰংগিলী, পৃ. ৭২-৮১।

দেখুৱাইছে। উপন্যাসৰ বহু ঠাইত এই বিলাকৰ উল্লেখ আছে। কিংবদন্তীৰ পম খেদিয়েই বৰদলৈয়ে বৰনগৰীয়া বৰুৱাৰ উঁহ বিচাৰি গৈ 'মনোমতী' লিখোঁতে জিকেৰি বৰুৱাৰ গুৰি বিচাৰি 'দন্দুৱা দ্রোহ' ৰচিলে। ইয়ো তেওঁৰ অসম প্রীতিৰ পৰিচায়ক। তদুপৰি সেইবিলাক দৃষ্টান্ত দাঙি ধৰি পাঠকক তাৰ প্রতি আগ্রহান্বিত কৰিবলৈ যত্ন কৰাটো বিশেষ লক্ষ্য কৰিব লগীয়া কথা। মিৰিসকল অসমৰ এটা অঞ্চলৰ লেখৰ জনজাতি, তেওঁলোকৰ সামাজিক ৰীতি-নীতি, খাদ্যাখাদ্য আদি, অনামিৰিৰ লগত বিহু-সবাহ আদি উৎসৱত মিলা প্রীতিৰ মাজত হোৱা যোগাযোগ আদি বিবিধ কথাৰ উল্লেখৰ দ্বাৰাও বৰদলৈৰ অসমপ্রীতিৰে চিনাকি দিছে। মিৰি সকলৰ ঐনিতম, বিহুগীত, বিহুনাচ আৰু অন্যান্য লোকৰ লগত তেওঁলোকৰ সম্পর্ক আদিৰ যোগেদিও বৰদলৈয়ে অসমৰ নানা জাতি-উপজাতিৰ প্রতি থকা তেওঁৰ প্রীতিৰ কথাকে প্রকাশ কৰিছে।

১০.৮ তামাৰ মাইৰ পূজা চাবলৈ দেশ-বিদেশৰ নানা ঠাইৰ মানুহ আহে।[১৫] পৰশুৰাম কুণ্ডলৈ তীর্থস্থানৰ বাবেও দেশ-বিদেশৰ দূৰ দূৰ ঠাইৰ মানুহ আহে। এই প্রসংগতে ভৈয়ামৰ লোকৰ লগত খামতি, মিৰি, অকা, ডফলা, মিচিমি, ভুটীয়া, চুটীয়া, আহোম, দেউৰী আদি জাতিৰ যোগাযোগ তথা আহ যাহ থকা কথা উল্লেখ কৰি দেখুৱাইছে, এই সকলোবিলাক লোকে তামাৰ মাইৰ পূজা দিছিল।

অসমৰ পুৰণি ৰীতি-নীতিয়ে বৰদলৈৰ হাতত বিশেষ সমাদৰ পাইছে। অসমীয়া ছোৱালীৰ তাঁত বোৱা দস্তুৰ অতি সুন্দৰ কথা। সেইদৰে গুৰুৰ ওচৰত শৰণ লোৱা প্রথাও এটা অতি অপৰিহার্য ব্যৱস্থা। ভাওনাৰ প্রতি, পুৰণি খল্লুৱা ঢুলিয়া, কালীয়া, ওজাপালি আদিৰ উল্লেখেও বৰদলৈক অসমীয়া সংস্কৃতিৰ অন্যতম উপাসকৰূপে প্রতিপন্ন কৰে।

১০.৯ বৰদলৈৰ আনবোৰ লিখনিৰ মাজতো জাতীয় প্রেমৰ ভাব উথলি উঠিছে। 'পুৰী ভ্রমণ' কাহিনীৰ মাজত শুৱালকুচি আৰু আন সত্ৰৰ উল্লেখেও তেওঁৰ স্বদেশ-প্রীতিৰ কথাকে সোঁৱৰাই দিয়ে। অসম সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা দিয়া তেওঁৰ ভাষণটিৰ সকলো কথাৰ অন্তর্নিহিত মূল বস্তুটো হ'ল বৰদলৈৰ অসমপ্রেম তথা অসমীয়া জাতিৰ কল্যাণ কামনা। মানৰ আক্রমণৰ সময়ৰ বিবিধ ঘটনা, হৰদত্ত-বীৰদত্তৰ বিদ্রোহ ঘোষণা, মোৱামৰীয়াৰ অসম ৰাজসিংহাসন অধিকাৰ কৰা, আদিৰ উল্লেখ কৰি দিয়া বর্ণনা আৰু মতামতৰ অন্তৰালত বৰদলৈয়ে অসমক 'নকৈ গঢ়াৰ সপোন ৰচনা কৰা' চকুত পৰে। বৰদলৈৰ এই সকলোবিলাক কথা সমাবেশ কৰাৰ উদ্দেশ্য অসমীয়া পাঠক তথা জাতিক উন্নতমুখী আৰু দেশৰ স্বার্থৰ হকে কাম কৰিবলৈ উদ্বুদ্ধ কৰা। ঠায়ে ঠায়ে সেই ভাব যথেষ্ট তীব্র আৰু ঠাই বিশেষে সেই ভাব অতি মধুৰ। তাৰ মাজতো তেওঁৰ ৰচনাই পাঠকৰ অন্তৰ পৰশি যায়। বৰদলৈৰ ৰচনাৰ মাজত অসম-প্রীতি তথা জাতীয় প্রেম খৰস্রোতা লুইতৰ অন্তঃপ্রবাহিত সোঁতৰ দৰে বিদ্যমান।

---

১৫ তাম্রেশ্বৰীৰ মন্দিৰ, পৃ. ৪-৫।

# ১১·০০ বৰদলৈৰ উপন্যাসত অতিপ্ৰাকৃত পৰিবেশ

১১.১ সাহিত্যত অতিপ্ৰাকৃত পৰিবেশ সৃষ্টি বা অলৌকিকতাৰ সমাবেশ নতুন কথা নহয়। প্ৰাচীন কালৰে পৰা সাহিত্যত কল্পনাৰ মাধ্যমত অস্বাভাৱিক পৰিবেশৰ সৃষ্টি কৰি অবাস্তৱ কিছুমান ঘটনাৰ সংযোজনা কৰা দেখা যায়। তাৰ দ্বাৰা সাহিত্যিকৰ ৰচনা অসুন্দৰ নহয়, বৰং অধিক মনোগ্ৰাহী আৰু সজীৱহে হয়, লিখিত সাহিত্যৰ দৰে লোক-সাহিত্যৰ অন্তৰ্গত গীত, পদ, সাধুকথা আদিতো তেনেকুৱা অতিপ্ৰাকৃত কাৰ্য্যাদিৰ সুন্দৰ বৰ্ণনা পোৱা যায়। এই অতিপ্ৰাকৃত বা অলৌকিকতাৰ জন্মৰ গুৰিতে ঈশ্বৰ বিশ্বাস। অজ্ঞাত শক্তিৰ প্ৰভাৱ, ঈশ্বৰ-ভগৱান, যোগবল-মায়া আদিৰ আশ্ৰয়ত অতি প্ৰাকৃতৰ সৃষ্টি। পুৰাণ অসমীয়া সাহিত্যত অতি প্ৰাকৃত আৰু অলৌকিকতা নানাভাৱে প্ৰকাশ পাইছে।

১১.২ অসমীয়া উপন্যাস সাহিত্য আধুনিক যুগৰ সৃষ্টি। ইয়াতো অতিপ্ৰাকৃত ঘটনা বা অলৌকিক চৰিত্ৰৰ সমাবেশ ঘটিছে। বৰদলৈৰ 'মিৰি জীয়ৰী', 'ৰহদৈ লিগিৰী', 'তাম্ৰেশ্বৰীৰ মন্দিৰ' উপন্যাসত অতিপ্ৰাকৃতে বিশেষ ৰূপ লোৱা দেখা যায়। আচৰিত কথা, সেই অতিপ্ৰাকৃতৰ সংযোগত উপন্যাসৰ সৌন্দৰ্য্য, চৰিত্ৰাদিৰ স্বাভাৱিক বিকাশ বা ঘটনাৰ বাস্তৱধৰ্মিতা অকণো নিষ্প্ৰভ হোৱা নাই। এই ক্ষেত্ৰত যোগবলৰ প্ৰক্ৰিয়া উল্লেখনীয়। জীৱনৰ আদি ভাগতে যৌৱনৰ দুৱাৰ দলিত ভৰি দিয়াৰে পৰা ৰহদৈৰ ৰূপ-লাৱণ্যৰ ওপৰত বহুজনৰ লোভাতুৰ দৃষ্টি, কাম-চৰিতাৰ্থৰ বাবে নানা আবেদন। তাই কিন্তু দয়াৰাম ভিন্ন আন কাৰো নাম শুনিব নোৱাৰে। শেষত ৰূপচিং চুবেদাৰৰ হাতত সতীত্ব ভ্ৰষ্ট হোৱাৰ ভয়ত ব্ৰহ্মপুত্ৰত জাপ দিও নমৰিল। আগমানন্দ স্বামীৰ স্থান পাই জীয়াই থকাৰ সপোন দেখিছে যদিও কেঁচা-সোণ বৰণীয়া গাভৰু দেহ আৰু ৰূপ-লাৱণ্যময়ী যৌৱনৰ প্ৰতি ধিক্কাৰ উপজিছে। গতিকে তাই সৰ্বান্তঃকৰণেৰে কামনা কৰে যাঠী বছৰীয়া পকা চুলীয়া বুঢ়ীৰ ৰূপ লবলৈ। তেতিয়া হলে সকলোৰে কামনাৰ দৃষ্টিৰ পৰা আঁতৰি থাকি কৃষ্ণৰ চৰণ বন্দনা কৰি কটাব পাৰে। আগমানন্দৰ বাকী থকা বিশেষ সাধনা এটাত ৰহদৈয়ে যদি সহায় কৰে তেওঁৰ নিজৰো অষ্টসিদ্ধি নৱনিধি লাভ হব আৰু ৰহদৈকো তাৰ বিনিময়ত দক্ষিণাস্বৰূপে যি বিচাৰে তাকে দিবলৈ প্ৰতি-প্ৰতিবদ্ধ হ'ল। আগমানন্দৰ সাধনাও পূৰ্ণ হ'ল, ৰহদৈয়েও 'অষ্টসিদ্ধি নৱনিধি' এই সমস্তৰে গৰাকিনী' হ'ল।[১] অৱশেষে আগমানন্দৰ সাধনাত সহায় কৰা বাবে ৰহদৈয়ে দক্ষিণা স্বৰূপে তেওঁৰ পৰা 'সমাধিকমৰ মাহাত্ম্য লাভ' কৰাই নহয় সেই গুৰুক 'যোগ-বলেৰে দেখিবলৈ এজাগী অথচ চৰিব-ফুৰিব পৰা শক্তি থকা তিনিকুৰি বছৰ বয়সীয়া বুঢ়ী

---

১ ৰহদৈ লিগিৰী, পৃ ২০৬।

মানুহৰ ৰূপ দিয়ক'[2] বুলি কৰা অনুৰোধ অনুসৰি যৌৱনৰ ভুবনমোহিনী ৰূপটো সলোৱাই গুৰুৱে বহদৈক এজনী পকা-চুলীয়া থুলন্তৰ বুঢ়ীৰ ৰূপ দিছিল, নামো হৈছিল তাৰ পিছত কৃষ্ণদাসী।

১১২১ যোগ সম্পৰ্কে কোৱা কথাখিনিও অস্বাভাৱিক বুলি ধাৰণা হয়। যোগৰ ইমানেই প্ৰভাৱ যে আলৰ বুঢ়াযো যোগৰ বিধান মতে চলিলে ডেকা হব পাৰে। আনকি ভাল মৰা শৱ পালে যোগীয়ে যোগৰ বলত তাত প্ৰৱেশ কৰি নিজৰ দেহ এৰি ৰূপ বদলাব পাৰে। সেইদৰে তান্ত্ৰিক যোগাভ্যাস আৰু সাধন পদ্ধতিৰ সামান্য আভাস মাত্ৰ সন্নিবিষ্ট হৈছে উপন্যাসত। পোন্ধৰ দিনৰ ভিতৰতে স্বামীজীয়ে ক্ৰমে ভূতশুদ্ধি, সূৰ্যভেদ-চন্দ্ৰভেদ সহিত প্ৰাণাযাম কুম্ভক শিক্ষা দিলে, নেতি-ধৌতি-নৌলি আদি ক্ৰিয়াতো সিদ্ধ কৰিলে, মূলাধাৰৰ পৰা কুলকুণ্ডলিনী জগাই স্বাধিষ্ঠান, মণিপুৰ, অনাহত বিশুদ্ধ ৰেখা, চক্ৰ আদি ভেদ কৰি সহস্ৰাৰলৈ তোলা প্ৰক্ৰিয়াও শিকালে। এইদৰে 'কুলকুণ্ডলিনী উঠাওঁতে কোন চক্ৰত কি বীজ, কোন দেৱতাক ধ্যান কৰিব লাগে আৰু প্ৰত্যেক চক্ৰতে কোন কোন তত্ব যেনে—মূলাধাৰত ক্ষিতি, স্বাধিষ্ঠানত অপ, মণিপুৰত তেজ, অনাহতত মৰুৎ, বিশুদ্ধ ৰেখাত ব্যোম, আজ্ঞাচক্ৰত মহাব্যোম ভাবিব লাগে তাকো শিকাই তেওঁৰ যোগব বলেৰে বহদৈক খেচৰী মুদ্ৰা শিকাই সিদ্ধি কৰি'[3] দিয়াৰ পিছত স্বামীজীয়ে ভৱিষ্যত বাণী কৰিছিল—

> 'পুবফালৰ পৰা অসংখ্য নৃশংস প্ৰকৃতিৰ বৰ্বৰ জাতি আহি অসমীয়াৰ নিজৰ আৰু ৰজাঘৰৰো পাপৰ প্ৰায়শ্চিত্ত স্বৰূপে মাৰি-কাটি ধ্বংস কৰিব।'[4]

১১২২ শিলঘাটৰ পাহাৰৰ দুটা পৃথক গহ্বৰৰ ভিতৰত আগমানন্দ আৰু বহদৈয়ে 'ভূত শুদ্ধি কৰি লৈ সিদ্ধাসন কৰি বহি ষট-চক্ৰ ভেদ কৰি কুলকুণ্ডলিনীক সহস্ৰাৰত তুলিলৈ খেচৰী মুদ্ৰা মাৰি কুলকুণ্ডলিনীক সহস্ৰাৰত আবদ্ধ ৰাখি' যোগ মুদ্ৰাৰ বলত মগজত উদ্ভৱ হোৱা অমৃত পান কৰি জীয়াই থাকিল। দহ মাহ দহ দিনৰ মূৰত গহ্বৰৰ মুখৰ শিল আঁতৰাই তুলাৰ ওপৰত পাৰি থকা বহদৈৰ ফটাছালৰ মোটটো গুচাই[5] চকু, কাণ, নাক, তালু আদিত শ্ৰবনানন্দই ঘিউৰ মালিচ কৰিবলৈ ধৰিলে। কোৱাৰে সামান্য যৱৰ মণ্ডও খুৱালে। পিছদিনা গেৰুৱা কাপোৰ গাত মেৰাই দিলে, গাখীৰো খুৱালে। এমাহ মানৰ মূৰত বহদৈয়ে তিনিকুৰি বছৰীয়া বুঢ়ীৰ চেহেৰা লৈ ওলাল। সেই একেদৰে আগমানন্দ স্বামীকো পৰমানন্দ স্বামীয়ে গহ্বৰৰ পৰা উলিয়ালে[6] আৰু তেৱোঁ 'ওঠৰ বছৰ বয়সীয়া ডেকা ল'ৰা হৈ ওলাল'।

২ বহদৈ লিগিৰী, পৃ ১২৫।
৩ ঐ, পৃ ১০৮।
৪ ঐ, পৃ ১০৮।
৫ প্ৰাগুক্ত গ্ৰন্থ।
৬ ঐ, পৃ ১৪২।

১১২৩. লাৱণ্যময়ী ভুৱনমোহিনী গাভৰুৰ ষাঠী বছৰীয়া বুঢ়ীৰ ৰূপ আৰু ছকুৰি বছৰীয়া বৃদ্ধৰ ওঠৰ বছৰীয়া যৌৱনসুলভ চফল ডেকাৰ ৰূপ লাভ অদ্ভুত কথাই নহয়, সম্পূৰ্ণ অবিশ্বাস্য কথা। আমাৰ সমাজত কোনো দিনে নেদেখা নুশুনা কথা। কিন্তু হঠযোগ সাধনৰদ্বাৰা অসম্ভৱো সম্ভৱ হোৱাৰ যুক্তি আছে। লোক-বিশ্বাস আৰু যোগ-শাস্ত্ৰৰ বিধানমতে হঠযোগৰ খেচাৰী মুদ্ৰাৰ শক্তি অসীম। যি কোনো যৌগিক সাধক বা তান্ত্ৰিক সিদ্ধাচাৰ্য্যৰ এই যৌগিক মুদ্ৰাত তুলনাতীত বিশ্বাস। যৌগিক প্ৰক্ৰিয়াৰ দ্বাৰা শ্বাস-প্ৰশ্বাসকে আদি কৰি দেহ-মনৰ সকলো কথাকে ওলট-পালট কৰি দিব পাৰি। খেচাৰী মুদ্ৰাৰ দ্বাৰা জনৈক হৰিদাসে গহ্বৰৰ ভিতৰত সমাধি অৱস্থা প্ৰাপ্ত হোৱাৰ কথা সংস্কৃত সাহিত্যৰ বুৰঞ্জী প্ৰণেতা মেকডোণেলে[৭] কৈ গৈছে। গাতৰ ভিতৰত দহ মাহৰো অধিক কাল সোমাই থাকি গাৰ চাল ফাটি মোট সলাই বৃদ্ধ যি যৌৱন অৱস্থা পোৱাটো অস্বাভাৱিক আৰু অলৌকিক ঘটনা, লিখকৰ এক ভ্ৰান্ত কল্পনাও বুলিব পাৰি।

১১২৪ কৃষ্ণ দাসী হৈছে আগৰ ৰূপৱতী সুন্দৰী তৰুণী ৰহদৈ, আৰু সেই বৈষ্ণৱীয়ে পূৰ্বৰ 'ৰহদৈ লিগিৰীৰ ৰূপ দেখুৱাই ভয় খুৱাইছে'।[৮] সেইদৰে দয়াৰামকো ৰহদৈৰ এই ৰূপকে দেখুৱাইছে।[৯] কোনো পাঠকেই ৰহদৈৰ এই প্ৰক্ৰিয়াক স্বাভাৱিক বুলি নাভাৱে, তাতে ৰহদৈৰ এই কৃচ্ছ সাধনা তেনেই অলপ দিনীয়া, সেইবাবে ৰহদৈৰ কল্পান্তৰ লাভৰ কাৰ্য্য অস্বাভাৱিক বা অতিপ্ৰাকৃত বোলাৰহে যোগ্য।

১১.২.৫ সেই একেদৰে তুলসীৰ ভেটিৰ আগত বহি[১০] নিৰ্মলে কৃষ্ণৰ নাম লৈ প্ৰাণ এৰা কথাও এই প্ৰসংগতে উল্লেখনীয়। তাতে সেই সময়তে সৰগৰ পৰা এখন দিব্য ৰথ নামি অহা দেখিবলৈ[১১] পোৱাটোৱো পৰম ধাৰ্মিক যোগসিদ্ধ পুৰুষৰ অতিপ্ৰাকৃত কাৰ্য্যৰে পৰিচায়ক।

১১৩ দৈৱী-মায়াৰ সহায়তো বৰদলৈয়ে উপন্যাসত অবান্তৰ অতিপ্ৰাকৃত পৰিস্থিতিৰ অৱতাৰণা কৰিছে। 'নিৰ্মল ভকত' উপন্যাসখনতে ইয়াৰ প্ৰকাশ ঘটিছে। মানৱ দেশৰ পৰা অনাই বনাই বহুকষ্টৰ মাজেৰে স্বদেশলৈ ঘূৰি আহিও ৰূপহীক পোৱাৰ সম্ভাৱনা নেদেখি নিৰ্মলে দুখে বেজাৰে দক্ষিণ পাট সত্ৰলৈ আহিল। বৈৰাগী ভকতৰ জীৱন যাপন কৰি সত্ৰত থাকি ঈশ্বৰ চিন্তাত বাকী দিন কেইটা কটাবলৈ মন, কিন্তু ইয়াতো আহি তেওঁ 'জাতকুল ভ্ৰষ্ট মেলেছ' আখ্যাহে পালে, সত্ৰত প্ৰবেশ কৰাৰ

৭. Macdonell : History of Sanskrit Literaturs p 338-339 , 1962
৮. ৰহদৈ লিগিৰী, পৃ ১৭৮।
৯ ঐ , পৃ ২০৪।
১০. নিৰ্মল ভকত, পৃ ৮৪।
১১. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৮৫।

অধিকাৰ নাই, নিজ দেশৰ হকে যুঁজি মানৱ হাতত বন্দী হ'ল, তথাপি সেই সেই চেই চেই।[১২] মনৰ বেজাৰত বেচেৰা সন্তৰ বাহিৰত কৰাপাটতে নিশাটো পাৰ থাকিল। শেষ নিশা চিলমিলিয়া টোপনিৰ মাজত এটা সপোন দেখি মূৰ তুলি দেখে—অলপ আঁতৰত এটা ঢেকীয়াপতীয়া বাঘ, সি নিৰ্মললৈ চাই বহি আছে পিছ ভাৰ দুখন পাৰি। নিৰ্মলৰ মনত ভাব উপজিল—

> 'প্ৰভু কৃষ্ণ! সমাজিকত তুমি মোক তোমাৰ মদনমোহন মূৰ্তি দেখুৱালা! এতিয়া সাৰ পালত দিঠকত বাঘ হৈ মোক খাবলৈ আহিছা। তোমাৰ যি ইচ্ছা সেয়ে হক। এই দেহ তোমাৰেই। তোমাতেই অৰ্পণ কৰিছোঁ, তুমি এতিয়া বাঘ হৈ লব পাৰা।'[১৩]

এইদৰে ভাবি কৃষ্ণৰ মদনমোহন মূৰ্তিটোকে চিন্তা কৰিবলৈ ধৰিলে আৰু লগে লগে বাঘটোক প্ৰণাম জনালে। বাঘটোৱে 'দীঘলকৈ হামি এটা মাৰি মূৰটো দোঁৱাই মাটিত লগালে।'[১৪] তাৰ পিছত হাবিৰ ফালে এখোজ দুখোজ কৈ গুচি গ'ল। ইয়াৰ মাজত যি অলৌকিকতাৰ সমাবেশ ঘটিছে সিয়ো সাধুকথাৰ কল্পনা। ধৰ্মীয় কাহিনীৰ বৰ্ণনাৰ মাজত থকা অবস্তুৰতা বা অতিপ্ৰাকৃতৰেই ই এক সুন্দৰ দৃষ্টান্ত। বাঘটো যেন ইযাত দৈৱক্ৰমে উপস্থিত হৈছে আৰু সি যেন তাৰ এটা স্বভাৱ বিৰুদ্ধ কাম কৰি গ'ল। সম্পূৰ্ণ সুদাহাতে থকা অৱস্থাত পায়ো বনৰীয়া হিংস্ৰ বাঘটোৱে নিৰ্মলক নাখালে, বৰং প্ৰণাম জনাই ভদ্ৰ আৰু শান্ত ৰূপ ধৰি গুৰু-গম্ভীৰভাৱে তাৰ পৰা স্বস্থানলৈ গুচিহে গ'ল। উপন্যাসৰ অতিপ্ৰাকৃতৰ ইয়ো এটা বিস্ময়বিমুগ্ধকৰ দৃষ্টান্ত।

১১ ৪ সম্মোহন বিদ্যাৰ দ্বাৰাও বৰদলৈয়ে অতিপ্ৰাকৃতৰ সৃষ্টি কৰিছে আৰু তাৰ জগত চৰিত্ৰ ঘটনা আদিৰ সমাবেশৰ প্ৰাসংগিকতাও উপন্যাসৰ এক বৈশিষ্ট্য। সাধনালব্ধ শক্তি বা মন্ত্ৰ-শক্তি প্ৰয়োগ কৰি আনৰ মন সম্পূৰ্ণ ৰূপে বশীভূত কৰি ইচ্ছা কৰামতে কাৰ্য্যসিদ্ধি কৰিব পাৰি। 'তাম্ৰেশ্বৰীৰ মন্দিৰ'ৰ বামাচাৰী তান্ত্ৰিকজনৰ বিষয়ে সকলোৰে এটাই ধাৰণা হৈছিল—

> 'তেওঁ মানুহক চকুৰে চায়ে সম্মোহিত কৰিব পাৰিছিল, হাত অলপ বুলায়েই মানুহক তন্দ্ৰাত পেলাব পাৰিছিল। সকলোকে বশ্য কৰিব পাৰিছিল।'[১৫]

১১.৪.১ সেই বিদ্যা-কৌশলৰ দ্বাৰাই বামাচাৰীয়ে ন-বছৰীয়া ছোৱালী এজনীক সম্মোহিত কৰি, তাইৰ মুখেৰে ষাঁড়ৰ খেলৰ স্বাস্থ্যবান যুৱক ধনেশ্বৰৰ নামটো

১২ প্ৰাগুক্ত গ্ৰন্থ পৃ ৫০।
১৩ ঐ, পৃ ৫৪।
১৪. প্ৰাগুক্ত গ্ৰন্থ, পৃ ৫৪।
১৫. তাম্ৰেশ্বৰীৰ মন্দিৰ, পৃ. ৪৪।

উলিয়াইছিল তামাৰ মাইৰ আগত বলি দিবলৈ। ছোৱালীজনীক মূৰৰ পৰা ভৰিলৈকে চৌ নোচোঁকৈ* হাত দুখন বুলাই নিষাৰ কাৰ্য্যৰ লগত জড়িত আছিল বামাচাৰীৰ সম্মোহন কৌশল। এই প্ৰক্ৰিয়াৰ সন্দৰ্ভত বৈষ্ণৱীয়ে কোৱা কথাষাৰ প্ৰণিধানযোগ্য,—

> 'মনক একাগ্ৰ কৰিব পাৰিলে, অৰ্থাত্ সময়ত আন সকলো চিন্তা এৰি মনক এটা বিষয়ত লগালে মনে সেই বিষয়টো সিদ্ধি কৰিব পাৰে। সচৰাচৰ, আমাৰ সন্ন্যাসী ফকিৰ সকলৰ মন আৰু ইচ্ছা শক্তি বৰ বলী। তেওঁলোকে সংসাৰৰ সকলো চিন্তা এৰি কেৱল একমনে ঈশ্বৰক ভাবে। তেওঁক সেইদৰে ভাবোঁতে মন বলী হয়।'[১৬]

১১ ৪২ এনেকুৱা শক্তিৰ প্ৰভাৱৰ দ্বাৰাই আগমানন্দ স্বামীয়ে ৰহদৈক ধ্যানমগ্ন অৱস্থাত সত্ৰৰ ভকত সকলৰ মাজত বহি নাম গাই থকা দযাৰামক দেখুৱাবলৈ সক্ষম হৈছিল। 'ৰহদৈৰ অনুৰোধ এৰাব নোৱাৰি স্বামীজীয়ে মূৰৰ পৰা ভৰিলৈকে হাত বুলনি দি ৰহদৈক 'তই এতিয়া তোৰ দয়াৰামৰ ওচৰলৈ যা' বুলি বলত তন্দ্ৰামগ্ন হৈ 'মই ৰহদৈ' বুলি কৈছিল। লগে লগে ৰহদৈৰ জীৱনটোৱে দযাৰামৰ জীৱনটোৰ লগত কথা পাতিছিল।[১৭]

ইযো সম্মোহন বিদ্যাৰেই সুফল। অৱশ্যে মানসিক 'টেলিপেথী'ৰ দ্বাৰা এনে কাৰ্য্য সম্ভৱপৰ বুলি কোৱা হয যদিও গাত হাত বুলাই সম্মোহন বিদ্যাৰ দ্বাৰা এটা জীৱ আন এটা জীৱৰ ওচৰলৈ গৈ কথা পতাটো একেবাৰেই অস্বাভাৱিক। সেইবাবেই ইযাক অতিপ্ৰাকৃত ৰূপে অভিহিত কৰা হৈছে।

১১ ৫ সপোনে বৰদলৈৰ উপন্যাসত এক বিশেষ স্থান লাভ কৰিছে। এহাতে ই কলাসুলভ যদিও অবাস্তৱতাৰ ৰহণো বৰদলৈৰ সপোনত বিদ্যমান। নায়ক-নায়িকাৰ জীৱনত সপোনে বিশেষ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে। আচৰিত ধৰণে অলৌকিক কোনো দেৱ-দেৱীয়ে সপোনত দেখা দি অবাস্তৱ পৰিবেশৰ সৃষ্টি কৰে বাবেই সপোনত অতি-প্ৰাকৃতৰ প্ৰাণ পোৱা যায়। এই বিষয়তো 'ৰহদৈ লিগিৰী'ত সুন্দৰ দৃষ্টান্ত পোৱা যায়। ৰহদৈৰ বাবে ৰজা চন্দ্ৰকান্ত সিংহ উদ্ধাৰল হৈ বাঙলী বাহৰত তাইক থোৱা সময়ত বেচেৰীয়ে 'কৃষ্ণ একদেৱ দুঃখহাৰী কাল মায়াদিৰো অধিকাৰী। কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ' গাই চকুপানী টুকি শুই থাকোঁতে সপোনত এজন সুন্দৰ দিব্য তেজপুঞ্জ শৰীৰৰ গোঁসাই নে মহন্তই' তাইক কৈছে—

> 'তই কেলেই মোক দিক্দাৰি কৰিছ। বাৰু যদি ৰজাৰ ৰাণী হব নোখোজ নহবি। ভয় কৰিবৰ কোনো কাৰণ নাই।'[১৮]

---

১৬ প্ৰাগুক্ত গ্ৰন্থ, পৃ ৭৯।
১৭ ৰহদৈ লিগিৰী, পৃ ১২৪।
১৮. প্ৰাগুক্ত গ্ৰন্থ, পৃ ৭৪।

১১৫১ সেই একেদৰে আগমানন্দ স্বামীৰ আশ্ৰমত বহদৈয়ে সপোনত দয়াৰামক দেখিবলৈ পাইছে। ৰহদেয়ে দীক্ষা লৈ সন্ন্যাসিনী হব খোজাত দয়াৰামে আনন্দ প্ৰকাশ কৰাৰ উপৰিও সিঁহত দুয়োৰে যে স্বামী-স্ত্ৰীৰূপে সংসাৰ পতা সম্ভৱ নহয় সেই কথা জানি কৃষ্ণতে মন প্ৰাণ সঁপি দিবলৈ স্থিৰ কৰিলে। তদুপৰি সপোনত ৰহদৈয়ে বাঁহী বাদক এজনক পাই দেখে যে সেয়া দয়াৰাম, আৰু খন্তেকতে 'দয়াৰাম গুচি ত্ৰিভংগ মূৰ্তিৰ পীতবস্ত্ৰ পিন্ধা মূৰত কীৰীটি, কাণত মকৰ কুণ্ডলে সৈতে সেই শ্যাম বৰণৰ কৃষ্ণ হ'ল। তেওঁৰ ৰূপ যেন কোটি সূৰ্য্যতকৈও উজ্জ্বল, যেন ত্ৰিভুবন জিনা।'[১৯] সেই কৃষ্ণই ৰহদৈক 'তই আৰু জনম ধৰিব নালাগিব, এই জনমতে তই জীৱন্মুক্তা হবি' বুলি আশীৰ্বাদ দিলেও 'মোৰ নিমাখিত অসমীয়া জাতিটোক মোৰ নাম কৈ, গুণ বৰ্ণাই, মোৰ ফাললৈ আনিবলৈ চেষ্টা কৰ' বুলি উপদেশ দিছে।[২০] এই সপোনটিৰ এটি যোগতাণ্ত্ৰিক ব্যাখ্যা বৰদলৈয়ে 'আশ্ৰম'ত শীৰ্ষক এই অধ্যায়ৰ পাদটীকাত[২১] সন্নিবিষ্ট কৰিছে।

১১৫২ 'তাম্ৰেশ্বৰীৰ মন্দিৰ'ত ধনেশ্বৰে দেখা সপোনত তামাৰ মাই নিজে এগৰাকী অতি ৰূপৱতী কন্যাৰ বেশেৰে আহি তাক কৃষ্ণ নাম লবলৈ কৈছে, আৰু সিফালে তামাৰ মাই নিজে আহি লাংফাইক ভাল হোৱাৰ আশাও দেখুৱাইছে।[২২] 'ৰংগিলী'ত সেইদৰে নায়িকাই সপোনত দেখিছে যে ৰাজগৃহত ভীষণ জুই, কোনোৱে নুমাব পৰা নাই। চাওঁতে চাওঁতে সেই জুই কুৰাই যেন গোটেইখন অসম জ্বলাইছে।'[২৩] ইয়াৰ দ্বাৰা বৰদলৈয়ে অসমৰ আগন্তুক বিপদৰ ইংগিত দিবলৈ যত্ন কৰিছে। সপোনে বহু সময়ত ভৱিষ্যতৰ ঘটনা, অৱস্থা আদিৰ সম্ভেদ দিয়ে বুলি আমাৰ বহুতৰে বিশ্বাস।

১১৫৩ 'মনোমতী'ৰ সপোনত নায়ক-নায়িকা জড়িত হোৱা নাই। কমল আতৈয়ে দেখা সপোনত পশ্চিমৰ সূৰ্য্যৰ পৰা জুই জ্বলা দেখিবলৈ পাইছে, দিনতে কাউৰী, শগুণে আৱাৰ কৰা শুনিছে, ছয় সাত বছৰীয়া ল'ৰাৰ ৰূপ লৈ কৃষ্ণ যেন বৰপেটাৰ কীৰ্তন ঘৰৰ পৰা ওলাই আহিল। সেইদৰে পদুমীয়ে সপোনত মাকক দেখিছে, মাকে পদুমীক নিবলৈ সৰগৰ পৰা নামি আহিছে। ইয়াৰ ইংগিতপূৰ্ণ কথা হ'ল পদুমীক শান্তিৰামে বিচাৰিলেও নাপায়, মৃত দেউতাক আৰু মাকৰ ওচৰলৈকে পদুমী যাব, অৰ্থাৎ পদুমীও অচিৰে মৰিব।

১১৫.৪ 'মিৰি জীয়ৰী'ত পানেইৰ সপোনত জংকিক দেখিছে পৰ্বতীয়া মিৰিৰ

১৯ প্ৰাগুক্ত গ্ৰন্থ, পৃ ১০০।
২০ ঐ, পৃ ১০০।
২১ ঐ, পৃ ১০০।
২২ তাম্ৰেশ্বৰীৰ মন্দিৰ, পৃ. ১০-১১।
২৩ ৰংগিলী, পৃ. ১৫০।

হাতত বন্দী অৱস্থাত থাকোঁতে। জংকিয়ে পানেইৰ লগত হাতত ধৰাধৰি কৰি ফুৰিছে, একে লগে ভুঁই ৰুইছে, নাও মেলিছে, একে লগে বিহুত নাচিছে। তদুপৰি সপোনত দেখা গাঁৱৰ বুঢ়াজনে কোৱা কথাও ইংগিতপূৰ্ণ—

'বাছা তহঁত আৰু এইবাৰ আঁতৰা-আঁতৰি হৈ থাকিব নালাগে। তহঁতৰ সকলো দুঃখৰে ওৰ পৰিল।'[২৪]

সপোনৰ এই কথাৰ মাজেদি সিহঁতৰ মনলৈ অনন্ত সুখ নামি অহাৰ ইংগিত পোৱা যায়। সপোনত দেখিছে জংকি ওচৰত আছে, পিছত সঁচা সঁচিকৈয়ে জংকি আহিল তাইৰ কাষলৈ। সপোনে পৰৱৰ্তী ভৱিষ্যত কাৰ্য্যাদিৰ সংকেত, সম্ভেদ দিয়ে। ইয়ো এক প্ৰকাৰ বিস্ময়কৰ কথা।

সেইদৰে মাক—নিৰমাই দেখা সপোনত কোনোপধ্যে ঢুকি নোপোৱা পৰ্বতৰ ওখ টিঙৰ ওপৰত জংকি-পানেই হাতত ধৰাধৰি কৰি ফুৰিব ধৰা দেখিছে। বাৰে বাৰে কোৱা সত্বেও সিহঁত নামি অহাটো অসম্ভৱ বুলি কৈছে। তাৰো অৰ্থ হ'ল মৰ্তলোকৰ পৰা অন্য দেশ পালোঁহি, যোৱা টান, নামিবই নোৱাৰি। তাৰ পিছতেই সিহঁত দুয়োকে একেলগে শেল মাৰি হত্যা কৰিছে তাৰেই ইংগিত যেন বহন কৰিছিল সেই সপোনৰ কথাই—'আই যাব নোৱাৰোঁ, ইয়াৰ পৰা নামিব নোৱাৰোঁ।'[২৫] ইয়াত অতিপ্ৰাকৃতৰ বিশেষ প্ৰভাৱ নাই যদিও মনোবিজ্ঞানৰ ইংগিত অনুমান কৰা হয়।

১১.৫.৫. 'নিৰ্ম্মল-ভকত'ৰ তিনি ঠাইত সপোনে নিৰ্ম্মলৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে। প্ৰথমটোত মাক আৰু মাহীয়েক দুয়ো একেলগে দেখা দিছে, দুয়ো নিৰাশ।[২৬] কিন্তু দেখা দিয়েই দুয়ো অন্তৰ্ধান হৈছে, কোনো কথা সোধাৰ সুযোগ নাপাই নিৰ্ম্মল মৰ্মাহত হৈছে। দ্বিতীয়টো সপোনত দেৱী সদৃশ মাহীয়েকে নিৰ্ম্মলক কৃষ্ণ নাম লবলৈ কৈছে। গুৰুক ভজি ঈশ্বৰ চিন্তা কৰিবলৈ উপদেশ দিছে।[২৭] ৰূপহীয়ে চৈধ্য বছৰ অপেক্ষা কৰি নিৰ্ম্মল উভতি নহা দেখি সৰুকালৰ খেলাৰ সংগী অনিৰামক ৰাইজৰ উপদেশক্ৰমে বিয়া কৰালে। সেই কথা শুনা মাত্ৰকে নিৰ্ম্মল মৰ্মাহত হ'ল। আত্মপৰিচয় দিলে ৰূপহী-অনিৰামৰ সংসাৰ চাৰখাৰ হৈ যাব, দুয়ো ভীষণ অশান্তি পাব। সেই কাৰণেই যি মাহীমাকে নিৰ্ম্মল-ৰূপহীক আশ্ৰয় দিছিল তেৱেঁই নিৰ্ম্মলক কৈছে-ঈশ্বৰক ভজিবলৈ। তাতেই জীৱনৰ সুখ-শান্তি বিচাৰি পাব। তৃতীয়টো সপোনত মাহীয়েক দুৰ্গা দেৱীলৈ ৰূপান্তৰিত হৈ—'তোক প্ৰাণৰ কৃষ্ণ ই দেখা দিব' বুলি আশীৰ্বাদ দিয়াৰ পিচতেই দেখিলে 'সেই প্ৰাণৰ কৃষ্ণও উপস্থিত।'[২৮] প্ৰকৃততে এই সপোনৰ তাৎপৰ্য্য হ'ল—নিৰ্ম্মল সংসাৰ বিৰাগী ভকত,

---

২৪ মিৰি জীয়ৰী, পৃ. ৮৬।

২৫ মিৰিজীয়ৰী, পৃ ৯৪।

২৬ নিৰ্ম্মল ভকত, পৃ ৩৫।

২৭ প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৪২।

২৮ ঐ, পৃ. ৫৩।

তেওঁৰ মানস পটত শ্ৰীকৃষ্ণৰ মধুৰ ছবিয়ে জীৱন্ত ৰূপ লৈ স্থায়ী আসন অধিকাৰ কৰি আছে।

১১৬. বৰদলৈয়ে অতিপ্ৰাকৃতৰ সমাবেশৰ অন্তৰালত উপন্যাস সমূহ অধিক মনোগ্ৰাহী আৰু সজীৱ কৰাৰ অভিপ্ৰায় লুকাই আছে। বৰদলৈৰ ধাৰণা তেওঁৰ সমসাময়িক কালৰ অধিক সংখ্যক পাঠকেই ধৰ্ম-বিশ্বাসী। ধৰ্মৰ লগত অলৌকিকতা আৰু কল্পনাৰ অত্যধিক ৰহণ বিশেষভাৱে জড়িত হৈ থাকে। তদুপৰি তান্ত্ৰিকতাৰ প্ৰাধান্য আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰাধান্যৰ লগতে সাধু-সন্ন্যাসীৰ প্ৰভাৱো সমাজত কম নাছিল। শ্ৰীকৃষ্ণকো সন্ন্যাসী, ফকীৰৰ দৰে অতিপ্ৰাকৃত কৰাৰ চেষ্টা বৰদলৈৰ উপন্যাসত চকুত পৰে। বৈষ্ণৱীয়ে শ্ৰীকৃষ্ণৰ মাহাত্ম্যৰ কথা কৈয়ে ধনেশ্বৰৰ মনত অসীম ধৈৰ্য্য আৰু সাহস দিছিল। শ্ৰীকৃষ্ণৰ নাম জপ কৰিয়েই আগমানন্দৰ ওচৰত দীক্ষা লৈ সাধনাত সিদ্ধি লাভ কৰিছিল। বৰদলৈয়ে অতিপ্ৰাকৃতৰ সমাবেশ কৰিবলৈ গৈ শাক্ত, বৈষ্ণৱ আৰু তান্ত্ৰিক সাধন পদ্ধতিৰ মাজত কোনো বাদ-বিসম্বাদৰ সূচনা কৰা নাই, বৰং তেওঁ সততে একশৰণ ভাগৱতী ধৰ্মৰ শ্ৰেষ্ঠতা দেখুৱাবলৈহে যত্ন কৰিছে। তদুপৰি শংকৰ, মাধৱ, দামোদৰ, হৰিদেৱ পৰম বৈষ্ণৱ, একেশ্বৰবাদী। এই কেইজনৰ ধৰ্মভাৱত অলপো অমিল নাই, তেওঁসকলৰ অনুগামী সকলেও সেই মিলা-প্ৰীতিৰ ভাৱ আগত ৰাখি ধৰ্মাচৰণ কৰিব লাগে বুলিহে বৰদলৈয়ে উপন্যাসৰ একাধিক স্থানত মুকলিভাৱে কৈ গৈছে। কৃষ্ণদাসী তথা বৈষ্ণৱীৰ কাৰ্য্যাৱলী এই বিষয়ত বিশেষ উল্লেখযোগ্য। ৰহদৈৰ জীৱনৰ দৰে নিৰ্মলৰ জীৱনতো ঈশ্বৰ বিশ্বাস তথা ভক্তিৰ ক্ষেত্ৰত কৃষ্ণই সৰ্বেসৰ্বা। তামাৰ মাইৰ বলি বন্ধ হোৱাই নহয়, বৈষ্ণৱীৰ যত্নত অন্য বলিৰো পয়োভৰ হ্ৰাস পাব ধৰিলে। বৈষ্ণৱীৰ যত্নত সেই শান্ত পৰিৱেশ খীণৰ পৰা খীণতৰ হৈ আহিল, লাংফায়ে বৈষ্ণৱ ধৰ্মত শৰণ ললে আৰু খেলৰ সকলো বিলাক চুটীয়াই বৈষ্ণৱ ধৰ্ম আচৰণ কৰিবলৈ ধৰিলে।[২৯]

১১৭ অতিপ্ৰাকৃত পৰিৱেশৰ সৃষ্টিত প্ৰৱনানন্দ, আগমানন্দ স্বামীৰ সমাবেশ তাৎপৰ্য্যপূৰ্ণ। এহাতে যৌগিক তান্ত্ৰিকতা আনহাতে নায়িকা ৰহদৈৰ চৰিত্ৰৰ মহত্ত্ব আৰু পবিত্ৰতা প্ৰকাশ। ৰূপ যৌৱনে সাধাৰণতে মানুহক ইন্দ্ৰিয়াসক্ত কৰে, সেই কথা উপলব্ধি কৰিয়েই, জীৱনত বহু সংঘাতৰ সন্মুখীন হৈ ৰহদৈয়ে অকালতে বৃদ্ধ ৰূপ লৈ ধৰ্ম চিন্তাত আত্মনিয়োগৰ বাবে মন মেলিছে। সমাজত ধৰ্মৰ ভাৱাদৰ্শ প্ৰচাৰ কৰি অসমীয়াক সংঘবদ্ধ হ'বলৈ বহু যত্ন কৰিছে। সেই দিনৰ পৰা ৰহদৈৰ বৃদ্ধা ৰূপ এক প্ৰতীক স্বৰূপ বুলিবও পাৰি। তাৰ বাবে অতিপ্ৰাকৃতৰ দৰ্কাৰ হৈছে। এই কৃষ্ণ ভক্তিৰ বাবেই আগমানন্দই ৰহদৈৰ জীৱনত বৃদ্ধাৰূপ আৰু নিজৰ ক্ষেত্ৰত ডেকা ৰূপ প্ৰদান কৰিবলৈ বহুতো যোগ-সাধনা কৰিব লগীয়া হৈছে। তেওঁ নিজেও

২৯ অগ্নেশ্বৰীৰ মন্দিৰ, পৃ ১০২।

সাধনাৰ শেষ স্তৰৰ এক বিশেষ সাধনাৰ বাবে বিচাৰি হাবাথুৰি খাই আচম্বিতে ৰহদৈক পাই আনন্দিত হৈছে। কিয়নো ৰহদৈ আছিল 'অক্ষত যোনিৰ অতীৱ সুন্দৰী বা ৰূপহী গাভৰু।' এনে এজনী গাভৰুহে এই সাধনাৰ বাবে উপযুক্ত—

'তই অতুল ৰূপৱতী, অথচ এই পৰ্য্যন্ত তোৰ কোনো পুৰুষেৰে সৈতে সংসৰ্গ হোৱা নাই। সেইদেখি তয়েই মোৰ এই সাধনাটো কৰোৱাবৰ যোগ্য' বুলি আগমানন্দই ৰহদৈক অনুনয় বিনয় কৰিছে।[৩৩] যাতে ৰহদয়ে সহায় কৰি তেওঁৰ নিচিনা দীনহীন সন্তানক উপকাৰ কৰে। এই সাধন পদ্ধতিও বিস্ময় বিমুগ্ধ এক অস্বাভাৱিক প্ৰক্ৰিয়া। এই সকলোবোৰৰ মাজেদি কৃষ্ণ সন্ধান প্ৰচেষ্টাৰ প্ৰকাশ চকুত পৰে। কেতিয়াবা সেই চেষ্টা তীব্ৰ আৰু কেতিয়াবা তাৰ তীব্ৰতা কম। অতিপ্ৰাকৃতৰ সমাবেশত নায়ক-নায়িকাৰ লৌকিক-প্ৰেম ভগৱৎ স্তৰলৈ গতি কৰিছে। তাতেই বৰদলৈৰ অতিপ্ৰাকৃতৰ সমাবেশৰ সাৰ্থকতা, চৰিত্ৰৰ গতি পথৰ নিৰ্দেশত ইয়াৰ অৱদান আন এটি উল্লেখনীয় কথা। ঐতিহাসিক উপন্যাসৰ মৰ্য্যাদা অটুট ৰাখিও অতিপ্ৰাকৃতৰ সমাবেশৰ দ্বাৰা বৰদলৈয়ে উপন্যাস সমূহ সজীৱ আৰু মনোগ্ৰাহী কৰিব পৰাটো লিখকৰ কৃতিত্বৰে পৰিচায়ক।

---

৩৩ ৰহদৈ লিগিৰী পৃ. ১১৮।

## দ্বাদশ অধ্যায়

# ১২.00 বৰদলৈৰ ৰচনাৰীতি

১২.১ সাহিত্যিকৰ মন, বস্তুজগত আৰু প্ৰকাশৰ কৌশলেই সাহিত্যৰ জন্ম দিয়ে। প্ৰকাশৰ মাজেৰেহে সাহিত্যৰ প্ৰাণ বস্তুটো মূৰ্তিমন্ত হৈ উঠে। সাহিত্যৰ ৰচনাৰীতি অনুসৰি সি ৰসাল বা ৰসহীন হয়। যি কৌশলৰ আধাৰত পাঠকৰ আগত লিখকে কোনো বিষয় উপস্থাপন কৰি ভাব বিনিময় কৰিবলৈ যত্ন কৰে সিয়েই সমালোচকৰ দৃষ্টিত ৰচনাশৈলী, ৰচনাৰীতি, প্ৰকাশভংগী, গদ্যৰীতি, কথাশৈলী আদি আখ্যা পায়। ৰচনাত সন্নিবিষ্ট ভিন্ন ভিন্ন পদ সমূহ প্ৰয়োগ কৰা কৌশলেই হ'ল ৰচনাৰীতি —'বিশিষ্ট পদ-ৰচনাৰীতি'। এৰিষ্টোটলেও প্ৰকাশভংগীকেই সাহিত্যৰ প্ৰাণকেন্দ্ৰ বুলি কৈছে। প্ৰকাশভংগীৰ মূল উদ্দেশ্য হ'ল পাঠকৰ মনত বিষয়ানুৰূপ ভাৱৰ সঞ্চাৰ। লেখকৰ ৰচনাশৈলী নিৰ্ভৰ কৰে বিষয়বস্তু, ব্যক্তিত্ব আৰু কলাকুশলতাৰ ওপৰত। শব্দ-প্ৰযোগ, বাক্যাদিৰ ব্যৱহাৰৰ উপৰিও ভাৱৰ গম্ভীৰতা, মধুৰতা আৰু ব্যাপকতাৰ ওপৰত প্ৰকাশভংগী বহু পৰিমাণে নিৰ্ভৰ কৰে। গতিকে সাহিত্য ৰচনাত নতুনত্বৰো দৰ্কাৰ। কিয়নো গতানুগতিক প্ৰকাশভংগীয়ে পাঠকক বহুসময়ত আমনি দিয়ে, ৰসাস্বাদত বিৰক্তি ওপজায়। নতুনত্বৰ সৃষ্টিৰ বাবে কেৱল যত্ন কৰিলেই নহয়, সেই নতুনত্ব সমাজৰ ৰুচিসম্মত হ'ব লাগিব, নহলে সমাজে তাক গ্ৰহণ নকৰে। নতুন চিন্তা, নতুন ভাব, নতুন দৃষ্টিভংগীৰ আৰোপণে ৰচনা বৈচিত্ৰ্যপূৰ্ণ কৰি তোলে আৰু সি পাঠকৰ মন আকৰ্ষিত কৰে। তাৰ বাবে লিখকৰ ব্যাপক অভিজ্ঞতা, ব্যক্তিত্ব আৰু বহল সামাজিক দৃষ্টিভংগীৰ দৰ্কাৰ, সিবিলাকৰ ধ্বনি-প্ৰতিধ্বনিকেই ৰচনাশৈলী আখ্যা দিয়া হয়।[১]

১২.২ ৰজনীকান্ত বৰদলৈৰ ৰচনাসমূহৰ প্ৰকাশভংগী তথা ৰচনাশৈলীৰ কথা ভাবিলে উল্লিখিত মতামতবোৰ চকুৰ আগত ভাহি উঠে। এই মতামত সমূহ মনত ৰাখি তেওঁ সাহিত্য চৰ্চাত মনোনিবেশ কৰাৰ দৃষ্টান্ত নাই যদিও তেওঁৰ প্ৰেৰণাৰ উৎস আছিল অসমদেশ আৰু ইয়াৰ প্ৰাকৃতিক, সামাজিক, ঐতিহাসিক আৰু সাংস্কৃতিক সম্পদৰাজি। 'আচলতে দেশপ্ৰেম বৰদলৈৰ উপন্যাস ৰচনাৰ এটি মূল প্ৰেৰণা।'[২] কলিকতাৰ পৰা শিক্ষা সাং কৰি অসমলৈ অহাৰ সময়তে তেওঁ অসমৰ পটভূমিৰ বুৰঞ্জীমূলক ঘটনাৰ আধাৰত "ছাৰ ওৱাল্টাৰ স্কট" আৰু "বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়"ৰ দৰে এলানি উপন্যাস লিখিবলৈ সংকল্প লৈছিল।[৩] তদুপৰি তেওঁৰ উপন্যাসৰ লক্ষ্য

১ গোস্বামী, সত্যেন্দ্ৰনাৰায়ণ, ১৯৭২-৪ নিবন্ধগুচ্ছ, পৃ ৫৫-৫৬।

২ নেওগ, মহেশ্বৰ, ১৯৮৩ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ ৩৩৩।

৩ দ্ৰষ্টব্য এই গ্ৰন্থৰ ২.১,৮।

আছিল অসমীয়া উঠি অহা চামক স্বদেশপ্ৰীতি আৰু ধৰ্মৰ আদৰ্শৰ প্ৰতিহে আকৃষ্ট কৰা। সেই কথা সততে মনত ৰাখিছিল বাবেই প্ৰতিখন উপন্যাসতেই তেওঁ 'ধৰ্মালোচনা অৱতাৰণা কৰি বা ধৰ্মৰ প্ৰভাৱ দেখুৱাবলৈ' যত্ন কৰিছে।[৪] নানা বিষয়ক প্ৰবন্ধ আৰু সভা-সমিতিত দিয়া ভাষণ সমূহৰ মাজতো বৰদলৈয়ে অসম, অসমৰ মিৰি, চুটীয়া, আহোম আদি জনগোষ্ঠী সম্পৰ্কে তথ্যপূৰ্ণ বিৱৰণ দাঙি ধৰিবলৈ সচেষ্ট হোৱা চকুত পৰে। তেওঁৰ সমস্ত ৰচনাতে বিৰাজ কৰিছে এটা আদৰ্শাত্মক দৃষ্টিভঙ্গী।

আধ্যাত্মিকতা আৰু স্বদেশানুৰাগৰ মহিমাৰে তেওঁৰ ৰচনাসমূহ মহিমা-মণ্ডিত।[৫] দেশৰ কল্যাণৰ অৰ্থে সাহিত্য সাধানত ব্ৰতী হোৱা বাবে তেওঁৰ সাহিত্যত অসমীয়া সমাজ জীৱনৰ ছবি অঙ্কিত হৈছে। সিবিলাকৰ ভিতৰত আছে নানা অৱস্থাৰ মাজেদি উপন্যাসৰ ঘটনাৰ লগত জড়িত গ্ৰাম্য সমাজৰ ছবি, ভাওনা-বিহু, দুৰ্গোৎসৱ, দোলৎসৱ আদি আনন্দমুখৰ পৰিবেশৰ ছবি। আহোম স্বৰ্গদেউ সকলৰ ভিতৰ চ'ৰাৰ নানা ছবি, মানৰ আক্ৰমণৰ ভয়াবহ ছবি, মান, আহোম, চুটীয়া, মৰাণ আদিৰ যুদ্ধৰ ছবি, নানা পৰিবেশত দাঙি ধৰা শত্ৰুৰ ছবি, নায়ক-নায়িকাৰ প্ৰেম নিবেদন কিম্বা গোপন আলোচনাৰ নানা পৰিস্থিতিৰ ছবি, সাধু-সন্ন্যাসীৰ লগত অসমীয়া লেখকৰ সান্নিধ্যৰ ভালেমান ছবি ইত্যাদি। বৰদলৈয়ে নিজস্ব কল্পনা, ভাৱাবেগ আৰু ৰচনাৰীতিত বিষয়বস্তুৰ লগত সংগতি ৰাখি পৰিবেশ অনুসৰি সৰল-সহজ অথবা গুৰু-গম্ভীৰ ভাষাৰ প্ৰয়োগত বিশেষ মনোযোগ দিছিল। বিষয়-বস্তুৰ উত্থাপন আৰু তাৰ বৰ্ণনাত তেওঁ যথেষ্ট সচেতন। কিয়নো যি কোনো ৰচনাৰ প্ৰকাশভংগী বা ৰচনাৰীতিকে লিখকৰ মূল সম্পদ বুলি কোৱা হয়। লিখকৰ প্ৰকাশভংগীৰ কলাকুশলতাতহে ৰচনাৰ সাৰ্থকতা।[৬]

১২.৩. অসমৰ জাতি সম্পৰ্কীয় তথা জাতিতত্ত্ব অধ্যয়ন আছিল গেইট চাহাবৰ পৰিকল্পনা। সেই আঁচনিৰ বাবে বৰদলৈয়ে উত্তৰ লক্ষীমপুৰত মাটিৰ হাকিম হৈ থকা কালত মিৰি তথা মিচিং জনজাতিৰ বিষয়ে বিতংভাৱে অধ্যয়ন কৰাৰ সুযোগ পাইছিল। প্ৰকৃতিৰ সন্তান মুকলিমূৰীয়া মিৰি সকলৰ সৰল জীৱনযাত্ৰা, মৰঙঘৰ, বিহুগীত, ঢোল-পেঁপা, গগণা আদি বাদ্য আৰু বিহু নৃত্য আদিৰ উপৰিও সামাজিক বিবিধ ৰীতি-নীতি, বিবাহাদি আৰু সিহঁতৰ স্বভাৱ চৰিত্ৰৰ আধাৰত জংকি—পানেইক কেন্দ্ৰ কৰি 'মিৰি-জীয়ৰী' ৰচনাৰ প্ৰেৰণা সেই অধ্যয়নৰে ফলশ্ৰুতি।

---

৪ শৰ্মা, সত্যেন্দ্ৰনাথ, ১৯৮১ : অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃ ৩৯২।

৫ পূৰ্বোক্ত 'ঔপন্যাসিক 'ৰজনীকান্ত বৰদলৈ' গ্ৰন্থৰ অন্তৰ্গত ত্ৰৈলোক্যনাথ গোস্বামী ৰচিত প্ৰবন্ধ 'ৰজনীকান্ত বৰদলৈৰ উপন্যাস', পৃ ১।

৬ শৰ্মা, হেমন্তকুমাৰ (সম্পা) 'বীৰেন্দ্ৰ ভট্টাচাৰ্যৰ সাহিত্য'ৰ অন্তৰ্গত সত্যেন্দ্ৰনাৰায়ণ গোস্বামীৰ 'বীৰেন্দ্ৰকুমাৰ ৰচনাৰীতিৰ আভাস' প্ৰবন্ধ, পৃ ১২৮।

১২.৩.১ তেওঁৰ এই উপন্যাস আছিল ৰোমান্সধৰ্মী[৭], প্ৰেম-প্ৰণয়েই 'মিৰি-জীয়ৰী'ৰ কেন্দ্ৰবিন্দু। তাকে কৰলৈ যাওঁতে বৰদলৈয়ে সৰু ডাঙৰ কেতবোৰ ঘটনা তুলি ধৰিছে আৰু তাতোকৈ ডাঙৰ কথা সেই ঘটনা আৰু পৰিবেশ ৰচনাত যি ভাষা, শব্দ, খণ্ডবাক্য, উপমা আৰু কল্পনাৰ আশ্ৰয় লৈছে সেয়া মাৰ্জিত ৰুচিৰ শিল্পীসুলভ দৃষ্টিভংগী নহলে সম্ভৱ নহয়। মৰঙঘৰৰ বিহু, সোৱণশিৰিৰ পাৰৰ জংকি-পানেইৰ প্ৰণয় আৰু বিয়াৰ সংকল্প, গাছি মিৰিৰ হাতত জংকি-পানেই বন্দী হোৱাৰ ঘটনা সুপৰিকল্পিত পৰিবেশৰ লগত সুন্দৰভাৱে মিলি পৰিছে। মিৰি সকল যেনে সৰল আৰু একুৰীয়া বৰদলৈৰ বৰ্ণনা তথা ভাষাও ইয়াত তেনেই সৰল। চুটি চুটি বাক্যৰে মনোভাৱ পোণপটীয়াকৈ প্ৰকাশ কৰিছে, সময়ে সময়ে আকৌ সি হৈ পৰিছে চিত্ৰধৰ্মী।

১২.৩.২ ঘৰ এৰি পলাই গৈ নিশাটোৰ বাবে আশ্ৰয় লোৱা গাঁওখনৰ কলেজত পঢ়া উঠন্ত বয়সৰ হৃষ্ট-পুষ্ট ডেকাজনে টলটলীয়া মোহলগা চেহেৰাৰ পানেইৰ যৌৱন উপভোগ কৰিবলৈ উত্ৰাৱল হৈ উঠিছে, মিৰি ডেকাগাভৰুৰ নিজৰ সমাজত বা ঘৰত আপং খোৱাৰ অভ্যাস আছেই। ডেকাই নিশাৰ আলহীক মদ যাচিছে, তাই ভালেই পালে। ভাগৰ পলাবৰ মনেৰে কেবা গিলাচ মদ খালে, ডেকায়ো সমানে পিলে। এনে এটা পৰিবেশৰ সৃষ্টি আৰু ঘটনাৰ বৰ্ণনা সঁচাকৈয়ে উৎকৃষ্ট।[৮]

১২.৩ সেই একেদৰে বাৰেগামৰ বিচাৰত সিহঁতক দোষী সাব্যস্ত কৰি একেডাল দোলেৰে টানকৈ বন্ধাত সিহঁত দুয়ো প্ৰাণৰ ভয়ত চিঞৰি উঠা ঘটনা মৰ্মস্পৰ্শীয়েই নহয় সুন্দৰ চিত্ৰধৰ্মীও।

> 'বাৰেগাম! তাই মোৰ তিৰোতা। বাৰেগাম! তাইক নামাৰিবি। বাৰেগাম! তাই মাক-বাপেকক এৰি মোলৈকে যুলি পলাইছিল। বাৰেগাম! সোৱণশিৰিৰ বালিত থিয় হৈ দুয়ো কাৰ্সিং-কাৰ্টাঙক সাক্ষী কৰি আমি বিয়া কৰিছোঁ। বাৰেগাম! তাইৰ পেটৰ লৰাটোৰ বধৰ ভাগি নহবি। বাৰেগাম! আমাক মাৰি তহঁতৰ লাভ নহয়। বাৰেগাম! মোৰ এই কনেঙক ৰধা পাপে তহঁতক পাব। বাৰেগাম! তাইক এৰিদে।'[৯]

এই ঘটনাৰ মাজেদি আসন্ন মৃত্যুৰ আগত হাহাকাৰ কৰি প্ৰাণৰ ভয়ত, গৰ্ভৱতী তিৰোতাজনীৰ সন্তানটিৰ ভৱিষ্যতৰ চিন্তাত জংকিৰ আস্ফালন। এই কথাৰ মাজেদি বিচাৰৰ পৰিবেশত মৃত্যুমুখী জংকি-পানেই এখন ছবিৰ দৰে আমাৰ আগত ভাহি উঠে। বৰদলৈৰ গদ্যৰীতিয়ে এনেকুৱা ক্ষেত্ৰত কলাকাৰৰ সৃষ্টিৰ ৰূপ লৈছে।

১২.৩.৪ 'তাম্ৰেশ্বৰী মন্দিৰ, উপন্যাসতো সেই একেদৰে চুটীয়া আৰু দেউৰী

৭ Baruah, B K : Assamese Literature, p 55

৮ মিৰি জীয়ৰী, পৃ ৭৮।

৯ উক্ত গ্ৰন্থ, পৃ ৯২।

সকলৰ সমাজৰ কিছু কথা সন্নিবিষ্ট হৈছে। ইয়াৰ কেন্দ্ৰ বিন্দু তামাৰ মাইৰ মন্দিৰ আৰু তেওঁৰ পূজা-সেৱা। অতীজৰ পৰা নৰবলি আৰু অন্যান্য পশুৰ বলিহে চলি আহিছিল যদিও পিচলৈ তাত বহু ব্যাভিচাৰেও খোপনি পুতিছিল। আচলতে ৰাজদ্ৰোহী বা দেশৰ অহিত কৰ্ম কৰোঁতে দুষ্টজনৰ প্ৰাণ বধৰ ব্যৱস্থাৰূপেই এই মন্দিৰত ৰাইজৰ সমাগমৰ মাজত তামাৰ মাইৰ আগত বলি দিয়া হৈছিল। পিছলৈ সি বছৰেকীয়া ৰীতিত পৰিণত হোৱাত তেনেলোকৰ অভাৱ হৈছিল, সেয়ে চুটীয়া সকলৰ এটা খেলৰ মানুহক 'ষাঁড়ৰ খেল' নাম দি ভৱিষ্যতৰ বলি বিধানৰ বাবে পোহপাল দি সম্পূৰ্ণ স্বাধীনভাৱে বসবাস কৰিবলৈ দিছিল।

১২.৩৫ ধনেশ্বৰ চুটীয়া 'ষাঁড়ৰ খেল'ৰ, মনেশ্বৰ হ'ল জাতত দেউৰী আৰু আঘণী সেই মন্দিৰৰ পূজাৰী বংশৰ জাকত জিলিকা যৌৱনশ্ৰীধন্যা দেউৰী গাভৰু। আঘণীৰ প্ৰতি দুয়োজনেই প্ৰেমাসক্ত। মনেশ্বৰলৈ খেদি অহা বনৰীযা গাহৰিটোক ধনেশ্বৰে একেপাট কাঁড়েৰে চকুকণা কৰি মৰা[10], কাঁড়েৰে লক্ষ্যভেদ কৰি আঘণীৰ টকা বগৰোৱা[11], উৰ্ধবাহু সন্ন্যাসীৰ লগত বৈষ্ণৱীৰ চুনপোৱা শদিয়াখোৱা গোহাঁইৰ ঘৰলৈ অহা[12] ইত্যাদি কথাৰ বৰ্ণনা ইমান নিমজ আৰু পোণপটীয়া যে প্ৰতিটো কথাই একো একোটা চিত্ৰৰ দৰে ভাহি উঠিছে। সেইদৰে ধনেশ্বৰক বলি দিবলৈ আঠ গৰোটামান মানুহে টনা-আজোৰা কৰোঁতে বামাচাৰীৰ বুকুত ধনেশ্বৰে গোব মৰা[13] আৰু বামাচাৰীয়ে চোকা চুৰি দাণ্ডি তালৈ চোচা লওঁতে বামাচাৰীৰ মুণ্ডচ্ছেদ[14], ৰাইজৰ 'তামাৰ মাইৰ জয়' ধ্বনিৰ মাজত যি পৰিবেশ সৃষ্টি হৈছে তাৰ উত্তেজনাপূৰ্ণ হৃদয়স্পৰ্শী বৰ্ণনাৰ মাজত এখন ঘটনা বহুল ছবি আমাৰ আগত ভাহি উঠে।

১২.৪. বৰদলৈৰ সাহিত্য চৰ্চাৰ অনুশীলনৰ ক্ষেত্ৰ আছিল প্ৰধানকৈ 'জোনাকী', 'বাঁহী', 'আলোচনী', 'প্ৰদীপিকা', 'আৱাহন' আদি আলোচনী। নানা সময়ত বিভিন্ন বিষয়ৰ ওপৰত প্ৰবন্ধ যুগুত কৰি লাভ কৰা অভিজ্ঞতাৰ উপৰিও তেওঁ একে সময়তে অসমৰ পটভূমিত উপন্যাস ৰচনাৰ পৰিকল্পনাও লৈছিল। অনুবাদৰ জৰিয়তে সাহিত্য ক্ষেত্ৰত প্ৰৱেশ কৰি বৰদলৈয়ে শেহলৈ এজন আগশাৰীৰ বৰেণ্য সাহিত্যিকৰূপে খ্যাতি লাভ কৰাৰ মূলতে আছিল তেওঁৰ ঐকান্তিকতা, নেৰানেপেৰা চেষ্টা, অসম প্ৰেম আৰু সৰ্বোপৰি সহজ-সৰল বাক্যৰীতি। তদুপৰি বিষয়বস্তু আৰু পটভূমিৰ নিৰ্বাচনেও তেওঁৰ সমাজ সচেতনতা আৰু শিল্পীসুলভ বিচক্ষণতাৰ পৰিচয় দিয়ে।

---

১০ তাম্ৰেশ্বৰীৰ মন্দিৰ, পৃ ১৫।
১১ প্ৰাগুক্ত গ্ৰন্থ, পৃ ১৭।
১২. ঐ, পৃ ৭।
১৩ ঐ, পৃ. ৮৫।
১৪. ঐ, পৃ. ৮৬।

১২৪.১ দীৰ্ঘকাল ধৰি অসমদেশ শাসন কৰা আহোম ৰাজপৰিয়ালৰ মাজত খোৱা কামোৰা, ডা-ডাঙৰীয়া সকলৰ মাজত বিষয়-খিতাপ লৈ ঈৰ্ষা আৰু অবিশ্বাসৰ পয়োভৰ, সাধাৰণ প্ৰজাৰ অৰ্থনৈতিক দুৰৱস্থা, খিয়লা-খিয়লি আৰু শত্ৰুৰ মাজত দলাদলি, ধৰ্মৰ নামত জাত কুলৰ অন্ধ খোপনিকে ধৰি নানা ব্যাভিচাৰ হাই-কাজিয়া আদিৰ ফলত অসমীয়া সমাজ অধঃপতনৰ পিনে আগবাঢ়িছে। সেই একেটা সময়ৰ কেইটামান বছৰৰ ভিতৰতে মানৰ তিনিটা আক্ৰমণ 'হলা গছত বাগি কুঠাৰ'ৰ ঘাপ সদৃশ। মানৰ আক্ৰমণত ছশ বছৰীয়া আহোম শাসনৰ লাই-খুটা থৰক-বৰক হ'ল। সাত সাগৰ তেৰ নদীৰ সিপাৰৰ অজান মুলুকৰ বিধৰ্মী ইংৰাজৰ অসম প্ৰবেশৰ পথ মুকলি হ'ল। অসমৰ ভাগ্যাকাশত এক বিদ্যুতালোকৰ জিকমিকনি। অসমৰ মাজ মজিয়াত ঘটা এনে হেন এটা পৰিস্থিতিত সকলো দিশকে সামৰি বৰদলৈয়ে উপন্যাসৰ যি পৰিকল্পনা ল'লে তাক এক অভূতপূৰ্ব প্ৰতিভাৰ পৰিচায়ক বুলিবৰ মন যায়।

> 'বুৰঞ্জী যুগৰ অসমীয়া সমাজৰ চিত্ৰ, ৰাজনৈতিক অৱস্থাৰ বিৱৰণ আনকি অসমৰ নৈসৰ্গিক পৰিবেশৰ বৰ্ণনাৰে সু-সমৃদ্ধ বাবেই তেওঁৰ উপন্যাস সকলোৰে সুখপাঠ্য।' [১৫]

১২৪২ সেইকাৰণেই বৰদলৈৰ উপন্যাসৰ জনপ্ৰিয়তা, মানৱীয় আবেদন, ধৰ্মৰ আধ্যাত্মিক বিশ্লেষণৰ আবেদন আজিও সমূলি কমা নাই। বিষয়বস্তু যিমানে আদৰণীয় নহওক, প্ৰকাশভংগী যদি হিয়া মন চুই যাব পৰা নহয় সেই বিষয়বস্তুৱে আশানুৰূপ সমাদৰ লাভ কৰিব নোৱাৰে। প্ৰভাশভংগীয়ে সাধাৰণ বিষয়কো চিত্তাকৰ্ষক ৰূপ দিয়ে, অধিক মনোগ্ৰাহী কৰি পাঠকৰ মনত ভাৱাবেগৰ লহৰ তোলে। প্ৰকাশভংগীৰ দিশত বৰদলৈয়ে বিচক্ষণতাৰ পৰিচয় দিছে। তেওঁৰ কাপ বহু পৰিমাণে তেজী হলেও কল্পনাৰ মাত্ৰাধিক্যত অভ্যস্ত নহয়। বক্তব্য উপস্থাপন কৰোঁতে ক'তো প্ৰয়োজনতকৈ অধিক আগবঢ়া নাই। অস্বাভাৱিকতাও তাত নাই। সংযমশীলতা তেওঁৰ ৰচনাৰীতিৰ এক বিশেষত্ব। ঠাই বিশেষে কিন্তু 'সংস্কৃতবহুল গম্ভীৰ ৰচনাৰীতি প্ৰয়োগ' কৰিলেও আচলতে 'বৰদলৈৰ ৰচনাৰীতিত তেনে উঠা-নমা দেখা নাযায়। সহজ স্বাভাৱিক আৰু সম-পদক্ষেপত ৰচনাৰীতিয়ে গতি কৰিছে'।[১৬] স্কটৰ 'হাইলেণ্ড' আৰু 'লোলেণ্ড', পৰ্বত--ভৈয়াম, পৃথিৱী-সৰোবৰৰ দৰে পথাৰ-ঝাৰণি, নৈ-নলা, দৌল দেৱালয়, মঠ-মন্দিৰ আদিয়ে তেওঁৰ কল্পনাক অতীতৰ পনে লৈ গৈছিল। তদুপৰি কিছুমান প্ৰবাদ, লোকগীত, কিংবদন্তীয়ে তেওঁক বহুত কথাৰ অনুসন্ধানত ব্যস্ত কৰি তুলিছিল। তেনেকুৱা অনুপ্ৰেৰণাৰ পৰিণতিয়েই আছিল 'মনোমতী' আৰু 'দন্দুৱাদ্ৰোহ'। গতিকে ইয়াৰ বিবিধ বৰ্ণনাৰ মাজত

---

১৫ শৰ্মা হেমন্তকুমাৰ, অসমীয়া সাহিত্যত দৃষ্টিপাত।

১৬ শৰ্মা, সত্যেন্দ্ৰনাথ, অসমীয়া উপন্যাসৰ ভূমিকা, পৃ ১১১।

সোমাই আছে বৰদলৈৰ জাতীয়প্ৰেম। উপন্যাস সমূহ ৰচনা কৰিবলৈ যাওঁতে তেওঁৰ চকুৰ আগত ভাহি উঠিছিল অসমীয়া শিক্ষিত সমাজখন। শিক্ষা-দীক্ষাদি বহু বিষয়ত পিছপৰা দেশখনৰ জনগণৰ মনত দেশাত্মবোধ তথা জাতীয়তাবোধৰ ভাব জগাই তুলিবলৈ হ'লে ভাষা তথা ৰচনাৰীতি হব লাগিব সকলোৰে বোধগম্য আৰু হৃদয় চুই যাব পৰা বিধৰ। তাত কৃত্ৰিমতাৰ কোনো স্পৰ্শ থকা উচিত নহয়—দৈনন্দিন জীৱনত সততে ব্যৱহাৰ কৰা সহজ-সৰল ভাষা আৰু কথন ভংগীয়েহে তাৰ বাবে উপযুক্ত মাধ্যম।

১২.৫. তেওঁৰ গদ্যৰীতিত অসমীয়া জতুঁৱা-ঠাচ উপমা-পটন্তৰৰ বহুল প্ৰয়োগ চকুত পৰে। সন্ধি সমাসযুক্ত সংস্কৃতীয়া শব্দৰ দ্বাৰাও তেওঁৰ গদ্য সমূলি ভাৰাক্ৰান্ত নহয়। আনহাতে তেওঁৰ গদ্যত থলুৱা বিশেষকৈ মিচিং ভাষাৰ শব্দ, গীত-মাত, আহোম ভাষাৰ কিছুমান শব্দ আৰু সেই জাতীয় ফকৰাৰ ব্যৱহাৰ চকুত পৰে। যেনে—আপং, আৰাম, কনেঙ, কাসিং কাৰ্টাং, চৰগ ( পূজা ), চাঙডোপ, চেনেঙ, মৰঙ ( ঘৰ ), লেদেঙা আদি মিচিং ভাষাৰ শব্দ। সেইদৰে—

'দৰ্বাপিসি তুলায় ঐ,
তিৰমেক তিৰমাদাৰ।
অকবে ক'বং আপুনে
ৰেযেপে বেয়াবায়'[১৭] —মিচিং দেওধাইৰ মুখৰ গীত।

১২.৫.১. মিৰি সকলে অসমীয়া ভাষাও জানে, কবও পাৰে আৰু অসমীয়া গীত-পদো গায়। অৱশ্যে অসমীয়া ভাষাৰ উচ্চাৰণ তেওঁলোকৰ মুখত কিছু বিকৃত হয়। তেনে গীত আৰু কথোপকথনৰ প্ৰয়োগৰ দ্বাৰা বৰদলৈয়ে শিল্পীমনৰ পৰিচয় দিয়াৰ উপৰিও পৰিবেশ আৰু ঘটনা যথেষ্ট সজীৱ আৰু প্ৰাণস্পৰ্শী কৰিবলৈ সক্ষম হৈছে। যেনে—

'এতিয়া নিকা তয়তৰ গব চাপিলো কিজানি এই দুকৰ অংয়াৰতো মই এপেৰা নিকা চাইদাৰ জিৰাবলৈকে পাওঁ, য়েন জানি বাগে কাওক, বালুকে কাওক মই যাওঁগে।'[১৮]

এই প্ৰসঙ্গতে ডেকাজনৰ মুখৰ ভাষায়ো একে ৰূপ লৈছে—

'ময় আৰু নয়য়নো কেলেই—
একো নাই যোৱাতো। তোৰ নামটোনো কি ?'

এনেকুৱা ভাষাৰ প্ৰয়োগ বৰদলৈৰ বাস্তৱ দৃষ্টিভঙ্গীৰে পৰিচায়ক। তেনে এটা পৰিবেশত এই ভাষাই গদ্যক অধিক প্ৰাণৱন্ত আৰু গতিশীল কৰি তুলিছে।

---

১৭ মিৰি জীয়ৰী, পৃঃ ২০।
১৮ প্ৰাগুক্ত গ্ৰন্থ, পৃঃ ৭৯।

১২.৫.২. ৰবদলৈৰ আন এটা বিশেষ মন কৰিবলগীয়া কথা হ'ল চৰিত্ৰসমূহৰ কথোপকথনৰ ভাষা। সেই ভাষাও সহজ-সৰল পোণপটীয়া আৰু বহু সময়ত ই সংলাপধৰ্মী অৰ্থাৎ নাটকীয় ৰূপ পাইছে। 'ৰংগিলী'ৰ অন্তৰ্গত ৰংগিলী-সংৰাম, জয়ৰাম-কেতেকী, শান্তিৰাম-সংৰামৰ, মণিৰাম-সংৰামৰ মাজত হোৱা কথোপকথন উল্লেখযোগ্য। 'মনোমতী', 'ৰহদৈ লিগিৰী', 'দন্দুৱাদ্ৰোহ'ৰ চৰিত্ৰমুখৰ বহু কথোপকথনে নাটকীয় পৰিবেশৰ সৃষ্টি কৰিছে। 'তাম্ৰেশ্বৰীৰ মন্দিৰ'ৰ পাত্ৰ-পাত্ৰীৰ কথোপকথনৰ মাধ্যমেৰেই ৰবদলৈয়ে উপন্যাসৰ ঘটনা, কাহিনী ইমান দূৰ আগবঢ়াই নিছে যে ইয়াক মুখ্যতঃ কথোপকথন তথা সংলাপধৰ্মী উপন্যাস বুলিলেও বেছি কোৱা নহয়। সেইবুলি কথোপকথনৰ মাত্ৰাধিক্যই কোনো এখন উপন্যাসৰ প্ৰকৃত উপন্যাসগত সৌন্দৰ্য মোলান পেলোৱা নাই। ইয়ো তেওঁৰ ৰচনাৰীতিৰে এক অনুকৰণীয় কৌশল।

১২.৬ বহু ঠাইত ৰবদলৈৰ ৰচনাই বিষয়বস্তু, ভাবৰ প্ৰখৰতা আৰু শব্দ খণ্ডবাক্যাদিৰ প্ৰযোগত বক্তৃতাৰ ৰূপ লৈছে। অৱশ্যে তেনেকুৱা প্ৰয়োগত ৰচনা সহজে চকুত পৰে পাত্ৰ-পাত্ৰীৰ মুখৰ কথাত। সেইপিনৰ পৰা ই বক্তৃতাধৰ্মী হোৱাটো কিছু স্বাভাৱিক যদিও তাত ভাবৰ আতিশয্য বহু বেছি পৰিমাণে প্ৰকাশ হোৱা চকুত পৰে। 'নিৰ্মল ভকত' ইয়াৰ উৎকৃষ্ট নিদৰ্শন। অৱশ্যে এই উপন্যাস-খনেই আত্মজীৱনীৰ ভঙ্গিত ৰচিত, তাতে উপন্যাসৰ শেষৰ পিনে ৰবদলৈয়ে অসমৰ বৈষ্ণৱ ধৰ্মৰ, গুৰু-প্ৰমুখ্যে কেতবোৰ বিষয়ৰ[19] ওপৰত যুক্তিতৰ্কৰ অৱতাৰণাও কৰিবলৈ যত্ন কৰিছে। ইয়াৰ আঁৰত তেওঁৰ অসমীয়া পাঠকক ধৰ্মৰ প্ৰতি আকৃষ্ট কৰিব খোজা মনোভাৱৰ কথা স্পষ্ট হৈ পৰে। সেই দৃষ্টিৰ পৰা চালে ৰবদলৈৰ বক্তৃতাধৰ্মী ব্যাখ্যাৰ থল আছে যদিও উপন্যাসৰ চৰিত্ৰ বিকাশৰ লগত ইয়াৰ অঙ্গাগী সম্পৰ্ক অতি ক্ষীণ। সেই একেদৰে 'ৰহদৈ লিগিৰী' উপন্যাসতো যোগবল তথা সাধু সন্ন্যাসীৰ যৌগিক সাধনাৰ যোগেদি আধ্যাত্মিক সিদ্ধি লাভৰ বিষয়ে দিয়া দীঘলীয়া বৰ্ণনায়ো[20] মুক্ত চৰিত্ৰ বিকাশত বিশেষ ইন্ধন যোগোৱা নাই, কিন্তু পাঠকক আধ্যাত্মিকতাৰ প্ৰতি সচেতন কৰিবলৈ হ লে এনেকুৱা কথাৰ অৱতাৰণা নুই কৰিব নোৱাৰি। 'তাম্ৰেশ্বৰীৰ মন্দিৰ' তো বৈষ্ণৱী চৰিত্ৰৰ কাৰ্যকলাপ বিশেষভাৱে ধৰ্মীয় কথাৰ লগত জড়িত, সেই বৈষ্ণৱীয়ে 'ৰহদৈ লিগিৰী'ৰ কৃষ্ণদাসী। ইয়াত তেওঁ শাক্ত, তান্ত্ৰিক, বলি-বিধান যুক্ত পূজা অৰ্থহীন বুলি প্ৰতিপন্ন কৰিয়ে ক্ষান্ত থকা নাই, লগতে বৈষ্ণৱ ধৰ্মই যে সবাতকৈ শ্ৰেষ্ঠ[21] সেই কথাৰ প্ৰমাণ দাঙি ধৰিছে। এনেকুৱা বিশেষ উদ্দেশ্যমূলক কথাৰ বৰ্ণনাত কথোপথনৰ মাত্ৰা বেছি হোৱা

১৯ নিৰ্মল ভকত, পৃ ৬৩-৮০।

২০ ৰহদৈ লিগিৰী, পৃ ১১৬-১৪২।

২১ তাম্ৰেশ্বৰীৰ মন্দিৰ।

স্বাভাৱিক. বিষয়ৰ গুৰুত্বলৈ চাই ঠায়ে ঠায়ে কথোপকথনে নাটকীয় ৰূপ লোৱা দেখা যায়।

১২ ৬ ১ উপন্যাসৰ চৰিত্ৰবোৰ সমাজৰ বিবিধ স্তৰৰ পৰা লোৱা হৈছে যদিও প্ৰবীন চৰিত্ৰবোৰ স্বদেশ আৰু স্বজাতিভাবাপন্ন তথা অসম প্ৰেমিক। চৰিত্ৰ ৰূপায়ণত তেওঁ দক্ষতাৰ পৰিচয় দিছে। বিশেষকৈ সিবিলাকৰ বৰ্ণনাত বাছি বাছি প্ৰয়োগ কৰা শব্দ মন কৰিব লগীয়া, ক'তো দ্বিধা সংকোচৰ ভাব নাই। যেনে—

> 'স্বৰ্গদেৱ ঈশ্বৰৰ বিধিমতে ৰাণী নোহোৱালৈকে বেটিয়ে স্বৰ্গদেৱ ঈশ্বৰক বেটিৰ মুখখন আগবঢ়াব নোৱাৰো। বেটিয়ে স্বৰ্গদেৱ ঈশ্বৰৰ বেটিস্বৰূপে —ৰাজভক্ত প্ৰজাস্বৰূপে স্বৰ্গদেৱ ঈশ্বৰৰ পদত চুম্বন কৰোঁ।'[২২]

ইয়াৰ মাজেদি ৰহদৈৰ ৰাজভক্তি, প্ৰজাৰ কৰ্তব্য-পৰায়ণতা নাৰীৰ সতীত্ব, পবিত্ৰতা আৰু ধৰ্মীয় আচৰণৰ কথা সুন্দৰকৈ প্ৰকাশ পাইছে। সেইদৰে আকৌ—

> 'প্ৰায় বাৰ বছৰ কাল মানদেশত মোৰ এইদৰে গ'ল। মোক বিয়া-বাৰু নকৰোৱা দেখি, অথচ চৰিত্ৰও ভাল বুলি দেখি লগৰীয়া বিলাকে অনেক সময়তে ৰূপহীৰ গোলাম, ৰূপহীৰ পগলা, এনেকুৱা পেংলাই নামো দিছিল।'[২৩]

নিৰ্মলৰ চৰিত্ৰৰ এটা বিশেষ দিশ অতি কম কথাৰ মাজেৰে ফট্‌ফটীয়াভাৱে প্ৰকাশ কৰিবলৈ এনেকুৱা সলসলিয়া চিধা কথাই যথেষ্ট। ৰূপহীৰ প্ৰতি নিৰ্মলৰ আছিল গভীৰ প্ৰেম। মানৰ দেশত স্থায়ীভাৱে থকাৰ সকলো সা-সুবিধা পোৱাৰ উপৰিও গালেমুখে তেজ ফুটোঁ ফুটোঁ কৰা সুন্দৰী, হাঁহিমুৱা স্বাস্থ্যৱতী কৰ্মঠ মৰমিয়াল মানদেশীয় গাভৰু বিয়া কৰোৱাৰ সুবিধাও পাইছে, কিন্তু তাৰ মনৰ পৰা ৰূপহীৰ চিন্তা আঁতৰি যোৱা নাই। নানা ঠাট্টা বিদ্ৰূপেও নিৰ্মলৰ মন সলনি কৰিব পৰা নাই।

১২ ৬ ২. বৰদলৈৰ ভাৱ প্ৰকাশ যিদৰে অতি স্পষ্ট সেই একেদৰে তাৰ তীব্ৰতাও বিৰাজমান। বহু সময়ত তেওঁৰ বৰ্ণনা চিত্ৰধৰ্মী হৈ পৰিছে। ৰং-তুলিকাৰে কেনভাচত অঁকা ছবিৰ দৰে চকুত চাট মাৰি ধৰে। মিৰি (মিচিং) ডেকা-গাভৰুৰ বৰ্ণনা কেনে নিমজ তাক তলৰ কথাৰ পৰা বুজিব পাৰি—

> 'এই গাভৰু দুইও জনী পাতল। এজনীৰ বৰণ অলপ মিঠা। এজনী নিখুঁট বগা। দুইও জনীৰে মুখৰ গঢ় বাৰু, লাহৰি খোপাত ফুল খোহা। চিকুণ মুগাৰ ৰিহা-মেখেলা, গাত ৰঙা ফ্লেনালিনৰ চোলা। সিহঁত দুজনী আগবঢ়া মাত্ৰেই ডেকাজাকৰ ভিতৰৰ পৰা এটা প্ৰায় কুৰি

২২ ৰহদৈ লিগিৰী, পৃ ৩১।
২৩ নিৰ্মল ভকত, পৃ ৩১।

বছৰ বয়সীয়া ডেকা পেপা এটা লৈ ওলাল। ডেকাটোৱে চিকুণকৈ মুৰ মেলাইছে। তাৰ ওপৰত এটা পাগুৰি।'[২৪]

ঠিক সেইদৰে বহুদৈৰ অতি নিমজ স্বাভাৱিক ছবি এখন অঙ্কন কৰিছে চুটি চুটি বাক্যৰে যেন বৰ যতনেৰে প্ৰাণ দি অঁকা চিত্ৰকৰৰ তুলিকাৰ মনোৰম ছবিহে—

'তাই বৰণত বগা, মুখখন চুচিকটা, নাকটো টনটনীয়া, চকুজুৰি হৰিণীৰ চকুৰ দৰে ক'লা আৰু উজ্জ্বল, ভ্ৰুজোৰা দুয়োকাষে বই পৰা। চুলিকোছা ক'লা, দীঘল আৰু ক'কাললৈকে বই পৰা।'[২৫]

সেই একেদৰে পদুমীৰ ছবি অঙ্কন কৰিবলৈ গৈ বৰদলৈয়ে অতি সৰল ভাষা প্ৰয়োগ কৰিছে। এই চুটি চুটি সৰল বাক্যৰ গদ্যৰীতিও অতি সুন্দৰ। প্ৰকাশভঙ্গীও নিতান্ত প্ৰাঞ্জল আৰু নিমজ।

'তেওঁৰ চুলি বিলাক মিহি। মাজে মাজে ঢৌ খেলোৱাৰ নিচিনা ভাঁজ খোৱা আৰু দীঘল, ক'কাললৈকে পৰা অলপ অলপ ৰঙচুৱা। মুখখনি সুন্দৰ ধুনীযা, অলপ বহল। গাল দুখন পুৰ অলপ অলপ উঠা। তেওঁৰ বৰণ তেজগোৰা বগা, ঢেলঢেলীয়া বগা নহয়। তেওঁৰ কাণ দুখন সৰু সৰু ঘূৰণীযা। তাতে সৰু সৰু দুটা জাতি-শিলিখাৰ সমান কুণ্ডল।'[২৬]

১২.৬.৩ এই বাক্যবোৰ যথেষ্ট চুটি, দুটা বা তিনিটা শব্দৰ দ্বাৰা একোটা বিশেষ ভাবৰ কথা কৈ দ্বৰ্থ্যহীন ভাৱে ইমান ধুনীয়াকৈ প্ৰকাশ কৰা হৈছে, যেন সেইখন মুখ এখন 'কুন্দত কটা' মনোৰম তৰুণীৰ মুখাকৃতিহে। এনেকুৱা ভালেমান চিত্ৰ বৰদলৈৰ উপন্যাসৰ পাতত বিৰাজমান।

১২.৬.৪. বৰদলৈৰ চুটি বাক্যৰ দৰে দীঘলীয়া বাক্যও আছে। অৱশ্যে এনে বাক্যত কমা, চেমিকোলনৰ প্ৰয়োগৰ উপৰিও আৰু, আদি, যোজক অব্যয়ৰ প্ৰয়োগ মন কৰিব লগীয়া কথা। যেনে—

(ক) 'পদুমীয়ে তৌতিয়া তাক আকৌ মদ খুৱাই অচেতন কৰি পেলাই থৈ মনে মনে ৰাতি দোভাগ হোৱাত শান্তিৰাম ভকতৰ বহাৰ ফালে আহিল, আৰু পৰীয়া মানটোক আঙঠিটো দেখুৱাই ঘৰৰ ভিতৰত সোমাল আৰু শান্তিৰামক কাণৰ কাষত কেতোখিনি কথা-কৈ উলিয়াই আনি এৰি দিলে।'[২৭]

(খ) 'তাকে দেখি মিচিককৈ মনে মনে হাঁহি এটি মাৰি পদুমীয়ে খোৱা ঘৰৰ ভিতৰলৈ গ'ল আৰু দিনতে আনি থোৱা নাৰিকল চাইটা, জবা টেঙা

২৪ মিৰি জীয়ৰী প্ৃ ১৩।
২৫ বহদৈ লিগিৰী, পৃ ৩।
২৬ মনোমতী, পৃ. ৯৯।
২৭ মনোমতী, পৃ ১১৮।

> কেইটামান, তামোল-পান কেইটামান হাতত লৈ ঘৰৰ পৰা ওলাই আহি হাতত সাৰে ভৰিত সাৰে মনোমতীৰ বাহৰৰ ফালে আহিল আৰু সেই ঘৰটোৰ দুৱাৰ মুখত থিয় দিলেগৈ।'[২৮]

কেৱল যে উপন্যাসতেই এনে দীঘলীয়া বাক্য আছে এনে নহয়, চিন্তাশীল প্ৰবন্ধ বা ভ্ৰমণমূলক ৰচনাতো দীঘলীয়া বাক্যৰ প্ৰয়োগ চকুত পৰে। এইবোৰৰো বাক্য গঠনৰীতিত কমা, চেমিকোলন আদিৰ সঘন ব্যৱহাৰ চকুত পৰে।

(ক) 'যদিও আজি গ'ল একুৰি বছৰ প্ৰায় নিতৌ চৰ্ব্য, চুষ্য, লেহ্য, পেয় খাই গাদীত বহি ধৰ্ম অৱতাৰ বোলাই, পেটটো মোটা কৰি লৰিব-চৰিব নোৱাৰা হৈ অপদাৰ্থ স্বৰূপ হৈ, আৰু এফেৰা ডাঙৰ মানুহৰ বেমাৰ ডাযেবেটিছ উপাৰ্জ্জন কৰি অধৰ্ম কৰিছিলোঁ, তথাপি দেখোন এতিয়া চাকৰিৰ পৰা মূৰ মোকলাই লৈ আকৌ সেই সৰু কালৰ দৰে ছব-ডেপুটি কালেক্টৰৰ কালৰ দৰে সুদা ভৰিৰেও খোজ কাঢ়িব দেখোন পাৰোঁ।'[২৯]

সংস্কৃত সন্ধি-সমাসযুক্ত শব্দৰ স্বাভাৱিক প্ৰয়োগো চকুত পৰে স্থানভেদে। সাধাৰণতে ধৰ্মৰ কথাত, ৰাজকীয় বিশেষ পৰিবেশ আদিত তেনে গদ্যই স্থান পাইছে। কিন্তু শব্দ, উপমা, বাক্যাদিৰ প্ৰয়োগত প্ৰাসংগিকতা ৰক্ষা কৰাটোৱো চকুত পৰে। সিও বৰদলৈৰ গদ্যৰ আন এটা বৈশিষ্ট্য। যেনে—

(ক) 'কামৰূপ জিলাৰতো কথাই নাই, অসংখ্য মঠ-মন্দিৰে ভৰা যত কামাখ্যা মাতৃৰ মন্দিৰে এতিয়াও ভাৰতবৰ্ষৰ সকলো ঠাইৰ ধৰ্মপ্ৰাণ হিন্দুকে আকৰ্ষণ কৰিবই লাগিছে। গোৱালপাৰা জিলাতো মঠ-মন্দিৰ, গুহা ইত্যাদি যথেষ্ট আছে, কোনে কয় পাণ্ডৱবৰ্জ্জিত দেশ! আসাম দৰাচলতে স্বৰ্গপুৰী।'[৩০]

সেই একেদৰে তেওঁৰ গদ্যই কৌতিযাবা উদাত্তকণ্ঠেৰে ঘোষণা কৰা মহাপুৰুষৰ আবেগ জড়িত আহ্বানৰ ৰূপ লোৱাও দেখা যায়। যেনে—

> 'সেই দেখি আহক ৰাইজসকল। আমি প্ৰত্যেকটো অসমীযাই নিজ নিজ ধৰ্ম আৰু অনুষ্ঠানৰ মাজেদি জ্ঞান ভক্তি আৰু কৰ্মত আশ্ৰয় লৈ এই জগতৰ আদি কাৰণ সচ্চিদানন্দ, অনন্ত নিৰ্গুণ নিয়ন্তা সৰ্বশক্তিমান মহান বিভুৰ-চৰণত আশ্ৰয় লওঁ। তেওঁৰ চৰণত আশ্ৰয় নললে আমাৰ উদ্ধাৰ নাই।'[৩১]

দৈনন্দিন জীৱনত ঘৰুৱা পৰিবেশত কিম্বা বন্ধু-বান্ধৱৰ লগত কথা-বতৰা, আলাপ-আলোচনাত সচৰাচৰ ব্যৱহাৰ কৰা বাক্যৰ প্ৰয়োগ বৰদলৈৰ ৰচনাৰীতিৰ

২৮ প্ৰাগুক্ত গ্ৰন্থ, পৃ ১১৯।
২৯ পূৰ্বোক্ত, 'ৰজনী বৰদলৈ ৰচনামালা'ৰ অন্তৰ্গত 'শাদিয়া বাজাৰ পুৰাণতত্ব' প্ৰবন্ধ, পৃ ১১৬।
৩০ প্ৰাগুক্ত গ্ৰন্থৰ অন্তৰ্গত 'ইন্দ্ৰগড়ৰ আইথান দৰ্শন' প্ৰবন্ধ, পৃ ১৫৫।
৩১ পূৰ্বোক্ত 'অসম সাহিত্য সভাৰ ভাষণাৱলী', ১ম ভাগ, পৃ ১৭৫।

বিশেষত্ব। তেনে কথা-বাৰ্তাৰ চুটি চুটি বাক্যই তেওঁৰ ৰচনাক যে কেৱল চিত্ৰপ্ৰধান ৰূপহে দিছিল এনে নহয়, একে সময়তে তাত ব্যৱহাৰ কৰা উপমা পটন্তৰে সেই বৰ্ণনাক আৰু অধিক আকৰ্ষণীয় তথা মনোগ্ৰাহী কৰি তুলিছিল। যেনে—

মনোমতী : 'কোম্পানী বাহাদুৰৰ ৰবটোপৰ আগত তোমালোক বাৰ্মিজ শিমলু তুলা উৰা দি উৰিবা।' ( পৃ. ১১৪ )
'তই নাজাননে বাঘৰে আৰু ছাগৰে কি মিতিৰ হ'ব পাৰে।'
( পৃ. ১২৬ )
'তুমি ফুল মই ভোমোৰা, তুমি যদি মোক তোমাৰ ফুলৰ মৌ স্বইচ্ছাই খাব নিদিয়া, তেন্তে মই বল কৰি খাম।' ( পৃ. ১০৬ )
তেওঁৰ বুকু ওখ, যেন তেওঁৰ যৌৱনৰ গোটেই ভৰটো তাতে থুপ খাইছিল আৰু তেওঁৰ যেন মানুহৰ আগত তেওঁৰ সেই যৌৱনৰ ভৰটিয়ে বুকু ফিন্দাইহে ফুৰিবলৈ দিছিল।' ( পৃ. ১০০ )
'নাকটো দীঘল, টনটনীয়া, সাইলাখ বাঁহী এটিৰ দৰে।' (পৃ. ১০০)
'পদুমীৰ গাটো শকত আৱত, কিন্তু সেইবুলি থাদহী নাছিল।'
( পৃ. ১০০ )
'বেটিৰ ৰূপেই হৰিণাৰ মাংসৰ দৰে বৈৰী হ'ল।' ( পৃ. ১১১ )
'হাত দুখনত দুডাল সোণৰ বালা. সোণৰ বৰণে বোলে মই চাৰ, হাতৰ বৰণে বোলে মই চাৰ। ( পৃ. ১০১ ) ইত্যাদি।

ৰংগিলী : 'গাল দুখন টুলটুলীয়া যেন সেন্দুৰহে সানি থৈছে।' ( পৃ. ২ )
'শকত হৈ মই থাদহী বোলাব ধৰিছো।' ( পৃ. ৫৬ )
'মাটিৰ আঠো আঙুলিলৈকে জৰুলা ৰূপহী-পদুমীৰ ৰূপ মাধুৰী পান আৰু লাৱণ্য ধ্যান কৰিছিল। ( পৃ. ২০ ) ইত্যাদি।

ৰহদৈ লিগিৰী : 'আই বোপাইৰ ঘৰত গৈ খুৰি শালিকী হৈ থাম।' ( পৃ. ৫১ )
'তোমাৰ ৰূপৰ ছটাতে তোমাৰ নয়ন বাণেৰে মোক ভেড়া কৰিলা।' ( পৃ. ৬০ )
'মোৰ এই কালস্বৰূপ ৰূপটো।' ( পৃ. ১১৬ )
'মোৰ এই ভেদেলা দেহটো স্বৰ্গদেৱৰ ভোগত লগাব পাৰো।'
( পৃ. ৪৩ )
'হৰিণীৰ চকুৰ দৰে ক'লা চকুজুৰি।' ( পৃ. ৩ ) ইত্যাদি।

মিৰি জীয়ৰী : 'এতে দিনে অতি যতন কৰি যে জানৰ মুখটি বান্ধি থৈছিল আজি জংকিৰ বাক্যৰূপ ক্ষোৰৰ চাৰত তাইৰ হৃদয়ৰ সেই জানৰ মুখটি মুকলি হল।' ( পৃ. ২৭ )
...'চকুদুটা ঔৰ ফুল যেন ৰঙা।' ( পৃ. ৪১ ) ইত্যাদি।

তাম্ৰেশ্বৰীৰ মন্দিৰ ঃ 'ছাগ হৈ বাঘৰ জীয়েকলৈ হেপাহ কৰা আক্কেলটোও তোৰ কম নহয় ' ( পৃঃ ৩১ ) ইত্যাদি।

ৰাধাৰুক্মিণীৰ ৰণ ঃ 'কুৰংগনয়নী আৰু বাঘৰক যথাক্ৰমে বাঘিনী আৰু বোন্দা-বিড়লী ৰূপে তুলনা কৰিছে। যেনে—বাঘিনীয়ে অথাৱনিত পৰি বোন্দা বিড়লীক ভজিলেও সময় আৰু সুবিধা পালেই বোন্দা-বিড়লীৰ প্ৰাণ লব পাৰে।'
( ৰচনামালা / ২৪ )

১২৭১ ইয়াৰ উপৰিও সঘনাই ব্যৱহাৰ কৰা দ্বিৰুক্তিবাচক শব্দ, অনুকাৰ, অনুৰূপ শব্দাদিয়ে তেওঁৰ গদ্যৰীতি অধিক বসাল আৰু তাৎপৰ্য্যপূৰ্ণ কৰি তুলিছে। ভাষাৰ সাৱলীলতাৰ বাবেও এনেকুৱা শব্দৰ প্ৰয়োগ বাঞ্ছনীয়। এনেকুৱা কেতবোৰ শব্দ তলত উল্লেখ কৰা হ'ল—

আলিয়ালি-বলিযালি, উমলি-জামলি, ঐয়া-হৈয়া, কৰি-ধৰি, খোজা-বঢ়া, খুউৱা-বুউৱা, খুৱাই-ধুৱাই, গছ-বিৰিখ, গুজি-গুজি, গেমেহা-গেমোহ, ঘূৰি-পকি, চিৰিলি-চিৰিলি, জাত-কুল, জিৰাই-সতাই, টিকটিক কৰে, টুকি-টুকি, ঢালে-বাৰুৰে, ধৰি-মেলি ধেমালি-ধুমুলা, নোৱাই-ধুৱাই, নেখাই-নলৈ, বই-কাটি, বগিযা-বগি, বাগৰা-বাগৰি, বিচাৰি-খোচাৰি, বুজাই-সুজাই, ভোঁ ভোঁ পণ্ডিত, ভোগ-ভাত, মানুহ দুনুহ, মুদু মুদু ৰতাহ, ৰভা-সভা, ৰসে-তসে, ৰিৰ্ ৰিৰ্ কৰি, শকত-আৱত শুদা-শুদা, শুনি-বুজি, সুধি-পুছি, হকা-বধা, হাত-বাত, হুৱা-দুৱা, ইত্যাদি।

১২৭২ এই জাতীয় শব্দৰ প্ৰয়োগত বৰদলৈ যথেষ্ঠ অভ্যস্ত। ইয়াৰ মাজেদি ভাবৰ তীব্ৰতা প্ৰকাশ পায়। পাঠক আনন্দত অভিভূত হৈ পৰে। নতুনকৈ সৃষ্টি কৰা শব্দ কিছুমানো বৰদলৈৰ শব্দচয়নৰ আন এটা বিশেষত্ব। তেনে শব্দবোৰ হ'ল—

অবিধি ( বিধি নহয় অৰ্থত ),
অভাবুক ( চিন্তা নকৰা লোক অৰ্থত ),
কৃপালু ( কৃপা কৰা অৰ্থত ),
গোহাই দেৱনী ( গোহাই দেৱৰ ঘৈণী অৰ্থত ),
ঘটুৱালী ( কথাৰে হৰা জন অৰ্থত ),
আনবিধিয়া সচৰাচৰ বিধিয়া ( বিধ বা প্ৰকাৰ অৰ্থত ),
জিকাৰু ( জয় লাভ কৰোঁতাজন অৰ্থত ), আন্ট-আদৰ,
জুৰণি ( জিৰণি অৰ্থত ),
টোকাই খোৱালে ( টুকি ৰখালে অৰ্থত ),

দুফলীয়া ( দুফালে কথা কোৱা, দুতলীয়া লোক অৰ্থত ),
মন্ত্ৰীয়নী ( নাৰী মন্ত্ৰী অৰ্থত ),
ৰাখনি ( ৰক্ষিতা অৰ্থত ),
সাজবস্তু ( মদ বা লাও পানী অৰ্থত ), ইত্যাদি।

১২৭৩ সেইদৰে কেতবোৰ নতুন ধৰণৰ ক্ৰিয়াপদৰ ব্যৱহাৰো বৰদলৈৰ ৰচনাত চকুত পৰে। যেনে—

উজাল ( নাওখান মানাহেদি উজাল : মনোমতী ),
থলকি পৰিছে, খোচৰিছে ( খোচৰা অৰ্থত ),
গল পৰাহি ( যোৱা পৰাহি ),
নকৰিছে ( নকৰা অৰ্থত ),
নিন্দিলে ( নিন্দা কৰা অৰ্থত ),
দুষিছিল ( দোষ দিয়া অৰ্থত ),
নুভালো ( উভালি নিদিয়া অৰ্থত ),
নিচিন্তিব, বটিয়াকৈ বুজালি, ইত্যাদি।

১২৭৪ বানান ৰীতিতো বৰদলৈয়ে বহু সময়ত ঐ-কাৰৰ ব্যৱহাৰ নকৰি তাৰ ঠাইত 'অই' লিখিছিল। 'অৰুনোদই' কালৰ লিখকৰ লিখনিত এই ৰীতি চকুত পৰে। বৰদলৈৰ ইয়ো এক বিশেষত্ব। যেনে—

অই, এনেকই, কই, কইছিল, কইমিলি, গইছিলো, নই, থইছ, লই, লইছ, লইছিলো, কাপোৰ বই, খাই-বই ইত্যাদি।

১২৭৫ বৰদলৈৰ ৰচনাত কামৰূপী-খান নিৰ্দিষ্টতাবাচক প্ৰত্যয়ৰ ব্যৱহাৰ অধিক। যেনে—

এখান, কাপোৰখান, ছালখান, তামোলখান, দেশখান, বিয়াখান, বিষয়খান, ইত্যাদি।

সেই নিচিনাকৈ কামৰূপীত ব্যৱহাৰ হোৱা খণ্ডবাক্য বা শব্দও কেতবোৰৰ প্ৰয়োগ বৰদলৈৰ ৰচনাত সঘনাই ব্যৱহাৰ হোৱা চকুত পৰে। যেনে—

আথবেথ কৰি, চালত খুঁহি ৰাখে, হাঁহিমুখী ( হাঁহি থকা ছোৱালী অৰ্থত ), সতাঁয়া মাক, সাঁতৰা-সাঁতৰি, গলত শোকে খুন্দা মাৰি ধৰা, দোল মুকলি থকা ঘোঁৰা, ঘোঁৰা চেকুৰাই দিয়া, জোৰাতুৰ, ভাল পোৱা-পুই ইত্যাদি।

১২.৭৬. বৰদলৈয়ে চাকৰি কৰা কালত পিয়লৰ কামত কামৰূপৰ বহু ভিতৰুৱা অঞ্চলৰ গাওঁবোৰলৈ যাব লগীয়া হৈছিল। তদুপৰি ভিকেৰি বৰুৱা তথা হৰকান্ত-বৰীয়াৰ সম্পৰ্কে আৰু সত্ৰভোগ-হাটীৰ নগৰত আৰু বৰদলৈৰ অঞ্চলত

অনুসন্ধান কৰোঁতেও ভিতৰুৱা অঞ্চলত ঘূৰিব লগীয়া হৈছিল। বুঢ়া-মেঠা লোকৰ পৰা তথ্য-পাতি লওঁতে কামৰূপী মাত-কথাৰ আধাৰতে কিছু কিছু টোকা প্ৰস্তুত কৰিছিল। তাতে আকৌ তেওঁৰ আগৰ কালছোৱা কামৰূপতে কটোৱা বাবেও ব্যক্তিগত মাত কথাত কামৰূপী ভাষাৰ প্ৰভাৱ কিছু থাকি যোৱা বাবেই ৰচনা পাতিতো তাৰ চিন বৈ গৈছে। কামৰূপী শব্দ প্ৰয়োগ তেওঁৰ শব্দচয়নৰ আন এটি চকুত লগা বৈশিষ্ট্য। বৰদলৈয়ে কিন্তু এই কামৰূপী শব্দবোৰ যধে-মধে ব্যৱহাৰ কৰা নাই, ভাবাৰ্থ প্ৰকাশৰ উপযুক্ততালৈ চাই বাছি বাছিহে তেনেকুৱা শব্দ ব্যৱহাৰ কৰা যেন লাগে। অবশ্যে দুই-এটা এনেকুৱা শব্দ উজনিতো শুনা যায়। তেনেকুৱা কিছুমান শব্দ তলত দিয়া হ'ল।

অগা পিচুৱা, অপৰূপীয়া মুখ, নখাজ খাই (ন সাজ খাই অৰ্থত), কাৰবাৰ কৰা (বেপাৰ কৰা অৰ্থত), কেচলীয়া ডেকা, কাঠি (পিৰালী), কেতসোপামান, কৌতুকিত, বৃত্তান্ত, খৰচাদি (খৰচ দি, খেও খাইছে, খেচালত নকৰিবা, খুঁহ-ধুহি, গল (ডিঙি), গোঁসাই ঘৰ (নাম ঘৰ), গোট খোৱা ৰাইজ, গোৰা গোপ্তি, ঘৰ গ্ৰিৰস্থী, চৰুত জাল মাৰি, চাউল খছা পানী, চৈথাদিনা, জালকুৰা, জেকেৰা মাৰি, টাৰিটুৰি, ঠগুৰা (ঠগ গঢ় ভাল অৰ্থাৎ ৰূপহ অৰ্থত), ডেডনিযে গগণ উধাল, ডেমহাৰ্থাৰি, তিনি পুলিয়া (তিনি খোটালীৰ অৰ্থত), তিৰিমতী, নৈৰাশ ডাৱৰ, পিটিম, (কোবোৱা অৰ্থত), বন-বাৰী, বন্ধা-ভুটা (বছৰেকীয়া বন্দবস্তত ৰখা চাকৰ), বুজ-বাতৰি, বেটা-ফেটা, ভৰকীয়াল গা, মুখাল-মুখাল (মুখিয়াল), মুধেদি (মুধছেদি), ৰাতা-ৰাতি, লোচ (কাপোৰৰ আঁচল অৰ্থত), লেপ থেপকৈ, সোলোক লেকীয়া, ইত্যাদি।

১২ ৭.৭ সেই একেদৰে পৰিবেশৰ লগত সংগতি ৰাখি তেওঁ কিছুমান বিদেশী শব্দৰ ব্যৱহাৰ কৰাও চকুত পৰে। যেনে—

আধ্যাত্মিক জুংগিও দেখিছিলোঁ, আখেজা-আখেজি, এইবিলাক কাকতি প্ৰজিছে, এক লাওাজ (মণিপুৰী ভাষাৰ শব্দ, অৰতাৰ অৰ্থত) কাৰসাজি কৰি, কথাৰ টৈৰ পাই, কাবাজ-পেৰেড, খালাচ কৰি, জোৰ জবৰদস্তি কৰি, তিৰুতা জুমাজুমি আছে, ধন-সোণ কমাইছিলো, ৰোজগাৰ বঢ়োৱাৰ বাট, ৰোজগাৰৰ ফন্দি, হৰদম, ইত্যাদি।

১২ ৮ প্ৰবাদ বাক্যৰ প্ৰয়োগে ভাষাৰ বিশেষকৈ গদ্যৰীতিৰ সৌন্দৰ্য্য বঢ়োৱাৰ উপৰিও বক্তব্য বিষয়ৰ অন্তৰ্নিহিত তাৎপৰ্য্য প্ৰকাশত সজীৱতা দিয়ে। বহু সময়ত সেই প্ৰবাদবাক্যৰ তাৎপৰ্য্য বিচাৰি অভিধান বা পণ্ডিত লোকৰ কাষ চাপিলেও নহয়, অনাখৰী বুঢ়া-মেঠা লোককো লগ কৰিব লগীয়া হয়, কিন্তু তৎসত্ত্বেও মনৰ খুদুৱনি গ্ৰাব নাযায়। তেনেকুৱা প্ৰবাদ বাক্যৰ যথাৰ্থ প্ৰয়োগে কৃতী সাহিত্যিকৰ ৰচনাৰীতিক

এহাতে যিদৰে[১] অনুকৰণীয় কৰি তোলে আনহাতে তাৰ সাহিত্যগত সৌন্দৰ্য্যও বৃদ্ধি কৰে, প্ৰকাশভংগী চহকী কৰি তোলে, আৰু গদ্যৰীতিও যথেষ্ট সাৱলীল হৈ পৰে। বৰদলৈৰ গদ্যত সেই বৈশিষ্ট্যও স্পষ্টভাৱে চকুত পৰে। অসমীয়া সমাজৰ নানা পৰিবেশত ব্যৱহাৰ কৰা প্ৰবাদ বাক্য বৰদলৈয়ে সুন্দৰভাবে প্ৰয়োগ কৰি গৈছে। তাৰেই কেইটামান উদাহৰণ স্বৰূপে তলত দিয়া হ'ল—

মনোমতী : অলপ ধতুৰা পুৰুষক ঠাইতে ঘাটিখুৱা ( পৃ. ২৬ ),
উলটা বুজিলি ৰাম ( পৃ. ১৬১ ),
এক কয় দেখি এক কয় লেখি ( পৃ. ২৭ ),
এক গল এক নল ( পৃ. ২৫ ),
কথাই খেও থাইছে ( পৃ. ৫২ ),
গায় গোটা পেটে ভঁড়াল ( পৃ. ১২ ),
জাগি শুৱ বাছি খাব ( পৃ. ৮৫ ),
নাশন কালৰ মানুহৰ বুধি হত ( পৃ. ৫৭ )।

ৰহদৈ লিগিৰী : ঘৰ-দুৱাৰ এৰি বলিয়া বটীয়া হৈ ফুৰা (পৃ. ৮৪),
দাতাই দিলেও বিধতাই নিদিয়ে (পৃ. ১১),
মহন্তৰ চিন মাহনিত বুঢ়া গৰুৰ চিন ঘাঁহনিত (পৃ. ১৩৮),
ৰজাই কাটে সমুদ্ৰে বুৰায় ( পৃ. ৪২ )।

নিৰ্মল ভকত : উলটি চোৰে গিৰীক বান্ধে আৰু চাৰি পোণ গিৰীতে সাধে
( পৃ. ৩১ ),
ডেকা গা বুঢ়া কৰি ( পৃ. ৩৯ ),
বিহুত লং দি খোপাত ফুল খুচি ( পৃ. ১৫ ),
ভকতি-ভোমাই মাই গুৰু আশাধাৰী,
শিৰ কপটীয়া, জীৱবো তৰণী নাই, ( পৃ. ৬৯ )।

ৰংগিলী : ডালে-পাতে নশ কৰিব ( পৃ. ৪৪ ),
বাওনা হৈ চন্দ্ৰলৈ হাত মেলা ( পৃ. ৮৯ ),
ৰজাই ভাল পায় যাক দোলা ঘোৰা নালাগে তাক
( পৃ. ১১০ ),
সমানে সমানে কৰিবা কাজ হাৰিলে জিকিলে নাই লাজ
( পৃ. ১১০ ),
সান্দহ খোৱা বালি তল গ'ল ( পৃ. ১২৯ )।

খান্দা খোইবী : নাৰী মাত্ৰেই দেৱী শক্তিৰ প্ৰতিমূৰ্তি
( ৰচনামালা, পৃ. ৪০ ,)

ফটা হওক চিটা হওক পাটৰ টঙালি,
কণা হওক কুজা হওক ৰজাৰ পোৱালী
( ৰচনামালা, পৃ. ৪১ ),
সাপেও নাপাহৰে ৰ্কিকালৰ কোব,
মালিনীয়েও নাপাহৰে ফুলৰ শোক।
( ৰচনামালা, পৃ ৬১ )।

ৰাধা-ৰুক্মিণীৰ ৰণ : দাড়কৰ বাতৰি দাড়কে পঠাইছিল ( ৰচনামালা, পৃ ২৪ ),
পান ফালি এৰাএৰি কৰি আহিছো ( „ পৃ. ২৫ )।

ভোলাই শৰ্মা : কিন্তু খাই মাঠ হৈ ঘৰলৈ অহা ( ৰচনামালা, পৃ. ১৭ ),
মাহৰ মাৰ দেখি তিলে বেত মেলা (ৰচনামালা, পৃ ১৬ )।

ঠিক সেইদৰে কিছুমান প্ৰবাদ বাক্যৰ প্ৰয়োগেও বৰদলৈৰ গদ্যৰীতি ৰসসমৃদ্ধ কৰি তুলিছে। সচৰাচৰ কথা বাৰ্তাত ব্যৱহাৰ হোৱা সংস্কৃতীয়া প্ৰবাদহে তেওঁ প্ৰয়োগ কৰিছে যাতে সকলোৱে সহজে বুজিবলৈ সক্ষম হয়। যেনে—

মামেকং শৰণং ব্ৰজ ( তাম্ৰেশ্বৰীৰ মন্দিৰ, পৃ ৬৩ ),
যত্ৰ জীৱ তত্ৰ শিৱ ( ঐ , পৃ ৬১ ),
স্ত্ৰিয়াং চৰিত্ৰং পুৰুষস্য ভাগ্যং দেৱাঃ
ন জানন্তি কুতো মনুষ্যাঃ ( ৰংগিলী, পৃ. ১৫০ ),
এৰোণ্ডোঅপি দ্ৰুমায়তে ( অভিভাষণ ), ইত্যাদি।

১২.৯ বৰদলৈৰ ৰচনাৰ প্ৰকাশভংগী যিদৰে সৰল আৰু পোণপটীয়া তেওঁৰ বাক্যগঠন প্ৰণালীও সেইদৰে সহজ আৰু জটিলতাহীন। সাধাৰণতে তেওঁৰ বাক্য চুটি, ভাষাও সহজ-সৰল, সন্ধি, সমাসযুক্ত সংস্কৃত তৎসম শব্দৰ প্ৰয়োগ কম। তদ্ভৱ আৰু সৰল শব্দৰ অধিক প্ৰয়োগত, তেওঁৰ গদ্যৰীতি সৰলতা গুণেৰে ভূষিত হৈছে। বৰদলৈ যে অধ্যয়নপ্ৰিয় ভাবুক প্ৰকৃতিৰ লোক আছিল সেই কথা সহজে অনুমান কৰিব পাৰি। গদ্যৰীতি দেখিলেই ধাৰণা হয় যে তেওঁ ইংৰাজী সাহিত্য যথেষ্ট অধ্যয়ন কৰিছিল। সেইবাবে ইংৰাজী গদ্যৰীতিৰ প্ৰভাৱ চকুত পৰে। কমা, চেমিকোলন আৰু পৰোক্ষ প্ৰত্যক্ষ উক্তিৰ প্ৰয়োগত ইংৰাজী বাক্যৰীতিৰ ধৰ্ম ৰক্ষিত হৈছে। বহু ঠাইত তেনে বাক্য চকুত পৰে।

আন এটা মন কৰিব লগীয়া কথা হ'ল অঞ্চল বিশেষৰ লোকবিশ্বাস, প্ৰবাদ, পটন্তৰ, কিংবদন্তীৰ ওপৰত তেওঁৰ বিশ্বাস আৰু শ্ৰদ্ধা। সিয়ো তেওঁৰ গদ্যক প্ৰভাৱান্বিত কৰিছে। সাধাৰণতে লোক-সাহিত্যৰ অন্তৰ্গত এই বিষয়ক ৰচনাবোৰৰ ভাষা সদায়ে সহজ-সৰল হয়। কেৱল তাত উপমা-পটন্তৰৰ ব্যৱহাৰ কিছু থাকে। সেইবাবেই তেওঁৰ ৰচনাৰ ভাষা সাধুকথাৰ ভাষাৰ দৰে আড়ম্বৰহীন আৰু ভাব প্ৰকাশতো সলসলীয়া, চিখা, মেৰপাক খুব কম, এই গতিশীলতাই বৰদলৈৰ গদ্যৰ

প্ৰধান বিশেষত্ব। অকৃত্ৰিম অসমপ্ৰেম, অসমীয়া জাতীয়তাবোধ, অসমৰ বৈষ্ণৱধৰ্ম আৰু সত্ৰীয়া সংস্কৃতিৰ পৰম্পৰা বিহু আদি থলুৱা উৎসৱ আৰু গীত-মাতে সাহিত্য চৰ্চাৰ ক্ষেত্ৰত বৰদলৈক অহৰহ প্ৰেৰণা যোগাই আছিল, আৰু সেই বিলাকেই তেওঁৰ ৰচনা ৰাজিৰ মাজত নানাভাৱে সাঁথুৰি-নাদুৰি হেতা-ওপৰা লগোৱা চকুত পৰে। তেওঁৰ ভাষা সচৰাচৰ দৈনন্দিন জীৱনত ব্যৱহাৰ কৰা মাত-কথা অৰ্থাৎ কথা-বতৰা পাতোঁতে ব্যৱহাৰ কৰা ভাষা। একে পটভূমিৰে ওপৰত প্ৰায় আঠাইকেইখন উপন্যাস ৰচিত হোৱা সত্বেও প্ৰতিখনেই অতি উপাদেয় হোৱাৰ মূলতে হ'ল তেওঁৰ প্ৰকাশ-ভঙ্গী তথা গদ্যৰীতিৰ বৈচিত্ৰ্য। এই গদ্যৰীতিৰ সৰলতা আৰু প্ৰাঞ্জলতাৰ আঁৰত আছে বৰদলৈৰ কথাশিল্পীৰ দৃষ্টিভঙ্গী, যাৰ ফলত তেওঁৰ গদ্য হৈ পৰিছে শিল্পকলা সদৃশ। তেওঁৰ গদ্যৰীতিত আঞ্চলিক কথিত ভাষাৰ যিকণ আছোৰ পৰিছে, সিও ভাষাৰ সৌষ্ঠৱ বৃদ্ধি কৰি তাক অধিক প্ৰাণৱন্তহে কৰি তুলিছে। সেইবাবেই কবলৈ মন যায়—বৰদলৈৰ ৰচনাভঙ্গী তথা গদ্যৰীতি উত্তৰপুৰুষৰ বাবে অনুকৰণীয় আৰু বহু প্ৰেৰণাদায়ক।

## ত্ৰয়োদশ অধ্যায়

# ১৩.০০ উপসংহাৰ

১৩.১ ডেকা কালতে অসমীয়া ভাষা সাহিত্য চৰ্চাৰ সংকল্প লৈ চৰকাৰী কামৰ গধুৰ দায়িত্বৰ মাজতো সুৰুঙা উলিয়াই ভাষা-জননীৰ সেৱা কৰি ৰজনীকান্ত বৰদলৈয়ে উত্তৰ পুৰুষৰ কাৰণে এক অতি মহৎ আদৰ্শ থৈ গৈছে। সেই আদৰ্শৰ মাজতে তেওঁৰ সাহিত্য কৃতিৰ গুণৰাশি স্তূপীকৃত হৈ আছে। চাকৰি কালত ওপৰৱালা সকলৰ সৰহভাগেই আছিল বিদেশী বৃটিছ বিষয়া আৰু সেইসকল লোকৰ সংস্পৰ্শত থাকিও তেওঁ বিভিন্ন সময়ত স্বদেশ আৰু স্বজাতিৰ হিতাৰ্থে নানা চিন্তা-চৰ্চা কৰিবলৈ সুবিধা আৰু প্ৰেৰণা লাভ কৰিছিল।

১৩.২ তদুপৰি অসমৰ চুকে কোণে অনাদৃত হৈ পৰি থকা সৰু সৰু জন-গোষ্ঠীৰো যে সাংস্কৃতিক আৰু বিদ্যায়তনিক দৃষ্টিকোণৰ পৰা যথেষ্ট মূল্য আছে সেই কথা তেওঁ ঘাৰুকৈয়ে উপলব্ধি কৰিছিল। তাৰেই অন্যতম সুফল তেওঁৰ ইংৰাজীত যুগুত কৰা প্ৰবন্ধ কেইটা আৰু 'মিৰি-জীয়ৰী' জনজাতি ভিত্তিক উপন্যাসখন। সেই একেদৰে পিয়লৰ কামত ঘূৰি ফুৰোঁতে অনাখৰী গাঁৱলীয়া লোকৰ মাজত প্ৰচলিত কিংবদন্তী, সাধুকথা, গীত-মাতৰ গয়না লৈ অনুসন্ধান কৰি, ইটোৰ পিছত সিটোকৈ ঘটনাৰ অতি বিচাৰি গৈ তেওঁ অৱশেষত 'দন্দুৱাদ্ৰোহ' আৰু 'মনোমতীৰ' দৰে কালজয়ী উপন্যাস ৰচনা কৰিছিল। যাঁড়ৰ খেলৰ চুটিয়া ডেকাক 'তাম্ৰেশ্বৰীৰ মন্দিৰ'ত বলি দিয়া আৰু নৰবলি প্ৰথাৰ সাধুতথা কিংবদন্তী, সংসাৰ বিৰাগী সাধু-সন্ন্যাসী তান্ত্ৰিক বাবাৰ ভাল বেয়া 'কাছাঁজি', বৈষ্ণৱী সন্ন্যাসিনীৰ জনকল্যাণমূলক প্ৰচাৰ কাৰ্য্যৰ কথা আদিৰ দ্বাৰাও তেওঁ বিদৰে উপকৃত হৈছিল সেইবোৰ বৰদলৈয়ে বিবিধ লেখাৰ মাজত সন্নিবিষ্ট কৰি সাহিত্য অধিক মনোগ্ৰাহী কৰিবলৈ যত্ন কৰি সফলতা অৰ্জন কৰিছিল। তেওঁৰ লক্ষ্য আছিল ৰসপূৰ্ণ ৰচনাৰ যোগেদি দেশৰ উঠি অহা ডেকা-ডেকেৰী সকলক দেশীয় ভাবাদৰ্শৰে দ্বাৰা অনুপ্ৰাণিত কৰা আৰু দেশৰ প্ৰতি অধিক আকৃষ্ট কৰি তোলা। সেই কাৰণেই তেওঁৰ সকলো ৰচনা যেনে ভাষণ সমূহ, ভ্ৰমণ-কাহিনী আৰু সৰ্বোপৰি উপন্যাস সমূহৰ মূল বক্তব্য-বিষয়ৰ মাজত সেই আদৰ্শ অটুত থকা দেখা যায়।

১৩.৩ তেওঁৰ ৰচনাত অসমীয়া জাতিক সমগ্ৰ মানৱ গোষ্ঠীৰ প্ৰতীক হিচাপে লৈ মানৱ-প্ৰেম তথা মানৱ জাতিৰ কল্যাণৰ কথা ব্যক্ত কৰিছে। সকলোৱে সমাজৰ কল্যাণমুখী কাম কৰিবলৈ হলে কেৱল যোগাভ্যাস কৰিলেই নহ'ব এক শুদ্ধ আৰু পবিত্ৰ জীৱন-যাপন কৰিবও লাগিব। আধ্যাত্মিক তথা ঈশ্বৰ চিন্তা আৰু ধৰ্মীয় বিশ্বাস অতি ডাঙৰ কথা, তাক বাদ দি কোনো জাতি বা কোনো দেশেই উন্নতিৰ

পথত অগ্রসৰ হব নোৱাৰে। সেই কথাৰে প্ৰমাণ দিবলৈ বৰদলৈয়ে প্ৰতিখন উপন্যাসত যত্ন কৰিছে, আৰু সফলো হৈছে। সৰহভাগ বিশ্ববিখ্যাত মনীষী, দাৰ্শনিক পণ্ডিতে এই বুলি মত প্ৰকাশ কৰে যে জীৱনৰ চৰম উন্নতি আৰু সুখ শান্তিৰ বাবে ভগৱৎ চিন্তাই সৰ্বোৎকৃষ্ট আশ্রয়, বৰদলৈয়েও সেই মতকেই বিবিধ ৰচনাত প্ৰতিপন্ন কৰিবলৈ যত্ন কৰিছে। জীৱনৰ প্ৰথম ছোৱাত বিষয় সুখৰ প্ৰতি আকৃষ্ট হলেও পিছত নানা ঘাত-প্ৰতিঘাতৰ মাজত জৰ্জৰিত হৈ ৰহদৈ-লিগিৰী, ৰংগিলী, নিৰ্মল আতৈ আদি চৰিত্ৰ ঈশ্বৰমুখী হৈছে আৰু জীৱনৰ বৈষয়িক আশা আকাংখা জলাঞ্জলি দি অনাবিল আনন্দ উপভোগ কৰিছে।

১৩৪ বৰদলৈৰ ব্যক্তিগত জীৱনো ধৰ্মীয় ভাৱধাৰাৰ দ্বাৰা বহু পৰিমাণে প্ৰভাৱান্বিত হৈছিল। তেওঁৰ জীৱন দৰ্শন আছিল নিকা। এটি সহজ-সৰল জীৱন-যাপন কৰি ঈশ্বৰত বিশ্বাস ৰাখি জাগতিক কৰ্মত নিষ্ঠাৰে প্ৰবৃত্ত হোৱাটোৱে আছিল তেওঁৰ লক্ষ্য। তেওঁৰ ঘৰুৱা জীৱনত যি পৰিচ্ছন্নতা চকুত পৰে, সামাজিক জীৱনতো সেই পৰিষ্কাৰ পৰিবেশ অটুত ৰখা আৰু লগতে আনকো তাৰ প্ৰতি আকৃষ্ট কৰা দেখিবলৈ পাওঁ। স্বদেশৰ প্ৰতি তেওঁ আছিল বিশেষ অনুৰাগী। গ্ৰাম্য-জীৱন, স্থানীয় স্থপতি আৰু ভাস্কৰ্য্য, জাতীয় ঐতিহ্য আদিৰ প্ৰতি তেওঁৰ আন্তৰিক শ্ৰদ্ধা আৰু গভীৰ প্ৰেমৰ তুলনা নাই। তেওঁৰ ৰচনাত সেই কথা অতি স্পষ্ট। প্ৰতিটো চৰিত্ৰৰ অন্তৰত স্বদেশ-স্বজাতি প্ৰীতি আৰু নিজৰ ধৰ্মৰ মাহাত্ম্য অতি প্ৰকট হৈ দেখা দিছে। সত্ৰ আৰু অসমৰ বৈষ্ণৱ ধৰ্মৰ প্ৰতি তেওঁ বিশেষ আগ্ৰহী। তদুপৰি বৰদলৈয়ে বাৰুকৈয়ে উপলব্ধি কৰিছিল যে শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আৰু হৰিদেৱ এই কেউজনা মহাপুৰুষে অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত শ্ৰেষ্ঠ ৰিহণা যোগাই গৈছে। কিম্বা এই ধৰ্মই গা কৰি উঠাত কেৱল এজনৰ অৱদানেই যথেষ্ট নহয়, সমসাময়িক শংকৰদেৱ, দামোদৰদেৱ, হৰিদেৱ আৰু মাধৱদেৱ আদি মহাপুৰুষ সকলৰ নিজ নিজ ব্যক্তিগত অৱদানৰ সমাবেশত পূৰ্বাঞ্চলৰ বৈষ্ণৱ ধৰ্মই প্ৰবল আলোড়নৰ সৃষ্টি কৰিছিল। প্ৰত্যেকে ভাগৱতাশ্ৰয়ী একশৰণ বা এক ঈশ্বৰমুখী ধৰ্ম প্ৰচাৰ কৰিছে আৰু অসমৰ বৈষ্ণৱ ধৰ্মৰ মূলতে এই গুৰু সকলৰ অৱদান। তেওঁলোকৰ মাজত থকা আন্তৰিক সম্প্ৰীতি আৰু সৌহাৰ্দ্য আচলতে আমাৰ সকলোৰে বাবে অনুকৰণীয় দুৰ্লভ বস্তু। সেই কথা প্ৰকাৰান্তৰে বৰদলৈয়ে উপন্যাসৰ মাজেদি সুন্দৰভাৱে প্ৰকাশ কৰি গৈছে।

১৩৫. বুৰঞ্জীৰ কাহিনীৰ জৰিয়তে পুৰণি ঐতিহ্যৰ কথা জনা যায়। উজ্জ্বল ঘটনাই মনত প্ৰেৰণা দিয়ে, দুখ-দুৰ্দশাৰ কাহিনীয়ে মনত বেজাৰ ওপজায় আৰু লগতে একোটা সাৱধান ভাৱবো সঞ্চাৰ কৰে, বিশেষকৈ দেশৰ ভৱিষ্যৎ মঙ্গলৰ বাবে কাম কৰিবলৈ হলে জাতীয় সচেতন ভাবৰ অতি প্ৰয়োজন। সেই কাৰণেই বৰদলৈয়ে মানৰ আক্ৰমণৰ লগত আহোম ৰাজশক্তিৰ পতন আৰু দেশৰ সৰ্বসাধাৰণৰ দুখ-

দুৰ্দশাৰ কথা বৰ্ণনা কৰিবলৈ গৈ তাৰ মূলতে যে আমাৰ সকলো পৰ্য্যায়ৰ লোকৰ ঐক্যবিহীন ভাৱধাৰা সেই কথা ফ'হিয়াই দেখুৱাইছে। ভৱিষ্যতে যাতে আমাৰ মাজত জাতীয় চেতনাবোধ আৰু ঐক্য ভাৱ সকলো পৰিস্থিতিতে অটুত থাকে তাৰ প্ৰতি তেওঁ প্ৰকাৰান্তৰে সতৰ্ক কৰি দিছে। তদুপৰি অসমৰ জাতি আৰু দেশ ৰক্ষাৰ মূলতে আমাৰ বৈষ্ণৱ গুৰু সকলে ৰাখি যোৱা আদৰ্শ আৰু ধৰ্ম্মৰ ভেটিত গঢ় লৈ উঠা সমাজখন। তাৰ প্ৰতি উদাসীন হলে কোনো দিনৰ পৰাই আমাৰ মঙ্গল নহয়। এইদৰে দেখা যায় - ভাৱ, ভাষা, আদৰ্শ ইত্যাদি সকলো দিনৰ পৰা বৰদলৈৰ উপন্যাস আৰু অন্যান্য ৰচনাসমূহ পৰৱৰ্তী কালৰ বাবে মহান আদৰ্শস্বৰূপ হৈ জিলিকি আছে। এই ৰচনাসমূহ আজি ইমান বছৰ হৈ যোৱাৰ পিছতো নতুন হৈয়ে আছে। বুৰঞ্জীমূলক ৰচনাসমূহে পৰৱৰ্তী লিখকক অসম বুৰঞ্জীৰ আধাৰত উপন্যাস ৰচনা কৰিবলৈ প্ৰেৰণা যোগোৱাৰ উপৰিও অসমৰ সমাজৰ বিবিধ উৎসৱ পৰ্বাদি অনুষ্ঠানৰ থলুৱা কলাসুলভ কথাৰ প্ৰতিও পাঠক আৰু লিখকৰ দৃষ্টি আকৰ্ষণ কৰিছে। ইয়ো বৰদলৈৰ এক ডাঙৰ আদৰ্শ।

বৰদলৈৰ ভাষাৰ দ্বাৰাও যে পৰৱৰ্তী উঠি অহা এচাম লোক অনুপ্ৰাণিত হৈছে তাত সন্দেহ নাই। আকৌ বৰদলৈৰ উপন্যাসৰ চৰিত্ৰাঙ্কনৰ অনুকৰণত পৰৱৰ্তী লেখকে চৰিত্ৰৰ সৃষ্টি কৰি উপন্যাস ৰচনা কৰিবলৈকো প্ৰেৰণা পাইছে।

১০৬. বৰদলৈৰ উপন্যাসৰ আন এটা ডাঙৰ বৈশিষ্ট্য হ'ল—বিদ্যায়তনিক তথা শিক্ষামূলক দিশ। এই শিকনিৰ ভিতৰত কু সংস্কাৰ বিজড়িত কথাৰ প্ৰতি বীতশ্ৰদ্ধ হবলৈ খিদৰে ইঙ্গিত দিছে, মানৱ জাতিৰ মঙ্গলজনক কথাৰ প্ৰতিও সেইদৰে অধিক শ্ৰদ্ধাশীল হবলৈ ইঙ্গিত দিছে। তেওঁৰ ৰচনাৰ আন এটি অনুকৰণীয় বিষয় হ'ল ধৰ্ম্মৰ প্ৰতি অসীম শ্ৰদ্ধা প্ৰদৰ্শন। তাৰ মাজে মাজে স্বগতোক্তিৰ দৰে পাঠক-পাঠিকাৰ উদ্দেশ্যে কোৱা কথাখিনিয়ে বৰদলৈ যে পাঠকৰ প্ৰতি সততে শ্ৰদ্ধাশীল, সচেতন আৰু অধিক দায়িত্বশীল সেই কথাৰে সাক্ষ্য দিয়ে।

১০৭. অসমীয়া সাহিত্যত বৰদলৈৰ ৰচনাসমূহ নিঃসন্দেহে এক আপুৰুগীয়া সম্পদ। তাৰ মৰ্য্যাদা আৰু অন্তৰ্নিহিত মহিয়সী শক্তি কালৰ আঁচোৰ খাই নিষ্প্ৰভ হোৱা নাই, বৰং অধিক উজ্জ্বল ৰূপহে ধাৰণ কৰিব লাগি ছ। যেয়ে যিমানে দিন অতীত হৈ আহিব লাগিছে বৰদলৈৰ ৰচনাই সিমানেই পাঠকৰ মন পুলকিত কৰি তুলিবলৈ সক্ষম হৈছে। আবাল-বৃদ্ধ-বণিতা সকলোকে বৰদলৈৰ ৰচনাই বিপুল আনন্দ দিয়ে। অসমৰ বুকুত থকা জনজাতি আৰু অ-জনজাতি সকলোকে আপোন বুলি সাবটি লৈ অসমীয়া ভাষা সাহিত্যৰ অন্তৰ্ভুক্ত কৰি বৰদলৈয়ে যি এক অক্ষয়কীৰ্ত্তি ৰাখি গ'ল, তাৰ তুলনা নাই। বৰদলৈ সেই বাবেই আজিও অমৰ, উপন্যাস সমূহে বৰদলৈক চিৰ নতুন কৰি ৰাখিছে। বৰদলৈ যথাৰ্থতেই অসমীয়া ভাষা-সাহিত্যৰ জগতত উপন্যাস-সম্ৰাট।

# গ্ৰন্থপঞ্জী

(ক) গ্ৰন্থৰাজি

(১) মুখ্যসমল ( Primary Source )

ৰবদলৈ, ৰজনীকান্ত : জ্ঞান সোপান, ১৮৯৭

: তাম্ৰেশ্বৰীৰ মন্দিৰ, ১৯২৬, সাহিত্য প্ৰকাশ, গুৱাহাটী ; নতুন তাঙৰণ, ১৯৪৯

: দন্দুৱাদ্ৰোহ, ১৯০৯, সাহিত্য প্ৰকাশ, গুৱাহাটী ; পুনৰ্মুদ্ৰণ, ১৯৮৮

: নিৰ্মল ভকত, ১৮২৬, সাহিত্য প্ৰকাশ, গুৱাহাটী ; ৬ষ্ঠ তাঙৰণ, ১৯৭২

: মনোমতী, ১৯৩০, সাহিত্য প্ৰকাশ, গুৱাহাটী ; পুনৰ্মুদ্ৰণ, ১৯৮১

: মিৰি জীয়ৰী, ১৮৯৫, সাহিত্য প্ৰকাশ, গুৱাহাটী।

: ৰংগিলী, ১৯২৫, সাহিত্য প্ৰকাশ, গুৱাহাটী , নতুন তাঙৰণ, ১৯৬২

: ৰহদৈ লিগিৰী, ১৯৩০, সাহিত্য প্ৰকাশ, গুৱাহাটী , ৩য় প্ৰকাশ ১৯৭৩

: খাম্বা-থোইবীৰ সাধুকথা ; হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী ৰবদলৈ ৰচনামালা,' ১৯৬৭ অসম সাহিত্য সভা, যোৰহাট।

: ভোলাই শৰ্মা ! হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী ৰবদলৈ ৰচনামালা', ১৯৬৭

: ৰাধা-ৰুক্মিণীৰ ৰণ ; হেমন্তকুমাৰ শৰ্মা সম্পাদিত ৰজনী ৰবদলৈ ৰচনামালা', ১৯৬৭

(খ) অন্যান্য ৰচনা :

(অ) অসমীয়া :

ৰবদলৈ, ৰজনীকান্ত : অসম সাহিত্য সভাৰ নগাঁও অধিবেশনৰ সভাপতিৰ ভাষণ, ১৯২৫ খৃঃ, ডিচেম্বৰ।

: অসম ছুতীয়া সন্মিলনৰ প্ৰথম অধিবেশনৰ সভাপতিৰ ভাষণ, ধাহী, যোৰহাটত দিয়া ভাষণ, ১৯২৫ চন।

বৰদলৈ, ৰজনীকান্ত : অসম চুতীয়া সন্মিলন, আসাম হিতৈষী, ২য় বছৰ, ৭০, ৭৮।
: অসমত উপন্যাসৰ সংজ্ঞলি ; হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা', ১৯৬৭।
: অসমীয়ানীৰ সাজপাৰ, উষা, ৩য় ভাগ।
: অসমীয়াৰ প্ৰাণৰ স্পন্দন , হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: আত্মজীৱন চৰিত , হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: আত্মবিনোদক থিয়েটাৰৰ দল, বাঁহী।
: গা-ধন , হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: চিন্তাতৰংগ , হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: চেতন প্ৰাণী আৰু উদ্ভিদৰ পাৰ্থক্য কি ? হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'
: চেনচাচ পিয়ল, বাঁহী, ১ম।
: জুই, পানী, তাপ আৰু পোহৰ, সাহিত্য সোপান।
: ডাণ্ডৰী কছাৰী সন্মিলনত দিয়া ভাষণ।
: ডিব্ৰুগড় আইথান দৰ্শন ; হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: ডিব্ৰুগড় অঞ্চলৰ জয়পুৰ মৌজাৰ সীতাকুণ্ড দৰ্শন।
: দক্ষিণ পাট সত্ৰৰ ৺নৰদেৱ সত্ৰাধিকাৰ,মিলন, ৫ম-৫৪।
: দেৱদামোদৰ আৰু হিন্দুধৰ্ম, ১৯২০।
: নগৰ সংকীৰ্তন, বাঁহী।
: পুৰী ভ্ৰমণ, 'আলোচনী'ত প্ৰকাশিত, ১৮৩৫-১৮৩৬ শক।
: প্ৰেমৰ উপাসক ; হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: বৰদৈচিলালৈ, বৰদৈচিলা ২য় বছৰ, ১৯৩৪ চন।
: বুৰঞ্জীৰ অপলাপ, আৱাহন, ৬ষ্ঠ।
: বেজবৰুৱাৰ সোঁৱৰণীত ; হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: ভদ্ৰ চৌৰ্য্যৰ বিষয়ে, ১৯০২, হাবেদা।

বৰদলৈ, ৰজনীকান্ত : মই স্বাধীন নে ? আবাহন, ১৯৩৪।
: মণিপুৰী জাতি, আলোচনী, ৭ম সংখ্যা, ১০০৯ চন।
: মনোবিজ্ঞান, উষা, ১, ২, ৩, ৪ৰ্থ সংখ্যা।
: মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱ ( ডিব্ৰুগড়ত বহা শ্ৰীশংকৰ তিথি উপলক্ষে লিখা ), ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'ৰজনীকান্ত বৰদলৈ জন্ম-শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ'ত প্ৰকাশিত, ১৯৬৭।
: মানৱ প্ৰতি-আক্ৰমণৰ গীত; হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামাল', ১৯৬৭।
: মায়ামৰা সত্ৰৰ বিষয়ে; হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: মোৰ সাহিত্যিক জীৱনৰ অভিজ্ঞতা; হেমন্তকুমাৰ শৰ্মা সম্পাদিত ৰজনী বৰদলৈ ৰচনামালা'।
: ৰক্তাহাৰী পাদপ, জোনাকী, ১৮৯২।
: শদিয়া ৰাজ্যৰ পুৰণি তত্ব; হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা', ১৯৬৭।
: শৰীৰ তত্ব; হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: শৰৎ চট্টোপাধ্যায়ৰ উপন্যাসাৱলী, হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: শ্ৰীশ্ৰীভট্টদেৱ আবাহন।
: সংস্কৃত শিক্ষাৰ বিষয়ে, ১৯০২, অসমীয়াত প্ৰকাশিত।
: সৌন্দৰ্য্যৰ উপাসক, হেমন্তকুমাৰ শৰ্মা সম্পাদিত 'ৰজনী বৰদলৈ ৰচনামালা'।
: সত্যানুসন্ধান ৰবদৈচিলা।
: সাবিত্ৰী সত্যবান, ১৮৯০।

(আ) ইংৰাজী :

Bordoloi, Rajanikanta : About the Mayamorias, 1931, Kanoi College Magazine, Dibrugarh.
: The Chutias of Assam, 1909, Nowgong.
: Lectures in Postal Union, 1930, Dibrugarh.
: Notes on the Assamese Language, 1909, Silchar.

Bordoloi, Rajanikanta : Potteries of Assam, 1896, Barpeta.
: Religion of the Miris, 1894, North Lakhimpur.
: The Weaving Industries of Assam, 1896, Barpeta
: On the Fisheries of Assam, 1909

(২) গৌণ-সমল ঃ

(অ) অসমীয়া ঃ

আলি, তফজ্জুল (সম্পা) : ৰজনীকান্ত বৰদলৈ জন্মশতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ, ৰজনী বৰদলৈ জন্মশতবাৰ্ষিকী আদৰ্ৰাণ সমিতি, ডিব্ৰুগড়, ১৯৬৮।

গোহাঁঞিবৰুৱা,
পদ্মনাথ (সম্পা) ঃ জীৱনী সংগ্ৰহ, অসম প্ৰকাশন পৰিষদ, ১৯৬৯।
" " ঃ অসম বুৰঞ্জী,

গোস্বামী, ত্ৰৈলোক্যনাথ ঃ ৰজনী বৰদলৈ জন্মশতবাৰ্ষিকী উৎসৱৰ সভাপতিৰ অভিভাষণ, ১৯৬৮।

গোস্বামী সত্যেন্দ্ৰনাৰায়ণ : নিবন্ধ গুচ্ছ, মণিমাণিক, গুৱাহাটী, ১৯৭২।
(সম্পা) ঃ অসমীয়া সাহিত্য-সংস্কৃতিৰ সমীক্ষা, ডিব্ৰুগড় বিশ্ববিদ্যালয়, ১৯৭২।

চৌধুৰী, প্ৰতাপচন্দ্ৰ ঃ অসম বুৰঞ্জী সাৰ, গুৱাহাটী, ১৯৬৪।

ছাত্তাৰ, আব্দুচ : সপ্তম দশকৰ অসমীয়া ভাষা-সাহিত্যৰ ইতিবৃত্ত, তিতাবৰ, ১৯৭৫।

ঠাকুৰীয়া, ৰামমল ঃ সাহিত্য বিচাৰ, নিউ বুক ষ্টল, গুৱাহাটী, ১৯৬৪।

তালুকদাৰ, নন্দ ঃ চিৰ-চেনেহী মোৰ ভাষা জননী, বৰুৱা এজেন্সী, গুৱাহাটী, ১৯৭১।

দেৱী, লক্ষ্মী ঃ অসম বুৰঞ্জী, অসম বুক ডিপো, গুৱাহাটী, ১৯৬০।

নেওগ, মহেশ্বৰ ঃ সাহিত্যৰ ৰূপৰেখা, ডিব্ৰুগড়, ১৯৮৩।

ডিব্ৰুগড় শাখা সাহিত্য সভা
(সম্পা) ঃ ৰজনীকান্ত বৰদলৈ জন্ম শতবাৰ্ষিকী সোঁৱৰণী গ্ৰন্থ, ১৯৬৮।

ৰৰকটকী, বীৰেণ
(সম্পা) ঃ ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ, ১৯৬৭।

বৰগুজাৰী, হেৰম্বকান্ত ঃ অসমৰ নৱজাগৰণ—অনা-অসমীয়াৰ ভূমিকা, অসম সাহিত্য সভা, ১৯৮৭।

বৰবৰুৱা, হিতেশ্বৰ : আহোমৰ দিন, অসম প্ৰকাশন পৰিষদ, গুৱাহটী, ১৯৮২।

বৰা, মহেন্দ্ৰ : সাহিত্য উপক্ৰমণিকা, ভাৰতী বুক ষ্টল, গোলাঘাট, ১৯৮৫।

বৰুৱা, গুণাভিৰাম : আসাম বুৰঞ্জী, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী, ১৯৭২।

বৰুৱা, বিমলাকান্ত (অনু) : মৈচ্‌চালিচা, ডিব্ৰুগড় বিশ্ববিদ্যালয়, ১৯৭৬।

বুঢ়াগোহাঞি, ভৱানন্দ : শদিয়াৰ বুৰঞ্জী, অসম প্ৰকাশন পৰিষদ গুৱাহাটী, ১৯৮৩।

ভট্টাচাৰ্য, যতীন্দ্ৰমোহন (সম্পা) : হলিৰাম, ঢেকীয়ালফুকন, ৰচিত 'আসাম বুৰঞ্জী' (১৮২৯), ১৯৬২।

ভৰালী, শৈলেন : অসমীয়া সাহিত্যৰ ঐতিহাসিক উপন্যাস, বাণীপ্ৰকাশ, গুৱাহাটী, ১৮৯৫ শক।

ভূঞা, সূৰ্যকুমাৰ : অসম বুৰঞ্জী, গুৱাহাটী, ১৯৬২।

(সম্পা) : সাতসৰী অসম বুৰঞ্জী, গুৱাহাটী, ১৯৬৪।

(সম্পা) : অসমৰ পদ্য-বুৰঞ্জী, গুৱাহাটী, ১৯৩৩।

ভৃগুমণি (সম্পাদিত) : মিচিং সংস্কৃতিৰ আলেখ্য, (১ম, ২য়), ভৃগুমণি কাগয়ুং, তৰুণ নগৰ, গুৱাহাটী, ১৯৭০।

ৰাজকুমাৰ, সৰ্বানন্দ : ইতিহাসে সোঁৱৰা ছশটা বছৰ, যোৰহাট, ১৯৮০।

লেখাৰু, উপেন : অসমীয়া সাহিত্য সেৱক ৰজনীকান্ত বৰদলৈ, লয়াৰ্চ বুক ষ্টল, ১৯৫৩।

শৰ্মা, অজিতকুমাৰ (সম্পা) : বেণুধৰ শৰ্মা ৰচনাৱলী, ১ম, ২য়, ৩য়, ৪ৰ্থ, গুৱাহাটী, ১৯৮৭।

শৰ্মা, বেণুধৰ : দুৰ্ব্বীণ, গুৱাহাটী, ১৯৭৪।

শৰ্মা, শশী (সম্পা) : চন্দ্ৰকুমাৰ আগৰৱালা প্ৰতিভা, যোৰহাট, ১৯৬৭।

শৰ্মা, সত্যেন্দ্ৰনাথ : অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, সৌমাৰ প্ৰিণ্টিং এণ্ড পাবলিচিং কোম্পানী, ১৯৮১।

: অসমীয়া উপন্যাসৰ ভূমিকা, সৌমাৰ প্ৰিণ্টিং, গুৱাহাটী, ১৯৮৪।

শৰ্মা, হেমন্তকুমাৰ (সম্পা) : ৰজনী বৰদলৈ ৰচনাৱলী, সাহিত্য সভা, ১৯৬৭।

শৰ্মা, হেমন্তকুমাৰ
(সম্পা) : বীৰেন্দ্র ভটাচাৰ্য্যৰ সাহিত্যকৃতি, টিহু, ১৯৮৩।
: অসমীয়া সাহিত্যত দৃষ্টিপাত, বীণা লাইব্ৰেৰী, গুৱাহাটী, ১৯৮৪।

হাজৰিকা, অতুলচন্দ্র
(সম্পা) : অসম সাহিত্য সভাৰ ভাষণাৱলী, ১ম, ২য় খণ্ড, যোৰহাট, ১৯৫৫।
: স্মৃতিৰ পাপৰি, দত্তবৰুৱা এণ্ড কোং, গুৱাহাটী, ১৯৭৭।

(আ) বাংলা :

গুপ্ত, ৰবীন্দ্রনাথ : উপন্যাস প্রসঙ্গ, গ্রন্থবিতান, কলিকাতা-৬, ১৯৭১।
ঠাকুৰ ৰবীন্দ্রনাথ : আধুনিক সাহিত্য, ৰবীন্দ্র গ্রন্থাৱলী, ১৯৬৩।
: সাহিত্যেৰ পথে, ৰবীন্দ্র গ্রন্থাৱলী, ১৯৬৩।
: সাহিত্যেৰ স্বৰূপ—ৰবীন্দ্র গ্রন্থাৱলী।
দত্ত, বিজিতকুমাৰ : বাংলা সাহিত্যে ঐতিহাসিক উপন্যাস, মিত্র এণ্ড ঘোষ পাবলিচিং, কলিকতা, ১৩৮৭।
বন্দোপাধ্যায়, শ্রীকুমাৰ : ব্যঙ্গসাহিত্য উপন্যাসৰ ধাৰা, মডাৰ্ণ বুক এজেন্সী, ১৯৬৯।
বন্দোপাধ্যায়, সৰোজ : বাংলা উপন্যাস কালান্তৰ, নতুন সাহিত্য ভৱন, কলিকতা, ১৯৬১।
ভট্টাচাৰ্য্য, দেবীপদ : উপন্যাসৰ কথা, সু-প্রকাশ, কলিকতা, ১৯৬৩।
সাহিত্য সংসদ (সম্পা) : বঙ্কিম ৰচনাৱলী, ১ম খণ্ড (সমগ্র উপন্যাস), ১৩৯১ সাল।
সেনগুপ্ত, অৰ্পনা : বাংলা ঐতিহাসিক উপন্যাস, ক্যালকাটা বুক হাউছ, কলিকতা, ১৯৬০।
সেনগুপ্ত, সুবোধচন্দ্র : বঙ্কিমচন্দ্র, ১৩৬৮ সাল।
সেনগুপ্ত, সত্যপ্রসাদ : ইংৰাজী সাহিত্যেৰ সংক্ষিপ্ত ইতিহাস, বিদ্যোদয় লাইব্ৰেৰী, কলিকতা, ১৯৬৪।

(ই) ENGLISH :

Allen, Walter. : The English Novel.
Baruah, B. K. : Assamese Literature, Bombay, 1941.
: History of Assamese Literature, Sahitya Akademi, Delhi. 19

Baruah, B. K : Modern Assamese Literature, Guwahati, 1957.
Baruah, H. : Assamese Literature, NBT, Delhi, 1965.
Barua Preeti (ed) : Golden Jubilee Handique girls' College Commemorative Volume, 1989 ( For G. B. Sarmis article ).
Butterfield, H. : The Historical Novel.
Forster, E. M. : Aspects of Novel, Penguin Book, 1970.
Gait, Sir Edward : A History of Assam, 1963 ( Revised by B. K. Baruah & H. V. Murthy ).
Hudson, W.H. : Introduction to the Study of Literatue, George Hary & Co. Ltd., 1965.
Lucus. George : The Historical Novels, Martin Press, London, 1962.
Misra, Tilottama : Literature and Society of Assam, Guwahati, 1988
Muir, Edwin : The Structure of Novel, J. M. Dent & Sons Ltd., 1971.
Neil, S. W. : The English Novel.
Scott, Willim : Ivanhoe.

(ঈ) আলোচনী, পত্ৰিকা আদি :

অসম সাহিত্য সভা পত্ৰিকা, ২৪শ বছৰ ( যোগেশ দাস সম্পাদিত ),
অসম সাহিত্য সভা পত্ৰিকা ২৫শ বছৰ ( ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী সম্পাদিত )।
আলোচনী, ৪ৰ্থ আৰু ৫ বছৰ, প্ৰসন্নকুমাৰ বৰুৱা আৰু নীলমণি ফুকন সম্পাদিত।
আৱাহন, ৬ষ্ঠ আৰু ৭ম বছৰ, দীননাথ শৰ্মা সম্পাদিত।
বৰদৈচিলা, ২য় আৰু ৩য় বছৰ, কমল চন্দ্ৰ বৰুৱা সম্পাদিত।
বাঁহী, ২৩ বছৰ, লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত।
Centenary Report, Cotton Collegiate School, Gauhati, 1935.